# প্ৰাকৃত সাহিত্য চয়ন

ড° নগেন ঠাকুৰ
ৰিডাৰ, অসমীয়া বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী (অসম)



বীণা লাইব্ৰেৰী
কলেজ হোষ্টেল ৰ'ড
গুৱাহাটী ● অসম

'PRAKRIT SAHITYA CAYAN'—a book on selection of different literary texts of Middle-Indo-Aryan Language Period with translation, word-notes, meaning and grammatical features in Assamese, by Dr. N. Thakur, Reader, Deptt. of Assamese, Gauhati University ; Published by Bina Library, College Hostel Road, Guwahati ; 1989. Students Edition Rs. 40·00, Deluxe Edition Rs. 50·00.

প্ৰকাশক :
শ্ৰীশান্তিৰঞ্জন দে
বীণা লাইব্ৰেৰী
কলেজ হোষ্টেল ৰ'ড
গুৱাহাটী—৭৮১০০১

প্ৰথম প্ৰকাশ : জুলাই, ১৯৮৯

মূল্য :
ছাত্ৰ সংস্কৰণ (Students Edition) : ৪০·০০ টকা
শোভন সংস্কৰণ (Deluxe Edition) : ৫০·০০ টকা

মুদ্ৰক :
শ্ৰীকান্ত বসাক
জয়শ্ৰী প্ৰেছ
৯১।১বি বৈঠকখানা ৰোড
কলিকতা—৯

## ॥ নিবেদন ॥

মধ্যভাৰতীয় আৰ্যভাষাৰ যুগক সামগ্ৰিকভাৱে 'প্ৰাকৃত ভাষাৰ যুগ' বুলি যি অৰ্থত বুজুৱা হয়, সেই অৰ্থতে এই যুগৰ পালি-প্ৰাকৃত-অপভ্ৰংশ-অৱহট্‌ঠৰ বিবিধ সাহিত্য-সম্ভাৰৰ নিৰ্বাচিত অংশৰে 'প্ৰাকৃত সাহিত্য চয়ন' শীৰ্ষক এই গ্ৰন্থখনি যুগুত কৰা হৈছে। বিশ্ববিদ্যালয়ৰ স্নাতক আৰু স্নাতকোত্তৰ অসমীয়া পাঠ্যক্ৰমত পঢ়িবলগা পালি-প্ৰাকৃত-অপভ্ৰংশৰ পাঠ্যাংশকে মাইকৈ আধাৰ হিচাপে লৈ পাঠসমূহ যুগুতোৱা হৈছে যদিও প্ৰাকৃত ভাষাৰ ক্ৰমবিকাশ আৰু তাৰ বিবিধ সাহিত্যবাজিৰ প্ৰতিও দৃষ্টি ৰাখি এটা নিৰ্দিষ্ট ক্ৰম ৰক্ষা কৰিবলৈ বিচৰা হৈছে, যাতে এই যুগৰ ভাষাৰ পৰিবৰ্তন, সাহিত্য-কৰ্ম অনুধাৱন কৰিবলৈ সহজ হয়।

অশোক-অনুশাসনৰ পৰা বিদ্যাপতিৰ ৰচনা পৰ্যন্ত ডেৰহেজাৰ বছৰৰো অধিককাল পৰিব্যাপ্ত মধ্যভাৰতীয় আৰ্যভাষাৰ যুগৰ বা প্ৰাকৃত ভাষাৰ যুগৰ সাহিত্য-সম্ভাৰ বৈচিত্ৰ্যময় আৰু অভিনৱ। ধৰ্মমূলক আৰু ধৰ্ম-নিৰপেক্ষ দুই প্ৰকাৰ সাহিত্য সৃষ্টিৰে এই যুগ সমৃদ্ধ। অশোক-অনুশাসন আৰু অন্যান্য প্ৰত্নলেখসমূহ প্ৰাকৃতৰ আদি স্তৰৰ নিদৰ্শন বুলি ধৰিলে, তাৰ পিচতেই পালি সাহিত্যৰ স্থান; ইয়াৰ পিচতেই আছে ক্ৰমে বহিৰ্ভাৰতীয় প্ৰাকৃত, বৌদ্ধ-সংস্কৃত সাহিত্য, বিবিধ সাহিত্যিক প্ৰাকৃত তথা নাটক, গীত, কাব্যত ব্যৱহৃত প্ৰাকৃত আৰু অপভ্ৰংশ-অৱহট্‌ঠ সাহিত্য। অপভ্ৰংশৰ প্ৰকৃত স্থিতি অৰ্থাৎ মধ্যভাৰতীয় আৰ্যৰ বিবৰ্তনত তাৰ স্থান আৰু সাহিত্যত তাৰ ব্যৱহাৰ সম্পৰ্কে যথেষ্ট বিতৰ্ক আছে যদিও গ্ৰীয়াৰ্ছন, পিচ্চেল, সুনীতিকুমাৰ চট্টোপাধ্যায় আদি পণ্ডিতসকলে ইয়াক মধ্যভাৰতীয় আৰ্য-ভাষাৰ শেষ স্তৰ হিচাপে চিহ্নিত কৰাৰ দৰে ইয়াতো তাকেই কৰা হৈছে।

পালি ভাষাৰ অপূৰ্ব গীতি-কবিতাৰ নিদৰ্শন বহন কৰা থেৰী গাথা বা ভাৰতীয় ভাষাৰ গদ্যশৈলীৰ উৎকৃষ্ট প্ৰাচীন নিদৰ্শন স্বৰূপ

'মিলিন্দপঞ্‌হো'ৰ অংশ বিশেষ ইয়াত সন্নিৱিষ্ট কৰা যিদৰে উচিত আছিল, তেনেদৰে প্ৰাকৃতৰ 'বজ্জালগ্‌গ' বা 'মৃচ্ছকটিক', নাটকৰ প্ৰাকৃতাংশ আৰু অপভ্ৰংশৰ বিভিন্ন দোহা আদিৰ নিদৰ্শনো সন্নিৱিষ্ট কৰা উচিত আছিল ; কিন্তু সীমিত পৰিসৰত ভাষাৰ বৈশিষ্ট্যসহ সাহিত্য সম্বন্ধীয় আলচ একোটা ইয়াত সন্নিবিষ্ট পাঠৰ লগত যোগ কৰাৰ কাৰণে, গ্ৰন্থৰ কলেবৰৰ প্ৰতি লক্ষ্য ৰাখি, সেইবোৰ সম্প্ৰতে বাদ দিয়া হ'ল।

অকল পাঠৰ অনুবাদকে নকৰি পাঠৰ লগত সম্বন্ধ থকা সাহিত্যৰ ইতিহাস আৰু ভাষাৰ বৈশিষ্ট্যসমূহ চমুৱাই আলোচনা কৰা হৈছে, শব্দৰ অৰ্থ দিয়াৰ উপৰিও তাৰ সংস্কৃতৰ ৰূপ দেখুৱাবলৈ যত্ন কৰা হৈছে। অৱশ্যে সকলো পাঠৰে এনে কৰা হোৱা নাই ; বিশ্ববিদ্যালয়ৰ পাঠ্যাংশতহে শব্দটোকা বা শব্দাৰ্থ অথবা ভাষাতাত্ত্বিক বৈশিষ্ট্য আলোচনা কৰা হৈছে।

শব্দৰ অৰ্থ আৰু তাৰ লগত সংস্পৰ্শিত সংস্কৃত প্ৰতিৰূপ দিবলৈ চেষ্টা কৰাত পূৰ্বৰ পণ্ডিত সকলৰ গ্ৰন্থাদিৰ সহায় লোৱাৰ উপৰিও, এই ক্ষেত্ৰত নানাজন বিজ্ঞৰ লগতো আলোচনা কৰা হৈছে বা সহায় লোৱা হৈছে। উদাৰভাৱে যি সকলে সহায় কৰিছে সেইসকলৰ ভিতৰত ড° সুকুমাৰ বিশ্বাস, ড° অশোক গোস্বামী আৰু ড° মালিনী গোস্বামীৰ নাম শ্ৰদ্ধাৰে সুঁৱৰিছো আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। তদুপৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাংলা বিভাগৰ প্ৰাক্তন অধ্যাপক শ্ৰীদেবিদাস ভট্টাচাৰ্যৰ প্ৰাকৃত সম্বন্ধীয় গ্ৰন্থ কেইখনৰ পৰাও যথেষ্ট সহায় লোৱা হৈছে। এই গৰাকী বিদগ্ধ পণ্ডিতৰ ওচৰত ঋণ স্বীকাৰ কৰিছোঁ।

নক'লেও হ'ব, এই গ্ৰন্থ পণ্ডিতসকলৰ বাবে নহয়, সাধাৰণ অনুসন্ধিৎসু পঢ়ুৱৈ আৰু ছাত্ৰ-ছাত্ৰীৰ বাবেহে। এটা প্ৰয়োজনীয় অভাৱ পূৰণৰ বাবেহে এই কাম কৰা হৈছে। পাঠদান কাৰ্যত ৰত হৈ যি অভাৱ সততে অনুভৱ কৰিছোঁ, সেই অভাৱ এই গ্ৰন্থই কিঞ্চিৎ পৰিমাণে পূৰণ কৰিব পাৰিলেও যথেষ্ট হ'ব।

অধ্যয়নৰ পৰিসৰ অত্যন্ত সীমিত কাৰণে আৰু পাঠসমূহ গৌণ উৎসৰ (Secondary Sources) পৰা সংগ্ৰহ কৰাৰ কাৰণে ভুল-ভ্ৰান্তি যথেষ্ট থাকিব পাৰে ; শব্দটোকা বা শব্দাৰ্থৰ ক্ষেত্ৰতো অনেক ত্ৰুটী-বিচ্যুতি ঘটিব পাৰে। বিজ্ঞজনৰ গঠনমূলক পৰামৰ্শ একান্তভাৱে কামনা কৰিলোঁ।

গ্ৰন্থখনি আগ্ৰহেৰে প্ৰকাশ কৰি উলিওৱাৰ বাবে গুৱাহাটীৰ বীণা লাইব্ৰেৰীৰ সৰবৰহী ব্যক্তি শ্ৰীশান্তিৰঞ্জন দেৱ ওচৰত যথেষ্ট কৃতজ্ঞ। অসমীয়া গ্ৰন্থ প্ৰকাশনত তেখেতে লোৱা আগভাগ সততে স্মৰণীয়।

শেষত ভুল-ভ্ৰান্তিবোৰ নিজৰ বুলি গ্ৰহণ কৰি বিদ্বানজনৰ সুপৰামৰ্শৰ বাবে আগ্ৰহেৰে অপেক্ষা কৰিলোঁ।

মহেশ ঠাকুৰ

গুৱাহাটী

৩১ জুলাই, ১৯৮৯

# সূচীপত্ৰ

## প্ৰথম ভাগ

## দ্বিতীয় ভাগ

### শব্দার্থ আৰু ভাবাবিষয়ক টীকা

# প্ৰাকৃত সাহিত্য চয়ন

## প্ৰাকৃতৰ প্ৰথম লেখিত নিদৰ্শন :

### ॥ অশোকৰ অনুশাসন ॥*

সাধাৰণতে প্ৰত্নলেখ বা প্ৰাচীন শিলালিপি তাম্ৰলিপি আদিক সাহিত্যৰ অংগীভূত বুলি বিবেচনা কৰা নহয় যদিও সম্ৰাট অশোকে খৃষ্টপূৰ্ব তৃতীয় শতাব্দীতে ভাৰতৰ প্ৰায় সৰ্বত্ৰতে জনসাধাৰণৰ সেইসময়ৰ কথ্যভাষাৰ (প্ৰাকৃতৰ) আঞ্চলিক ৰূপ অনুযায়ী লিপিবদ্ধ কৰি থৈ যোৱা শিলানুশাসন বা স্তম্ভানুশাসনসমূহ এনে এক সাৰ্বজনীন কল্যাণ-মৈত্ৰীৰ ভাৱ আৰু আদৰ্শৰে সমৃদ্ধ যে এইবোৰে সৰ্বকালৰ সৰ্বমানুহক নতুন চিন্তা আৰু চেতনাৰে উদ্দীপ্ত কৰিব পাৰে।** সেয়েহে এইবোৰ যেন বিশ্বৰ বিশাল নৈতিক সাহিত্যৰ অন্যতম অংগ হৈ

---

* 'প্ৰাকৃত সাহিত্যৰ অধ্যয়ন' শীৰ্ষক গ্ৰন্থত অশোকৰ অনুশাসনৰ সামাজিক-ঐতিহাসিক মূল্য আৰু ভাষা-বৈশিষ্ট্য সম্পৰ্কে বহলাই আলোচনা কৰা হৈছে।

** অশোকৰ সময়ৰ পৰা খৃষ্টাব্দ চতুৰ্থ শতাব্দী পৰ্যন্ত প্ৰাকৃতত লেখা প্ৰত্নলিপি প্ৰায় দুহেজাৰখন পোৱা গৈছে। অশোকৰ প্ৰত্নলেখৰ উপৰিও অন্যান্য কেইখনমান উল্লেখযোগ্য প্ৰত্নলেখ হ'ল, জোগীমাৰা গুহাৰ শিলালেখ, হাথিগুম্ফা গুহাৰ শিলালেখ, মহাস্থান শিলালেখ, বিহাৰৰ সোহগোৰা তাম্ৰলিপি, বেসনগৰ গৰুড় স্তম্ভলিপি ইত্যাদি।

অশোক-যুগৰ কথ্যভাষাশ্ৰিত লিপিমালাৰ পৰৱৰ্তী লিপিমালা ক্ৰমশঃ সংস্কৃত-প্ৰভাৱিত হৈ উঠিছিল। উত্তৰ ভাৰতত খৃষ্টাব্দ দ্বিতীয় শতাব্দী পৰ্যন্ত প্ৰাকৃততে প্ৰত্নলিপিসমূহ লেখা হৈছিল যদিও দক্ষিণ-ভাৰতত চতুৰ্থ শতাব্দী পৰ্যন্ত অন্ধ্ৰ আৰু পল্লৱ ৰজাসকলে প্ৰাকৃতৰ মাধ্যমেৰে প্ৰত্নলিপিসমূহ লেখাইছিল।

খৃষ্টোত্তৰ যুগত প্ৰাকৃতৰ ঠাইত প্ৰত্নলিপিসমূহত সংস্কৃতৰ প্ৰভাৱ পৰাৰ আৰু শেষত বিশুদ্ধ সংস্কৃততে লেখা-ৰীতি প্ৰচলিত হোৱাৰ প্ৰধান কাৰণ আছিল, প্ৰাকৃত ভাষাসমূহৰ ক্ৰমবৰ্ধমান আঞ্চলিক ৰূপ-সম্ভূত দুৰ্বোধ্যতা।

উঠিছে। তদুপৰি বিবিধ ঐতিহাসিক, সামাজিক, ধৰ্মীয় তথ্য সম্বলিত এই অনুশাসনসমূহৰ মাজতে প্ৰাকৃতৰ কথ্যভাষাশ্ৰিত ভাষাদৰ্শৰ প্ৰাচীনতম নিদৰ্শন পোৱা যায়; ভাৰতীয় লিপি আৰু গদ্য-ৰচনাৰো এইবোৰ অন্যতম প্ৰাচীন চানেকি।

তলত অশোক-অনুশাসনমালাৰ প্ৰথম চাৰিখন শিলানুশাসনৰ (গিৰ্নাৰ শিলানুশাসনৰ পৰা) মূল-পাঠ আৰু অসমীয়া অনুবাদ দিয়া হ'ল।

## ॥ শিলানুশাসন—১ ॥ ( গিৰ্নাৰ )

[ ইয়াত জীৱহত্যা নকৰা, সামাজিক মেলা-উৎসৱাদি নিষিদ্ধকৰণ সম্পৰ্কে নিৰ্দেশ দিয়া হৈছে। লিপিবদ্ধ কৰাৰ সময় আনুমানিক খৃষ্টপূৰ্ব ২৫৭—৫৬। ]

ইয়ং ধংমলিপী দেৱানং প্ৰিয়েন প্ৰিয়দসিনা ৰাঞা লেখাপিতা। ইধ ন কিংচি জীৱং আৰভিত্‌পা প্ৰজূহিতব্যং ন চ সমাজো[১] কতব্যো। বহুকং হি দোসং সমাজম্হি পসতি দেৱানং প্ৰিয়ো প্ৰিয়দসি ৰাজা। অস্তি পি তু একচা সমাজা সাধুমতা দেৱানং প্ৰিয়স প্ৰিয়দসিনো ৰাঞো।

১. **সমাজো**—সমাজঃ; সমাজ বা সমাৱেশ।

'সমাজ' শব্দই ইয়াত বৰ্তমান কালৰ 'সমাজ' বুলিলে যি বুজায় তাৰ অৰ্থ প্ৰকাশ কৰা নাই। কোনো মেলা বা উৎসৱাদিৰ কাৰণে একেলগে বহুত মানুহ গোট খোৱাৰ কথা বুজোৱা হৈছে। বুদ্ধদেৱৰ কালৰ পৰা অশোকৰ সময় পৰ্যন্ত এনে কিছুমান সামাজিক উৎসৱ হৈছিল,—য'ত বিবিধ পশু বলি দিয়া হৈছিল, মদ্যপান, জুৱাখেল, যাদু-প্ৰদৰ্শনী আদিৰে মানুহ উন্মত্ত হৈ পৰিছিল। দীঘ দিন ধৰি চলা এনে উৎসৱৰ কাৰণে সমাজত নানা অশান্তি বিয়পি পৰিছিল আৰু শান্তি-শৃংখলা ব্যাহত হৈছিল।

'ধম্মপদট্‌ঠকথা'ৰ পৰা জানিব পৰা যায় যে এবাৰ স্বয়ং বুদ্ধদেৱে শ্ৰাৱস্তীৰ জেতৱনৰ বিহাৰত অৱস্থান কৰা কালত শ্ৰাৱস্তী নগৰত এসপ্তাহ ধৰি চলা এনে উৎসৱত তৰুণসকলৰ অশোভনীয় আচৰণৰ কাৰণে ভিক্ষাৰ বাবে বাহিৰলৈ ওলাৰ

পুৰা মহানসম্হি দেৱানং প্ৰিয়স প্ৰিয়দসিনো বাঞো অনুদিৱসং বহূনি প্ৰাণ সতসহস্ৰানি আৰভিসু সুপাথায়। সে অজ য়দা অয়ং ধংমলিপী লিখিতা তী এৱ প্ৰাণা আৰভৰে সুপাথায় দ্বো মোৰা একো মগো। সো পি মগো ন ধ্ৰুৱো। এতে পি ত্ৰী প্ৰাণা পছা ন আৰভিসৰে।

**অনুবাদ :** এই ধৰ্মলিপি দেৱতাসকলৰ প্ৰিয় ৰজাৰ দ্বাৰা লেখা হ'ল। ইয়াত কোনো জীৱহত্যা কৰিব নোৱাৰিব আৰু কোনো মেলা-উৎসৱাদি অনুষ্ঠিত কৰিব নোৱাৰিব। প্ৰিয়দৰ্শী ৰজাই মেল-উৎসৱাদিত বহুতো দোষ দেখা পাইছে। অৱশ্যে কিছুমান মেলা-উৎসৱক প্ৰিয়দৰ্শী ৰজাই ভাল বুলি ভাবে।

আগতে দেৱতাসকলৰ প্ৰিয় প্ৰিয়দৰ্শী ৰজাৰ ব্যঞ্জনৰ বাবে প্ৰতিদিনে বহু শত সহস্ৰ প্ৰাণী বধ কৰা হৈছিল। এতিয়া এই লিপি লেখাৰ সময়ত দুটা ময়ৰা আৰু এটা হৰিণহে ব্যঞ্জনৰ বাবে বধ কৰা হয়; হৰিণ সদায়ে বধ কৰা নহয়। পিছলৈ এই তিনিটা প্ৰাণীও বধ কৰা নহ'ব।

## ॥ শিলানুশাসন—২ ॥

[ ইয়াত মানুহ আৰু পশুৰ বাবে চিকিৎসা ব্যৱস্থা কৰা, কুঁৱা খন্দা, বৃক্ষৰোপণ কৰা আদি জনহিতকৰ কামৰ উল্লেখ কৰা হৈছে।

নোৱাৰি বিহাৰতে সাদিন ধৰি আবদ্ধ হৈ থাকিব লগা হৈছিল। অন্তিম দিনত বুদ্ধই ধৰ্মসভাত তৰুণসকলৰ আচৰণক নিন্দা কৰি কৈছিল : 'পমাদমনুযুঞ্জন্তি বালা দুম্মেধিনো জনা ...' 'নিৰ্বোধ, অজ্ঞসকলেহে প্ৰমাদৰ পথ অনুসৰণ কৰে ...'

হয়তো অশোকৰ সময়ত উন্মত্ত আচৰণ হৈ এনে দীৰ্ঘদিনীয়া মেলা-উৎসৱে চৰম সীমা পাইছিল আৰু বৌদ্ধভিক্ষুসকল অত্যাচাৰিত হ'ব লগা হৈছিল। সেয়েহে সমাজত শান্তি-শৃংখলা, ঐক্য আৰু সম্প্ৰীতি ভাব বিৰাজ কৰাবলৈ দীৰ্ঘদিন ধৰি চলা জন-সমাবেশ বা মেলা-উৎসৱাদি উদ্‌যাপন কৰাত সম্ৰাটে বাধা আৰোপ কৰিছিল। 'ধৰ্ম'ক এক সামাজিক দায়িত্ববোধৰ মনোভাৱেৰে মানুহৰ সংস্কাৰ আচৰণক উন্নত কৰাই অশোকৰ লক্ষ্য হোৱাত এনে অনুশাসন দিছিল।

'সৰ্বলোকৰ হিত সাধনতকৈ অন্য কোনো কৰ্তব্য কৰ্ম নাই', এই বুলি অনুভৱ কৰা সম্ৰাট অশোকে বিবিধ জনকল্যাণমূলক কামত ব্ৰতী হৈছিল। এই অনুশাসন লিপিবদ্ধ কৰাৰ সময় আনুমানিক খৃঃ পূঃ ২৫৭। ]

সৰ্বত বিজিতম্হি দেবানং প্ৰিয়স প্ৰিয়দসিনো ৰাঞো এবমপি প্ৰচংতেষু য়থা চোডা[২] পাডা[৩] সতিয়পুতো কেতলপুতো[৪] আ তংবপংণী[৫] অংতিয়কো[৬] য়োন[৭] ৰাজা য়ে বা পি তস অংতিয়কস সামীপ ৰাজানো সৰ্বত্ৰ দেবানং প্ৰিয়স প্ৰিয়দসিনো ৰাঞো দ্বে চিকীছ কতা—মনুস-চিকীছা চ পসু-চিকীছা চ। ওসঢানি চ য়ানি মনুসোপগানি চ পসোপগানি চ য়ত য়ত নাস্তি সৰ্বত্ৰা হাৰাপিতানি চ ৰোপাপিতানি চ। মূলানি চ ফলানি চ য়ত য়ত নাস্তি সৰ্বত্ৰ হাৰাপিতানি চ ৰোপাপিতানি চ। পংথেসু কূপা চ খানাপিতা ব্ৰচা চ ৰোপাপিতা পৰিভোগায় পসু-মনুসানং।

---

২. চোডা—চোল ; বৰ্তমানৰ তাঞ্জোৰ-ত্ৰিচিনপল্লী অঞ্চল ;

৩. পাডা—পাণ্ড্য ; বৰ্তমানৰ মাদুৰাই-তিনেভেলি অঞ্চল ;

৪. সতিয়পুতো কেতলপুতো—সতিয়পুত্ৰ, কেৰলপুত্ৰ কেৰল প্ৰদেশ।) মৌৰ্য-সাম্ৰাজ্যৰ বিস্তাৰ আৰু প্ৰভাৱ দাক্ষিণাত্যৰ শেষ প্ৰান্ত পৰ্যন্ত আছিল আৰু চোল, পাণ্ড্য, কেৰল আদি ৰাজ্যৰ লগত সম্ৰাট অশোকৰ বন্ধুত্বপূৰ্ণ সম্পৰ্ক আছিল।

৫. তংবপংণী—তাম্ৰপৰ্ণী ; সিংহল বা শ্ৰীলংকাৰ প্ৰাচীন নাম। সিংহল বা আধুনিক শ্ৰীলংকাৰ লগত মৌৰ্যসকলৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। তেতিয়াৰ সিংহলী ৰজা তিস্‌সাই অশোকক আদৰ্শ ৰজা বুলি শ্ৰদ্ধা কৰিছিল। সম্ৰাট অশোকেও যি অশ্বত্থ গছৰ তলত বুদ্ধদেৱে বোধিত্ব লাভ কৰিছিল তাৰ এটা ডাল সিংহল-ৰাজলৈ পঠাইছিল।

৬. অংতিয়ক—চিৰিয়াৰ অধিপতি গ্ৰীক ৰজা দ্বিতীয় আণ্টিওকাছ থিওছ (২৬০-২৪৬ খৃঃ পূঃ)। গ্ৰীক ৰজাসমূহৰ লগতো দূত বিনিময় কৰি অশোকে বন্ধুত্বপূৰ্ণ সম্বন্ধ স্থাপন কৰিছিল।

৭. য়োন—যবন ; পশ্চিম-এচিয়াৰ লোকসকলক এই আখ্যা দিয়া হৈছিল। অৱশ্যে 'যবন' বা 'য়োন' অৰ্থই প্ৰথমতে গ্ৰীকসকলক বুজোৱা হৈছিল। শব্দটো আহিছে 'আয়োনিয়া' শব্দৰ পৰা।

অনুবাদ : দেৱতাসকলৰ প্ৰিয় প্ৰিয়দৰ্শী ৰজাৰ সাম্ৰাজ্যৰ সকলোতে আৰু সীমান্তৱৰ্তী চোল, পাণ্ড্য, সতিয়পুত্ৰ, কেৰলপুত্ৰৰ পৰা তাম্ৰপৰ্ণী পৰ্যন্ত, অন্তিয়ক নামৰ যৱন ৰজাৰ আৰু অন্তিয়কৰ সমীপৱৰ্তী আন ৰাজ্যৰ সকলোতে ৰজা প্ৰিয়দৰ্শীয়ে দুই প্ৰকাৰ চিকিৎসা প্ৰবৰ্তন কৰিছে— মানুহৰ চিকিৎসা আৰু পশু-চিকিৎসা।

মানুহ আৰু পশুৰ উপযোগী ঔষধি যি যি ঠাইত নাই সেই সেই ঠাইত সংগ্ৰহ কৰা হৈছে আৰু ৰোপন কৰা হৈছে। মূল আৰু ফলসমূহ যি যি ঠাইত নাই সেই ঠাইত সেইবোৰ সংগ্ৰহ কৰা হৈছে আৰু ৰোপন কৰা হৈছে।

পশু আৰু মানুহৰ ভোগৰ বাবে পথৰ কাষত কুঁৱা খন্দা হৈছে আৰু গছ ৰোৱা হৈছে।

## ॥ শিলানুশাসন—৩ ॥

[ বিভিন্ন ৰাজকৰ্মচাৰীক নীতি প্ৰচাৰ কাৰ্যত নিয়োগ সম্বন্ধে অনুশাসন। ৰচনাকাল আনুমানিক খ্ৰীঃ পূঃ ২৫৭। ]

দেৱানংপিয়ো পিয়দসি ৰাজা এবং আহ : দবাদসবাসাভিসিতেন ময়া ইদং আঞাপিতং। সৰ্বত বিজিতে মম যুতা[৮] চ ৰাজুকে[৯] চ প্ৰাদেসিকে[১০] চ পংচসু পংচসু বাসেসু অনুসংযানং নিযাতু এতায়েব অথায়—ইমায় ধংমানুসসটিয় যথা অঞায় পী কম্মায়—সাধু মাতবি চ

৮. যুতা—যুক্ত ; সৰু সৰু অঞ্চলৰ স্থানীয় প্ৰশাসক ;

৯. ৰাজুক—একশ্ৰেণী ৰাজকৰ্মচাৰী ; সাধাৰণতে চহৰ আৰু গ্ৰামাঞ্চলৰ কাৰণে নিয়োগ কৰা বিচাৰক্ষমতা থকা উচ্চপদস্থ কৰ্মচাৰী।

১০. প্ৰাদেসিক—প্ৰাদেশিক শাসনকৰ্তা। ৰাজপুত্ৰ অথবা ৰাজপৰিয়ালৰ লোকে প্ৰাদেশিক শাসনকৰ্তাৰ দায়িত্ব লাভ কৰিছিল। সম্ৰাটৰ পিছতে এওঁলোকৰ ক্ষমতা আছিল।

পিতৰি চ সুস্রুসা মিত্র সংস্তুত ঞাতিনং বামহণসমণানং সাধু অনাৰংভো অপ-ব্যয়তা অপ-ভাডতা সাধু। পৰিসা পি যুতে আঞপয়িসতি গণনায়ং হেতুতো চ ব্যংজনতো চ।

অনুবাদ: দেৱতাসকলৰ প্ৰিয় প্ৰিয়দৰ্শী ৰজাই কৈছে: অভিষেকৰ দ্বাদশ বছৰৰ পিছত মই এই আজ্ঞা দিছোঁ—

মোৰ সাম্ৰাজ্যৰ সকলোতে যুক্ত, ৰাজুক আৰু প্ৰাদেশিকসকলে পাঁচ বছৰৰ মূৰে মূৰে পৰিভ্ৰমণত ওলাব আৰু অন্যান্য কৰ্তব্যৰ লগতে এই ধৰ্মানুশাসন প্ৰচাৰ কৰিব:

পিতা-মাতাক সেৱা-শুশ্ৰূষা কৰা; মিত্ৰ পৰিচিত ব্যক্তি, জ্ঞাতি, ব্ৰাহ্মণ-শ্ৰমণক দান-দক্ষিণা দিয়া; প্ৰাণীহত্যা নকৰা, ব্যয় আৰু সঞ্চয়ত সংযম হোৱা মঙ্গলজনক।

পৰিষদেও (মন্ত্ৰী পৰিষদ) এই বিষয়ত যুক্তসকলক একে ধৰণেৰে আজ্ঞা দিব।

## ॥ শিলানুশাসন—৪ ॥

[ইয়াত অশোকৰ 'ধৰ্ম' প্ৰচাৰৰ ফলত ধৰ্মাচৰণ কেনেদৰে বৃদ্ধি পাইছিল আৰু ধৰ্মৰ অনুশাসন ৰক্ষা কৰাত অশোকৰ যত্ন কিমান আছিল সেইকথা বৰ্ণিত হৈছে। অনুশাসনখন লিপিবদ্ধ কৰাৰ সময় আনুমানিক খৃঃ পূঃ ২৫৭।]

অতিকাতং অংতৰং বহুনি ৱাসসতানি বঢ়িতো এৱ প্ৰাণাৰংভো ৱিহিংসা চ ভুতানং ঞাতিসু অসংপ্ৰতিপতী ব্ৰাম্হণস্ৰমণানং অসংপ্ৰতিপতী। ত অজ দেবানং প্ৰিয়স প্ৰিয়দসিনো ৰাঞো ধংমচৰণেন ভেৰীঘোসো অহো ধংমঘোসো বিমানদসনা চ হস্তীদসনা চ অগীখংধানি চ অঞানি চ দিব্যানি ৰূপানি দসয়িত্‌পা জনং ৱাবিসে। বহুহি

ৱাসসতেহি ন ভূতপুরে তাৰিসে অজ্ঞ বঢ়িতে দেৱানং প্রিয়স প্রিয়দসিনো ৰাঞো ধংমানুসষ্টিয়া অনাৰংভো প্রাণানং অৱিহীসা ভুতানং ঞাতিনং সংপটিপতী ব্রাহ্মণসমণানং সংপটিপতী মাতৰি পিতৰি সুস্রুসা থইৰসুস্রুসা। এস অঞে চ বহুবিধে ধংমচৰণে বঢ়িতে বঢ়য়িসতি চেৱ দেৱানং প্রিয়ো প্রিয়দসি ৰাজা ধংমচৰণং ইদং। পুত্রা চ পোত্রা চ প্রপোত্রা চ দেৱান' প্রিয়স প্রিয়দসিনো ৰাঞো বঢ়য়িসংতি ইদং ধংমচৰণ' আৱ সংৱটকপা ধংমম্হি সীলাম্হি তিষ্টংতো ধমং অনুসাসিসংতি।

এস হি সেসটে কংমে য় ধংমানুসাসনং ধংমচৰণে পি ন ভৱতি অসীলস। ত ইমম্হি অথম্হি বধী চ অহীনী চ সাধু। এতায় অথায় ইদং লেখাপিতং ইমস অথস বধি য়ুজংতু হীনী চ মা লোচেতব্যা। দবাদসবাসাভিসিতেন দেৱানং প্রিয়েন প্রিয়দসিনা ৰাঞা ইদং লেখাপিতং।

**অনুবাদ:** আগতে বহু শ বছৰ ধৰি প্রাণীহত্যা, জীৱহিংসা, জ্ঞাতিসকলৰ প্রতি অপ্রিয় ব্যৱহাৰ আৰু ব্রাহ্মণ-শ্রমণসকলৰ প্রতি অশ্রদ্ধাৰ ভাৱ বাঢ়ি গৈছিল। কিন্তু এতিয়া দেৱতাসকলৰ প্রিয় প্রিয়দর্শী ৰজাৰ ধর্মাচৰণৰ ফলত ভেৰীঘোষ ধর্মঘোষত পৰিণত হৈছে —যি সকলো জনসাধাৰণকে বিমান, হস্তী, অগ্নিক্রীড়া আৰু অন্যান্য দিব্যৰূপৰ প্রদর্শনী চাবলৈ আহ্বান কৰে। বহু শ বছৰ ধৰি প্রাণীহত্যা বর্জন, জীৱৰ প্রতি নিষ্ঠুৰতা হ্রাস, জ্ঞাতিসকলৰ প্রতি প্রীতিজনক ব্যৱহাৰ, ব্রাহ্মণ-শ্রমণৰ প্রতি শ্রদ্ধাশীলতা, পিতৃমাতৃ আৰু স্থবিৰ-সকলৰ প্রতি মান-সৎকাৰ—আদি যিবোৰ হোৱা নাছিল, এতিয়া প্রিয়দর্শী ৰজাৰ ধর্মানুশাসনৰ ফলত সেইবোৰে প্রসাৰতা লাভ কৰিছে। এইবোৰ, আৰু অন্য বহুবিধ ধর্মাচৰণ বৃদ্ধি হৈছে। দেৱতাসকলৰ প্রিয় প্রিয়দর্শী ৰজাই এই ধর্মাচৰণ বৃদ্ধি কৰি যাব। প্রিয়দর্শী ৰজাৰ পুত্র, পৌত্র আৰু প্রপৌত্রসকলেও প্রলয়কাল পর্যন্ত এই ধর্মাচৰণ বৃদ্ধি কৰি যাব; ধর্ম আৰু শীলত স্থিত হৈ ধর্মৰ অনুশাসন দিব।

ধৰ্মৰ অনুশাসন দিয়াই শ্ৰেষ্ঠ কৰ্ম। অশীলবানসকলৰ দ্বাৰা ধৰ্মাচৰণ নহয়। গতিকে এই আচৰণ বৃদ্ধি কৰা আৰু হানি নিবাৰণ কৰা মঙ্গলজনক। এই অনুশাসন এই কাৰণেই লেখা হ'ল যে এই আচৰণ বৃদ্ধি কৰা আৰু ইয়াৰ হানি নিবাৰণ কৰা পৰৱৰ্তীসকলৰো উত্তম কাৰ্য হ'ব। অভিষেকৰ দ্বাদশ বছৰৰ পিছত দেৱতাসকলৰ প্ৰিয় প্ৰিয়দৰ্শী ৰজাৰ দ্বাৰা এইখন লেখা হ'ল।

———

# ॥ পালি সাহিত্য ॥

## ॥ ধম্মপদ ॥

### পালি সাহিত্যৰ সংক্ষিপ্ত পৰিচয় আৰু 'ধম্মপদ'

খৃষ্টপূৰ্ব তৃতীয় শতাব্দীৰ পৰা খৃষ্টাব্দ দ্বিতীয় শতাব্দীৰ ভিতৰত আদি স্তৰৰ প্ৰাকৃতৰ পশ্চিমা আৰু প্ৰাচ্য-মধ্যা উপভাষাৰ মিশ্ৰণেৰে গঢ়ি উঠা শিষ্ট-জনোচিত বৌদ্ধধৰ্ম-সাহিত্যৰ ভাষাকে 'পালি ভাষা' বুলি অভিহিত কৰা হয়। প্ৰকৃততে পালিক কব পাৰি 'বৌদ্ধ-প্ৰাকৃত'। দক্ষিণ-পশ্চিম আৰু দক্ষিণ-ভাৰতৰ হীনযান মতাৱলম্বী বৌদ্ধসকলৰ জৰিয়তে এই ভাষাই প্ৰতিষ্ঠা লাভ কৰে আৰু সেয়েহে ইয়াক ধৰ্মগোষ্ঠী-কেন্দ্ৰিক এক সাৰ্বজনীন সাধুভাষা (Religious Koine) বুলি কব পাৰি। পশ্চিমা আৰু প্ৰাচ্যমধ্যা কথ্য-প্ৰাকৃত আশ্ৰিত হ'লেও সংস্কৃত ভাষাদৰ্শই আছিল ইয়াৰ প্ৰাণবিন্দু আৰু সেয়েহে ধৰ্মগোষ্ঠী-কেন্দ্ৰিক সাৰ্বজনীন হোৱা সত্বেও সংৰক্ষণশীল।

ভাষা অৰ্থত 'পালি' শব্দৰ ব্যৱহাৰ খৃষ্টীয় পঞ্চম শতাব্দী পৰ্যন্ত হোৱা নাছিল; পালি শব্দই বুজাইছিল বুদ্ধ-বচন আৰু অনুমোদিত বৌদ্ধ শিষ্যসকলৰ মূল্যবান বচনসমূহৰ সমষ্টি—অৰ্থাৎ বুদ্ধৰ বচন-উপদেশ য'ত পালিত বা ৰক্ষিত, সিয়েই 'পালি'। অৱশ্যে এই শব্দৰ উদ্ভৱ সম্পৰ্কে পণ্ডিতসকলৰ মাজত যথেষ্ট মতভেদ আছে।

বুদ্ধৰ বচনসমূহ বুদ্ধৰ মহাপৰিনিৰ্বাণৰ (খৃঃ পূঃ ৪৮৪) পিছৰ কালত কেইবা শতক জুৰি মুখে মুখে ভিক্ষুসংঘৰ মাজত প্ৰচাৰিত হৈ আছিল আৰু 'এবং মে সুতং', 'এনেদৰে মই শুনিছেলো' এই বুলি বুদ্ধ-পৰৱৰ্তীকালত অনুষ্ঠিত হোৱা তিনিখন মহাসংগীতিত আবৃত্তি-বিবৃত্তি হৈছিল। তিনিখন মহাসংগীতিত বুদ্ধ-বচনসমূহ কাশ্যপ, আনন্দ, উপালি, মোগ্গলিপুত্ত তিস্স আদি প্ৰধান বৌদ্ধ প্ৰবক্তাসকলৰ

অনুমোদনত সংশোধন, পৰিবৰ্ধন আৰু পৰিগৃহীত হৈ বিনয়, সুত্ত আৰু অভিধম্ম এই 'তিপিটক' বা 'ত্ৰিপিটক'ত ভাগ হয়। এই পিটক অশোক-পুত্ৰ মহেন্দ্ৰই বৌদ্ধধৰ্ম প্ৰচাৰৰ অৰ্থে সিংহললৈ ( বৰ্তমানৰ শ্ৰীলংকা ) লৈ যায় আৰু তাতে সিংহলৰ ৰজা বট্টগামনিৰ ৰাজত্বকালত ( ২৯ খৃষ্ট পূৰ্বাব্দত ), বুদ্ধৰ মহাপৰিনিৰ্বাণৰ চাৰে চাৰিশ বছৰৰ পিছত প্ৰথম লিপিবদ্ধ হয়।

গতিকে 'পালি' বুলিলে প্ৰথম অৱস্থাত বুদ্ধদেৱৰ 'সাসন-দেসনা' বা বচন-উপদেশাৱলীকে বুজাইছিল যদিও, পৰৱৰ্তীকালত সিয়েই বিভিন্নজন শিষ্যৰ আবৃত্তি, সংশোধন, সংযোজন আদিৰ দ্বাৰা বিৰাট আকাৰ ধাৰণ কৰিছিল আৰু অৱশেষত হীনযান পন্থৰ থেৰবাদীসকলৰ জৰিয়তে ব্যাপ্তি লাভ কৰি ভাষাটো 'পালিভাষা' নামেৰে জনাজাত হয়।

মূল বৌদ্ধশাস্ত্ৰ 'ত্ৰিপিটক'ৰ উপৰিও ত্ৰিপিটক-বহিৰ্ভূত অনেক ধৰ্মশাস্ত্ৰ বৌদ্ধ পণ্ডিতসকলে ৰচনা কৰিছিল, এইবিলাকৰ ভিতৰত বৌদ্ধভিক্ষু নাগসেনৰ দ্বাৰা ৰচিত 'মিলিন্দপঞ্ হো'; বুদ্ধঘোষ, ধৰ্মপাল আদি বিশিষ্ট বৌদ্ধপণ্ডিতৰ দ্বাৰা ৰচিত 'অট্ ঠকথা'সমূহ বা বুদ্ধবচনৰ ভাষ্য-ব্যাখ্যা; বুদ্ধৰ জীৱন-বৃত্তান্তৰ পৰা বৌদ্ধধৰ্ম সম্পৰ্কীয় অনেক কথাৰে ইতিহাস-আখ্যায়িকামূলক 'দীপবংস', 'মহাবংস' আদি বিবিধ 'বংস-সাহিত্য'; বিভিন্ন প্ৰকাৰৰ কাব্যগ্ৰন্থ বিশেষ উল্লেখযোগ্য।

হীনযান থেৰবাদীসকলৰ জৰিয়তে পালি-সাহিত্য বিশাল আকাৰ ধাৰণ কৰাই নহয়, ভাৰতৰ বাহিৰেও সিংহল বা শ্ৰীলংকা, ব্ৰহ্মদেশ, শ্যামদেশ, কম্বোডিয়া প্ৰভৃতিতো পালিৰ বিশেষ চৰ্চা হৈ, মূলতঃ প্ৰাচীন প্ৰাকৃতৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা পালি ধৰ্মসাহিত্যৰ ভাষা হৈও এক স্বয়ংসম্পূৰ্ণ, বিবিধ সাহিত্য-সম্পদেৰে ঐশ্বৰ্যশালী উন্নত ভাষা হিচাপে প্ৰতিষ্ঠিত হৈছিল। পালি-সাহিত্যৰ জৰিয়তে বহিৰ্ভাৰতত ভাৰতীয় সভ্যতাৰ বিজয়াভিযান বা ভাৰতীয় মনৰ দাৰ্শনিক দৃষ্টি-ভংগীয়েই ফুটি উঠা নাই, প্ৰাচীনকালৰ পৰা মধ্যযুগলৈকে ভাৰতৰ সভ্যতা-সংস্কৃতিৰ পৰিচয়ো সুন্দৰ ৰূপত ফুটি উঠিছে।

পালি ধৰ্ম-সাহিত্যৰ ভাষা হ'লেও নিৰস ধৰ্মতত্ত্বৰে ই পুষ্ট নহয়; বৰং জীৱন-গ্ৰাহী সাহিত্য-ৰসসমৃদ্ধ গুণেৰে ইয়াৰ বহুখিনি ৰচনাই উৎকৃষ্ট সাহিত্য হৈ সাউতিযুগীয়া খ্যাতি বহন কৰিছে।

ভাৰতীয় নাৰী-মনৰ দুখ-বেদনা, সংঘাত-কাৰুণ্যৰে সিক্ত অপূৰ্ব গীতি-কবিতা সদৃশ 'থেৰীগাথা'; কল্যাণ-মৈত্ৰীৰ আদৰ্শ প্ৰচাৰৰ উদ্দেশ্যেৰে ইতিহাস আৰু লোক-কথাৰ সংমিশ্ৰণত সৃষ্টি কৰা অমৰ কথা-সাহিত্য 'জাতকমালা'; অলংকাৰ-সমৃদ্ধ মনোজ্ঞ বৰ্ণনাত্মক গদ্য-শৈলীৰ অপূৰ্ব নিদৰ্শন 'মিলিন্দপঞ্‌হো'; ঐতিহাসিক তথ্য-সম্বলিত ইতিহাস-আখ্যায়িকা 'দীপবংস', 'মহাবংস'; প্ৰাচীন ভাৰতৰ পাণ্ডিত্য আৰু প্ৰতিভাৰ অন্যতম নিদৰ্শন বুদ্ধঘোষৰ 'অট্‌ঠকথা'সমূহ আৰু বৌদ্ধধৰ্মাদৰ্শৰ সাৰাংশ সম্বলিত সৰ্বকালৰ শ্ৰেষ্ঠ নৈতিক-সাহিত্যৰ অংগীভূত 'ধম্মপদ'—বিশাল পালি-সাহিত্যৰ অতুলনীয় সম্পদ। এইবোৰে প্ৰাচীন ভাৰতীয় চিন্তা আৰু মননক চিৰউজ্জ্বল কৰি আছে।

## ॥ ধম্মপদ ॥

ত্ৰিপিটকৰ অন্তৰ্গত সুত্ত-পিটকৰ খুদ্দক নিকায়ৰ দ্বিতীয় গ্ৰন্থ 'ধম্মপদ' বৌদ্ধ-সাহিত্যৰে এক অতুলনীয় সম্পদ নহয়, সমগ্ৰ ভাৰতৰ ধৰ্ম-সাহিত্যৰো এক অবিস্মৰণীয় কীৰ্তি। ইয়াৰ বিভিন্ন গাথাৰ মাজেদি ফুটি উঠিছে কোনো দেশ-কালে সীমাবদ্ধ কৰিব নোৱাৰা কল্যাণ-মৈত্ৰীৰ আদৰ্শ-প্ৰণোদিত বিশ্ব-মানৱৰ প্ৰাণৰ গভীৰ আকুতি। ইয়াৰ মৰ্মবাণী হিচাপে অভিব্যক্ত হৈছে সৎ, শুদ্ধ, পৰিশীলিত জীৱন-যাপনেৰে মানৱ-ধৰ্ম বোধেৰে উদ্দীপ্ত হৈ সৰ্বমানৱৰ কল্যাণত আত্মাহুতি দিয়া আৰু তাৰ মাজেদি এক পৰম প্ৰশান্তিময় অৱস্থা লাভ কৰা।

ইয়াৰ চিৰকালীন মানৱীয় মূল্যবোধৰ গুণৰাশিৰ কাৰণেই এই গ্ৰন্থই প্ৰাচীনকালৰ পৰাই জনসমাজত বিশেষ আদৰ লাভ কৰি

আহিছে। পালিৰ উপৰিও সংস্কৃত, প্ৰাকৃত ভাষাতো ইয়াৰ পাঠ পোৱা যায়। তদুপৰি চীন, তিব্বত আদি দেশতো অতি প্ৰাচীন-কালতে ইয়াৰ অনুবাদ হৈছিল। ধৰ্ম অৰ্থাৎ নীতি-নৈতিকতামূলক পথ লাভৰ উপায় অৰ্থতে ইয়াত সন্নিৱিষ্ট গাথাসমূহক একেলগে 'ধম্মপদ' বুলি কোৱা হৈছে বুলি কব পাৰি। বিবিধ উপমাৰে, সহজ-সৰল ভাষা তথা ৰচনা-শৈলীৰে জনসাধাৰণৰ মাজত নৈতিক জ্ঞান প্ৰচাৰ কৰা আৰু তাৰ মাজেদি জনসাধাৰণক পৰিশুদ্ধ কৰি তোলাই এই সংকলন গ্ৰন্থৰ মূল লক্ষ্য আছিল। 'ধম্মপদ'ৰ বিভিন্ন পাঠৰ ভিতৰত পালি ভাষাত লেখিত ধম্মপদকে প্ৰাচীনতম আৰু সম্পূৰ্ণ বুলি ভৰা হয়। পালি-ধম্মপদত ৪২৩টা গাথা আছে আৰু এইবিলাকক ২৬টা বগ্গ বা বৰ্গত বিভক্ত কৰা হৈছে।*

তলত পালি ধম্মপদৰ পৰা 'অপ্পমাদ বগ্গো', 'চিত্ত বগ্গো', 'পুপ্ফ বগ্গো', 'সুখ বগ্গো' আৰু 'পণ্ডিত বগ্গো'—এই পাঁচটা বৰ্গৰ মূল পাঠ আৰু অসমীয়া অনুবাদ দিয়া হ'ল।

## অপ্পমাদ বগ্গো

১। অপ্পমাদো অমতপদং পমাদো মচ্চুনো পদং।
অপ্পমত্তা ন মীয়ন্তি যে পমত্তা যথা মতা॥

অনুবাদ: অপ্ৰমাদ[১] অমৃতৰ (নিৰ্বাণৰ) পথ, প্ৰমাদ[২]

* 'প্ৰাকৃত সাহিত্যৰ অধ্যয়ন' শীৰ্ষক গ্ৰন্থত ধম্মপদৰ অৰ্থ, বিভিন্ন পাঠ (recension) আৰু ধৰ্মতত্ত্ব সম্পৰ্কে বহলাই আলোচনা কৰা হৈছে।

১. 'অপ্ৰমাদ' শব্দৰ অৰ্থ গভীৰ ভাৱব্যঞ্জক। অনাত্ম, অনিত্য, দুখময় জগতৰ প্ৰতি অনাসক্ত হৈ সংযম আৰু একাগ্ৰ চিত্তৰে সৰ্বপ্ৰকাৰ কুশল চিন্তা আৰু কাৰ্যত ৰত হোৱাই অপ্ৰমাদ আৰু এনে অনাসক্ত, ধীৰ, একাগ্ৰ, কুশল চিন্তাত ৰত হোৱা জনেই অপ্ৰমাদী। অপ্ৰমাদ অনুশীলন কৰা জনে স্মৃতি-সংৰক্ষণ কৰি সদা সচেতন হৈ কাম, ভব, অবিদ্যা অতিক্ৰম কৰে। অপ্ৰমাদীজনে নিৰ্বাণৰ প্ৰশান্তি অনুভৱ কৰে আৰু তাৰ জীৱনতে জন্ম, জৰা, মৃত্যুৰ অতীত হ'ব পাৰে। সমগ্ৰ 'ধম্মপদ'ৰ মাজত নৈতিক শিক্ষা দিয়াৰ যি উদ্দেশ্য আছে, সেই

মৃত্যুৰ পথ ; অপ্ৰমত্তসকলৰ মৃত্যু নহয়, যিসকল প্ৰমত্ত তেওঁলোক মৃতৰ দৰে।

২। এতং বিসেসতো ঞত্বা অপ্পমাদম্হি পণ্ডিতা।
অপ্পমাদে পমোদন্তি অৰিয়ানং গোচৰে ৰতা ॥

অনুবাদ : অপ্ৰমাদী পণ্ডিতসকলে এই কথা বিশেষভাৱে জানি অপ্ৰমাদত আনন্দ লাভ কৰে আৰু আৰ্যসকলৰ ১৩ পথত বিচৰণ কৰে।

৩। তে ঝায়িনো সাততিকা নিচ্চং দল্হ পৰক্কমা।
ফুসন্তি ধীৰা নিব্বাণং যোগক্খেমং অনুত্তৰং ॥

—

উদ্দেশ্যত অপ্ৰমাদ পৰায়ণ হ'বলৈ শিক্ষোদ্দেশ্যই এক তাৎপৰ্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে।

১২. 'প্ৰমাদ'—সৰ্বপ্ৰকাৰ অকুশল কাৰ্যই ( দান, শীল, ভাৱনা, সম্মান, পুণ্যদান, পুণ্যানুমোদন, ধৰ্মশ্ৰৱণ, ধৰ্মোপদেশ আৰু দৃষ্টি ঋজুতা বা সত্যজ্ঞান সঞ্চয়—এই দহ প্ৰকাৰ কৰ্ম কুশল কৰ্ম।) প্ৰমাদ। যি স্মৃতি-সংৰক্ষণ কৰিব নোৱাৰে অৰ্থাৎ সংসাৰৰ স্বৰূপ উপলব্ধি কৰি দুখানুভূতিৰ সত্যোপলব্ধি যি কৰিব নোৱাৰে, তেনে চঞ্চল, প্ৰমত্তজনেই প্ৰমাদী। প্ৰমাদীজনে জন্ম, মৃত্যু, জৰাৰ মাজেদি সংসাৰৰ দুখ ভোগ কৰিব লগা হৈ থাকে। সাংসাৰিক তৃষ্ণাই তেওঁলোকক অকুশল চিন্তাৰ পথলৈ লৈ যায় আৰু ইয়াৰ ফলত তেওঁলোক জীয়াই থকাতো মৃত্যুতুল্য।

১৩. আৰ্য শব্দৰ অৰ্থ বৌদ্ধমতত সঙ্কীৰ্ণ। বৌদ্ধধৰ্মত নিৰ্বাণ লাভৰ পথ চাৰিটা : সোতাপত্তিমগ্গ, সকদাগামিমগ্গ, অনাগামিমগ্গ আৰু অৰহত্তমগ্গ। যি বৌদ্ধমতত প্ৰৱেশ কৰি অচল-অটলভাৱে থাকে তেওঁ সোতাপত্তি বা স্ৰোতাপত্তি ; এনে লোকে সাতবাৰ জন্মগ্ৰহণ কৰি শেষত কৰ্মবন্ধৰ পৰা মুক্ত হৈ নিৰ্বাণ লাভ কৰে। সকদাগামি বা সকৃদাগামিসকলে এবাৰ মাত্ৰ জন্মগ্ৰহণ কৰিব লগা হয়। অনাগামিসকলে সংসাৰলৈ আহিব লগা নহয় ; ব্ৰহ্মলোক প্ৰাপ্ত হৈ নিৰ্বাণ লাভ কৰে। অৰহত বা অৰ্হতসকলে এই জন্মতে তৃষ্ণামুক্ত হৈ নিৰ্বাণ লাভ কৰে। এই চাৰিশ্ৰেণীৰ লোকে প্ৰথমে মাৰ্গ লাভ কৰে, পিছত ফল লাভ কৰে অৰ্থাৎ নিৰ্বাণ লাভ কৰে। মাৰ্গলাভ আৰু ফলপ্ৰাপ্তি অনুযায়ী এওঁলোকক আঠশ্ৰেণীত ভাগ কৰা হৈছে আৰু ইয়াকে কোৱা হয় 'অট্ঠ অৰিয়পুগ্গলা' বা 'অষ্ট আৰ্যপুদ্গল'। এই আঠশ্ৰেণীৰ লোককে 'আৰ্য' বুলি কোৱা হৈছে। আৰ্যসকলৰ কোনো চ্যুতি-বিচ্যুতি নঘটে আৰু সেই কাৰণে মুক্তিৰ পথ নিৰ্দিষ্ট। মাৰ্গ-ফলৰ বাহিৰ্ভূতজনক কোৱা হয় 'পুথুজ্জন' বা 'পৃথগ্জন' ( সাধাৰণ ব্যক্তি )।

**অনুবাদ :** এনে ধ্যায়ী, উদ্যমশীল, সদা দৃঢ়পৰাক্ৰমশীল বিজ্ঞসকলে পৰম প্ৰশান্ত নিৰ্বাণ লাভ কৰে।

৪। উট্‌ঠানবতো সতিমতো সুচিকম্মস্‌স নিসম্মকাৰিনো।
সঞ্‌ঞতস্‌স চ ধম্মজীৱিনো অপ্‌পমত্তস্‌স যসোভিবড্‌ঢতি ॥

**অনুবাদ :** উত্থানশীল, স্মৃতিসম্পন্ন, শুদ্ধাচাৰী, বিবেচনাশীল, সংযত আৰু অপ্ৰমত্ত ধৰ্মজীৱিসকলৰ যশ বৃদ্ধি হয়।

৫। উট্‌ঠানেনপ্‌পমাদেন সঞ্‌ঞমেন দমেন চ।
দীপং কয়িৰাথ মেধাবী যং ওঘো নাভিকীৰতি ॥

**অনুবাদ :** উত্থান, অপ্ৰমাদ, সংযম আৰু আত্মনিয়ন্ত্ৰণৰ দ্বাৰা জ্ঞানী ব্যক্তিয়ে যি দ্বীপ নিৰ্মাণ কৰে বানপানীয়ে তাক বুৰাব নোৱাৰে।

৬। পমাদমনুযুঞ্জন্তি বালা দুম্মেধিনো জনা।
অপ্‌পমাদঞ্চ মেধাৱী ধনং সেট্‌ঠংৱ ৰক্‌খতি ॥

**অনুবাদ :** নিৰ্বোধ অজ্ঞসকলেহে প্ৰমাদযুক্ত হয়; জ্ঞানীসকলে অপ্ৰমাদক শ্ৰেষ্ঠ সম্পদৰূপে ৰক্ষা কৰে।

৭। মা পমাদমনুযুঞ্জেয় মা কামৰতিসন্থৱং।
অপ্‌পমত্তো হি ঝায়ন্তো পপ্‌পোতি বিপুলং সুখং ॥

**অনুবাদ :** প্ৰমাদৰ অধীন নহবা, কামস্পৃহাত আসক্ত নহবা। অপ্ৰমত্ত ধ্যায়ী লোকে বিপুল সুখ লাভ কৰে।

৮। পমাদং অপ্‌পমাদেন যদা নুদতি পণ্ডিতো।
পঞ্ঞাপাসাদমাৰুয্হ আসোকো সোকিনিং পজং।
পব্বতট্‌ঠো ৱ ভুম্মট্‌ঠে ধীৰো বালে অৱেক্‌খতি ॥

**অনুবাদ :** পৰ্বতৰ ওপৰত উঠা ব্যক্তিয়ে ভূমিস্থিত ব্যক্তিক যিদৰে অৱলোকন কৰে, তেনে দৰে পণ্ডিত ব্যক্তিয়ে অপ্ৰমাদৰ দ্বাৰা প্ৰমাদ পৰিহাৰ কৰি প্ৰজ্ঞাপ্ৰাসাদত আৰোহণ কৰি শোকমুক্ত হৈ শোকগ্ৰস্ত জনসাধাৰণক অৱলোকন কৰে।

৯। অপ্‌পমত্তো পমত্তেসু সুত্তেসু বহুজাগরু।
অবলস্সং ব সীঘস্সো হিত্বা যাতি সুমেধসো॥

অনুবাদ: দ্রুতগামী অশ্বই যিদৰে দুৰ্বল অশ্বক অতিক্ৰম কৰি আগবাঢ়ি যায়, তেনে দৰে প্ৰমত্তসকলৰ মাজত অপ্ৰমত্ত ব্যক্তিয়ে, সুপ্তসকলৰ মাজত জাগৰিত ব্যক্তিয়ে শীঘ্ৰগামী হয়।

১০। অপ্‌পমাদেন মঘবা দেৱানং সেট্‌ঠতং গতো।
অপ্‌পমাদং পসংসন্তি পমাদো গৰহিতো সদা॥

অনুবাদ: অপ্ৰমাদৰ দ্বাৰা মঘৱাই[১৪] দেৱতাসকলৰ শ্ৰেষ্ঠস্থান (ইন্দ্ৰত্ব) লাভ কৰিছিল। অপ্ৰমাদ প্ৰশংসিত, প্ৰমাদ সৰ্বদা নিন্দিত।

১১। অপ্‌পমাদৰতো ভিক্‌খু পমাদে ভয়দস্‌সিবা।
সংযোজনং অণুং থূলং ডহং অগ্‌গীব গচ্ছতি॥

অনুবাদ: অপ্ৰমাদৰত ভিক্ষুৱে প্ৰমাদক ভয়ৰ দৃষ্টিৰে চাই, তেওঁ ক্ষুদ্ৰ-বৃহৎ সৰ্বপ্ৰকাৰ সংযোজন[১৫] দগ্ধ কৰি অগ্নিৰ দৰে অগ্ৰসৰ হয় (মুক্তিৰ পথত)।

---

১৪. এটা জন্মত বোধিসত্ত্বই মঘ-মানৱৰূপে জন্মগ্ৰহণ কৰি অপ্ৰমাদৰ পথ অনুসৰণ কৰি লোক-কল্যাণমূলক কাম কৰি স্বৰ্গৰ ইন্দ্ৰত্ব প্ৰাপ্ত হৈছিল।

ব্ৰাহ্মণ্য সাহিত্যৰ দৰে বৌদ্ধ সাহিত্যতো 'ইন্দ্ৰ'ৰ কথা পোৱা যায় যদিও বৌদ্ধ সাহিত্যৰ ইন্দ্ৰ একেবাৰে সুকীয়া। বৌদ্ধ সাহিত্যত বৰ্ণিত ইন্দ্ৰ স্বৰ্গৰ স্থায়ী ৰজা নহয় অথবা দানৱ-অসুৰ সংহাৰকো নহয়, বৰং তেওঁ পৰোপকাৰী আৰু বিপদৰ সহায়কাৰী। বৌদ্ধ সাহিত্যত ইন্দ্ৰৰ অস্তিত্ব বিভিন্ন সময়ত বেলেগ বেলেগ। ইন্দ্ৰত্ব প্ৰাপ্তিৰ বাবে পিতৃ-মাতৃক সেৱা কৰা, বয়োজ্যেষ্ঠসকলক সন্মান প্ৰদৰ্শন কৰা, অমায়িক কথা-বাৰ্তা কোৱা, দান-দক্ষিণা দিয়া, সত্য কথা কোৱা, বিভেদ সৃষ্টি কৰিব পৰা কথা-বাৰ্তা পৰিহাৰ কৰা আৰু ক্ৰোধ সম্বৰণ কৰা— এই সাতোটা ব্ৰত পালন কৰিব লাগে আৰু জনহিতকৰ কামত ব্ৰতী হ'ব লাগে। পূৰ্বজন্মত বোধিসত্ত্বই মঘ-মানৱ ৰূপে জন্ম লৈ কল্যাণব্ৰতী হ'ব পাৰিছিল কাৰণেই 'ইন্দ্ৰত্ব' লাভ কৰিবলৈ সমৰ্থ হৈছিল।

১৫. সংযোজন—সংযোজনৰ অৰ্থ হ'ল ভৱ-বন্ধন, সংসাৰৰ মায়াই জীৱক বান্ধি ৰাখে কাৰণেই সংযোজন। ই দহ প্ৰকাৰৰ। সংযোজন ছিন্ন হ'ব পৰে লোকোত্তৰ মাৰ্গত। কাম, ভৱ, মিথ্যাদৃষ্টি আৰু অবিদ্যাই প্ৰাণীৰক

১২। অপ্‌পমাদৰতো ভিক্খু পমাদে ভয়দস্‌সি ৱা।
অভব্বো পৰিহানায় নিব্বানসসের সন্তিকে ॥

**অনুবাদ:** অপ্ৰমাদৰত আৰু প্ৰমাদত ভয়দৰ্শী ভিক্ষুৰ 'পতন হ'ব নোৱাৰে ; তেওঁ নিৰ্বাণৰ ওচৰতে অৱস্থান কৰে।

## ॥ চিত্ত বগ্‌গো ॥

১। ফন্দনং চপল চিত্তং দূৰক্‌খং দুন্নিবাৰয়ং।
উজুং কৰোতি মেধাৱী উস্সুকাৰো ৱ তেজনং ॥

**অনুবাদ:** শৰ নিৰ্মাতাই পোনভাৱে শৰ নিৰ্মাণ কৰাৰ দৰে জ্ঞানী ব্যক্তিয়েও স্পন্দনশীল, চঞ্চল, দুৰক্ষ্য আৰু দুৰ্নিবাৰ চিত্তক পোন কৰে (অৰ্থাৎ কুপথৰ পৰা সুপথলৈ আনে।)

২। বাৰিজো'ৱ থলে খিত্তো ওকমোকতো উব্‌ভতো।
পৰিফন্দতি'দ চিত্তং মাৰধেয়্যং পহাতৱে ॥

**অনুবাদ:** পানীৰ পৰা মাটিলৈ তোলা মাছে পুনৰাই পানীলৈ যাবলৈ ছটফটোৱাৰ দৰে জ্ঞানী ব্যক্তিৰ চিত্তইও মাৰ ৰাজ্য[১৬] পৰিত্যাগ কৰিবলৈ ছটফটায়।

---

সংসাৰত বন্ধন বা আবদ্ধ কৰে ; এই সংযোজনৰ কাৰণেই মানুহ জন্ম মৃত্যুৰ অধীন হৈ সংসাৰলৈ আহি নানা দুখভোগ কৰিব লগা হয়।

১৬. 'মাৰ'—বৌদ্ধধৰ্মমতত 'মাৰ' এক দুষ্কৃতিকাৰী, প্ৰলোভনৰ দেৱতা। মাৰে সদায় কু-প্ৰলোভনেৰে মানুহক বিপদগ্ৰস্ত কৰে। বুদ্ধদেৱৰ বুদ্ধত্বলাভৰ পূৰ্বকালত আৰু পৰৱৰ্তীকালতো মাৰে বুদ্ধক বিপদগ্ৰস্ত কৰিবলৈ চেষ্টা কৰিছিল। বুদ্ধৰ বিৰুদ্ধে মাৰৰ চক্ৰান্তৰ বিষয়ক কথা বৌদ্ধ সাহিত্যত যথেষ্ট আছে। 'মাৰ' চৰিত্ৰৰ লগত বাইবেলৰ 'ছয়তান'ৰ অনেক সাদৃশ্য লক্ষ্য কৰা যায়।

মাৰৰ প্ৰলোভনতে সাধাৰণ জীৱই 'মমত্ব' আৰু 'আমিত্ব' এই দুই মিথ্যাদৃষ্টিৰ বশীভূত হৈ অনাত্ম আৰু অনিত্য জগতত বন্ধ থাই কাম-দ্বেষ আদি বিপুৰ দ্বাৰা আক্ৰান্ত হয়। কিন্তু জ্ঞানীজনে অৰ্থাৎ বিজনে কুশল-অকুশল কৰ্মৰ অৱস্থা অনুধাৱন কৰি উত্তৰ গুণৰ অধিকাৰী হয়, তেওঁ জগত-সংসাৰৰ স্বৰূপ উপলব্ধি কৰি মাৰ বন্ধনৰ পৰা মুক্ত হবলৈ উদগ্ৰীৱ হয়।

৩। দুন্নিগ্গহস্‌স লহুনো যত্থকামনিপাতিনো।
চিত্তস্‌স দমথো সাধু চিত্তং দন্তং সুখাবহং ॥

**অনুবাদ:** দুর্নিগ্রহ, লঘু, যথেচ্ছবিচৰণশীল চিত্তক দমন কৰা মংগলজনক ; দমিত চিত্তই সুখ প্ৰদান কৰে।

৪। সুদুদ্দসং সুনিপুণং যত্থকামনিপাতিনং।
চিত্তং ৰক্খেথ মেধাবী চিত্তং গুত্তং সুখাবহং ॥

**অনুবাদ:** অতিশয় দুৰ্বোধ্য, অতিশয় সূক্ষ্ম আৰু যথেচ্ছ বিচৰণশীল চিত্তক জ্ঞানীয়ে ৰক্ষা কৰে (সংযত কৰে) ; সুৰক্ষিত চিত্তই সুখ প্ৰদান কৰে।

৫। দূৰংগমং একচৰং অসৰীৰং গুহাসয়ং।
যে চিত্তং সঞ্‌ঞমেস্‌সন্তি মোক্খন্তি মাৰ-বন্ধনা ॥

**অনুবাদ:** দূৰগামী, একাকী বিচৰণশীল, অশৰীৰী, গুহাশায়ী[17] চিত্তক যি সংযত কৰে তেওঁ মাৰ-বন্ধনৰ পৰা মুক্তি লাভ কৰে।

৬। অনৱট্‌ঠিত চিত্তস্‌স সদ্ধম্মং অবিজানতো।
পৰিপ্লৱপসাদস্‌স পঞ্‌ঞা ন পৰিপূৰতি ॥

**অনুবাদ:** যাৰ চিত্ত চঞ্চল, সত্যধৰ্ম[18] যাৰ অজ্ঞাত, যাৰ চিত্ত শান্তিবিহীন তেওঁ জ্ঞানে পূৰ্ণতা লাভ নকৰে।

৭। অনৱস্সুত চিত্তস্‌স অনন্বাহতচেতসো।
পুঞ্‌ঞপাপপহীনস্‌স নত্থি জাগৰতো ভয়ং ॥

---

১৭. 'গুহা' শব্দই ইয়াত হৃদয়ক বুজাইছে, 'হৃদয়াশ্ৰয়ী' বা যি হৃদয়-গহ্বাত অৱস্থান কৰে। চিত্তৰ কোনো আকৃতি নাই ; কোনো বৰ্ণও নাই। ই হৃদয়-গহ্বৰৰ ভিতৰত অৱস্থান কৰে।

১৮. সত্যধৰ্ম—বুদ্ধ প্ৰবৰ্তিত ধৰ্মৰ যথাৰ্থ মৰ্ম। শীল, সমাধি, প্ৰজ্ঞা, বিমুক্তি, বিমুক্তিজ্ঞান দৰ্শন, পৰমাৰ্থ আৰু নিৰ্বাণ—ইয়েই সত্যধৰ্ম। মিথ্যাদৃষ্টি, মিথ্যাসংকল্প, মিথ্যাবাক্য, মিথ্যাকৰ্ম, মিথ্যাজীৱিকা, মিথ্যাপ্ৰচেষ্টা, মিথ্যাস্মৃতি, মিথ্যাসমাধি, অবিদ্যা আৰু ভ্ৰান্তধাৰণা—এই দহবিধ অসত্য আৰু এইবিলাক আচৰণেই অসত্যধৰ্ম।

**অনুবাদ :** যাৰ চিত্ত আস্ৰবহীন[১৯], সংশয়ৰ দ্বাৰা অনাক্ৰান্ত, যি পুণ্য-পাপহীন তেওঁৰ জাগৰণতো (ইন্দ্ৰিয়ৰ প্ৰলুব্ধতাতো) ভয় নাই।

৮। কুম্ভুপমং কায়মিমং বিদিত্বা নগৰূপমং চিত্তমিদংঠপেত্বা।
যোধেথ মাৰং পঞ্ঞাযুধেন জিতং চ ৰক্খে
অনিবেসনো সিয়া॥

**অনুবাদ :** দেহক কলহৰ দৰে জ্ঞান কৰি, চিত্তক নগৰৰ দৰে সুৰক্ষিত কৰি প্ৰজ্ঞা অস্ত্ৰৰে মাৰৰ লগত যুদ্ধ কৰা, জয় কৰা খিনি ৰক্ষা কৰি অনাসক্ত হোৱা (পাৰ্থিৱ সুখত)।

৯। অচিৰং বতয়ং কায়ো পঠবিং অধিসেস্সতি।
ছুদ্ধো অপেতৱিঞ্ঞানো নিৰথংৱ কলিংগৰং॥

**অনুবাদ :** অচিৰেই এই দেহ চেতনাহীন আৰু নিৰৰ্থক হৈ সাধাৰণ পোৰা কাঠ এটুকুৰাৰ দৰে ভূমিশায়িত হ'ব।

১০। দিসো দিসং যং তং কয়িৰা ৱেৰী ৱা পন ৱেৰিণং।
মিচ্ছাপনিহিতং চিত্তং পাপিয়ো নং ততো কৰে॥

**অনুবাদ :** এজন হিংসাকাৰীয়ে আন এজন হিংসাকাৰীৰ বা এজন শত্ৰুৱে আন এজন শত্ৰুৰ যিমান অনিষ্ট কৰিব পাৰে, কুচালিত চিত্তই তাতকৈ অধিক অনিষ্ট কৰিব পাৰে।

১১। ন তং মাতাপিতা কয়িৰা অঞ্ঞে ৱাপি চ ঞাতকা।
সম্মাপণিহিতং চিত্তং সেয্যসো নং ততো কৰে॥

**অনুবাদ :** সুপৰিচালিত চিত্তই যিমান উপকাৰ কৰিব পাৰে, পিতা-মাতা বা অন্যান্য জ্ঞাতিবৰ্গইও সিমান কৰিব নোৱাৰে।

---

১৯. আস্ৰবহীনৰ অৰ্থ হৈছে কাম, ভৱ, অবিদ্যা, তৃষ্ণা, দৃষ্টি আদি আসক্তি বা আস্ৰবৰ পৰা মুক্তি। আস্ৰবহীন বা আসক্তিশূন্য জন কামতৃষ্ণাত বিচলিত নহয়, ক্ৰোধাদি বিপুৰ দ্বাৰা আক্ৰান্ত নহয়; তেনেজন পাপ-পুণ্যৰ অতীত।

## ॥ পুপ্ফ বগ্গো ॥

১। কো ইমং পঠবিং বিজেস্সতি
যমলোকং চ ইমংসদেবকং ?
কো ধম্মপদং সুদেসিতং
কুসলো পুপ্ফমি'ৱ পচেস্সতি ?

অনুবাদ : যমলোক আৰু দেৱলোকসহ এই পৃথিৱী কোনে জয় কৰিব ? নিপুণ মালাকাৰৰ পুষ্পচয়নৰ দৰে কোনে এই সুদেশিত ( সুব্যাখ্যাত ) ধর্মপদ চয়ন কৰিব ( অর্থাৎ গ্ৰহণ কৰিব )।

২। সেখো পঠবিং বিজেস্সতি
যমলোকং চ ইমং স দেবকং।
সেখো ধম্মপদং সুদেসিতং
কুসলো পুপ্ফমি'ৱ পচেসসতি ॥

অনুবাদ : শৈক্ষ্যই[২০] যমলোক আৰু দেৱলোকসহ এই পৃথিৱী জয় কৰিব। শৈক্ষ্যই নিপুণ মালাকাৰৰ পুষ্পচয়নৰ দৰে এই সুদেশিত ধর্মপদ চয়ন কৰিব ( অর্থাৎ গ্ৰহণ কৰিব। )

৩। ফেনুপমং কায়মিমং বিদিত্বা
মৰীচি ধম্মং অভিসংবুধানো।
ছেত্বান মাৰস্স পপুপ্ফকানি
অদস্সনং মচ্চুৰাজস্স গচ্ছে ॥

অনুবাদ : এই দেহক ফেনসদৃশ আৰু মৰীচিকাসম বুলি বিবেচনা কৰি মাৰৰ পুষ্পশৰ ছিন্ন কৰিলে মৃত্যুৰাজৰ দৃষ্টিৰ অগোচৰ হ'ব পাৰি।

---

২০. শৈক্ষ্য ( সেখো )—শীল, সমাধি আৰু প্ৰজ্ঞা অনুশীলনৰত ব্যক্তিয়েই শৈক্ষ্য ব্যক্তি। অর্হত্ত্ব প্ৰাপ্ত নোহোৱা পর্যন্ত শৈক্ষ্য অৱস্থা। অর্হৎ পূর্ণজ্ঞানী। শৈক্ষ্য ব্যক্তিৰ অর্হৎ প্ৰাপ্তি নোহোৱালৈকে পূর্ণজ্ঞান নহয়। কাম, ভৱ, অবিদ্যা এই তিনি আস্ৰৱ বা আসক্তিৰ পৰা মুক্ত ভিক্ষুৱেই অর্হৎ। শীল, সমাধি আৰু প্ৰজ্ঞা অনুশীলনৰত শৈক্ষ্য ব্যক্তিয়ে ৰূপ, বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান— এই পঞ্চস্কন্ধ বা নামৰূপৰ সমষ্টি দেহৰ প্ৰতি আসক্তিশূন্য হৈ তৃষ্ণামুক্ত হয় আৰু মৃত্যু, দেৱ আৰু মনুষ্য জগতৰ ঊর্দ্ধত প্ৰজ্ঞাৰত অৱস্থান কৰে।

৪। পুপ্‌ফানি হেৱ পচিনন্তং ব্যাসত্তমনসং নৰং।
সুত্তং গামং মহোঘো'ৱ মচ্চু আদায় গচ্ছতি॥

অনুবাদঃ পুষ্পচয়নকাৰীতুল্য বিষয়-বাসনাত আসক্ত ব্যক্তি মহাপ্লাৱনত উটি যোৱা সুপ্ত গাঁৱৰ দৰে মৃত্যুৰ মুখত পতিত হয়।

৫। পুপ্‌ফানি হেৱ পচিনন্তং ব্যাসত্তমনসং নৰং।
অতিত্তং যেব কামেসু অন্তকো কুৰুতে বসং॥

অনুবাদঃ পুষ্পচয়নকাৰীতুল্য বিষয়-বাসনাত আসক্ত ব্যক্তি বিষয়-বাসনাৰ অতৃপ্ত অৱস্থাতেই মৃত্যুৰ মুখত পতিত হয়।

৬। যথাপি ভমৰো পুপ্‌ফং বন্নগন্ধং অহেঠয়ং।
পলেতি ৰসমাদায় এবং গামে মুনী চৰে॥

অনুবাদঃ ভোমোৰাই যিদৰে ফুলৰ বৰ্ণ আৰু গন্ধ নষ্ট নকৰাকৈ মৌ আহৰণ কৰি গুছি যায়, তেনেদৰে মুনিয়েও গাঁৱত (অৰ্থাৎ লোক জগতত) নিৰ্লিপ্তভাৱে বাস কৰে।

৭। ন পৰেসং বিলোমানি ন পৰেসং কতাকতং।
অত্তানো'ৱ অবেক্খেয্য কতানি অকতানি চ॥

অনুবাদঃ আন দোষ-গুণ, আনৰ কৃত-অকৃত কৰ্মৰ ওপৰত দৃষ্টিপাত নকৰি নিজৰ কৃত-অকৃত কৰ্মৰ ওপৰতহে দৃষ্টি ৰখা উচিত।

৮। যথাপি ৰুচিৰং পুপ্‌ফং বন্নৱন্তং অগন্ধকং।
এবং সুভাসিতা বাচা অফলা হোতি অকুব্বতো॥

অনুবাদঃ সুভাষিত বাক্য কাৰ্যত পৰিণত নকৰিলে সুন্দৰ, বৰ্ণময় কিন্তু গন্ধহীন ফুলৰ দৰে নিষ্ফল হয়।

৯। যথাপি ৰুচিৰং পুপ্‌ফং বন্নৱন্তং সগন্ধকং।
এবং সুভাসিতা বাচা সফলা হোতি সকুব্বতো॥

অনুবাদঃ সুভাষিত বাক্য কাৰ্যত পৰিণত কৰিলে সুন্দৰ, বৰ্ণময়, সুগন্ধি ফুলৰ দৰে সফল হয়।

১০। যথাপি পুপ্‌ফৰাসিম্হা কয়িৰা মালাগুণে বহু।
এবং জাতেন মচ্চেন কত্তব্বং কুসলং বহু॥

অনুবাদ : যেনেকৈ এদম ফুলৰ পৰা বিবিধ প্ৰকাৰৰ মালা গুঁঠিব পৰা যায়, তেনেদৰে মানুহৰূপে জন্ম লৈও বিবিধ প্ৰকাৰ কুশল কৰ্তব্য কৰিব পৰা যায়।

১১। ন পুপ্‌ফগন্ধো পটিবাতমেতি
ন চন্দনং তগৰ মল্লিকা বা।
সতঞ্চ গন্ধো পটিবাতমেতি
সব্বা দিসা সপ্‌পুৰিসো পবাতি।

অনুবাদ : তগৰ, চন্দন, মল্লিকা ফুলৰ গন্ধ বায়ুৰ বিপৰীতে প্ৰবাহিত নহয়, কিন্তু সৎলোকৰ গন্ধ ( যশ ) বায়ুৰ বিপৰীতেও প্ৰবাহিত হয়, সৰ্বদিশতেই পৰিব্যাপ্ত হৈ পৰে।

১২। চন্দনং তগৰং বা'পি উপ্পলং অথ বস্‌সিকী।
এতেসং গন্ধজাতানং সীলগন্ধো অনুত্তৰো॥

অনুবাদ : চন্দন, তগৰ, উৎপল আৰু বাৰ্ষিকী—এই ফুলবিলাকৰ গন্ধতকৈ শীলগন্ধ[২১] অত্যুত্তম।

১৩। অপ্‌পমত্তো অয়ং গন্ধো যা'য়ং তগৰ চন্দনী।
যে চ সীলবতং গন্ধো বাতি দেবেসু উত্তমো॥

অনুবাদ : তগৰ, চন্দনৰ গন্ধ অতি সামান্য, কিন্তু শীলবান-সকলৰ উত্তম গন্ধ দেৱলোকতো প্ৰবাহিত হয়।

২১. শীল—বৌদ্ধ সাধনাৰ প্ৰথম সোপান শীল পালন; প্ৰাণীহত্যা নকৰা, চৌৰ্যবৃত্তি অবলম্বন নকৰা, কামাসক্ত হৈ পৰদাৰ গমন নকৰা, মিথ্যাবাক্যৰ পৰা বিৰত থকা আৰু মাদকদ্ৰব্য সেৱন নকৰা—এই কেইটা হ'ল পঞ্চশীল বা পাঁচ প্ৰকাৰ আচৰণ। এই পঞ্চশীল গৃহস্থ বৌদ্ধসকলৰ অৱশ্য পালনীয় ব্ৰত। ইয়াৰ লগত আৰু পাঁচ প্ৰকাৰ শীল আছে; তাৰে সৈতে মুঠ শীল দহ। এই দশশীলে মনৰ সংযম আনে আৰু সাধনাৰ পথত আগবঢ়াত সহায় কৰে। সেয়েহে সাধন-মাৰ্গত আগবঢ়াৰ ক্ষেত্ৰত শীল পালনক প্ৰধান স্থান দিয়া হৈছে। সাধাৰণ লোকক নৈতিক শিক্ষা দিয়াই 'ধম্মপদ'ৰ লক্ষ্য হোৱাৰ কাৰণে ইয়াত শীল পালন কৰা সকলৰ বা শীলবান ব্যক্তিসকলৰ গুণ বৰ্ণনা কৰা হৈছে।

১৪। তেসং সম্পন্নসীলানং অপ্পমাদ বিহাৰিনং।
সম্মদঞ্ঞা বিমুত্তানং মাৰো মগ্গং ন বিন্দতি ॥

অনুবাদঃ যিসকল শীলবান, অপ্ৰমাদবিহাৰী, সম্যক্ জ্ঞানেৰে বিমুক্ত, তেনেসকলৰ গতিপথৰ সন্ধান মাৰৰ অজ্ঞাত।

১৫-১৬। যথা সংকাৰ ধানস্মিং উজ্ঝিতস্মিং মহাপথে।
পদুমং তথ জায়েথ সুচিগন্ধং মনোৰমং ॥
এবং সংকাৰ ভূতেসু অন্ধভূতে পুথুজ্জনে।
অতিৰোচতি পঞ্ঞায় সম্মাসংবুদ্ধ সাবকো ॥

অনুবাদঃ ৰাজপথৰ পৰিত্যক্ত আৱৰ্জনা স্তূপত যিদৰে সুগন্ধি, মনোৰম পদুমৰ উদ্ভৱ হয়, তেনেদৰে আৱৰ্জনা সদৃশ মোহাচ্ছন্ন পৃথগ্‌জনৰ[22] মাজত সম্যকসম্বুদ্ধৰ শ্ৰাৱক[23] প্ৰজ্ঞাৰে দীপ্তমান হয়।

## ॥ পণ্ডিত বগ্গো ॥

১। নিধীনংৱ পৱত্তাৰং যং পস্সে ৱজ্জদস্সিনং।
নিগ্গয্হবাদিং মেধাৱীং তাদিসং পাণ্ডিতং ভজে।
তাদিসং ভজমানস্স সেয্যো হোতি ন পাপিয়ো ॥

অনুবাদঃ গুপ্তধন প্ৰদৰ্শকৰ দৰে যিজনে দোষ দেখুৱাই দিয়ে, দোষধৰোঁতা তেনে মেধাৱী পণ্ডিতক ভজনা কৰিব লাগে, তেনেজনৰ ভজনাত মংগল হয়, অমংগল নহয়।

---

২২. পৃথগ্‌জন (পুথুজ্জন): মাৰ্গফলৰ বহিৰ্ভূত সৰ্বসাধাৰণ লোকসকলেই পৃথগ্‌জন। নিৰ্বাণ লাভৰ চাৰিটা পথত যি সকল থাকে তেওঁলোক মাৰ্গফলৰ অধিকাৰী 'আৰ্য'; কিন্তু জ্ঞানচক্ষুহীন মোহাচ্ছন্ন সাধাৰণ ব্যক্তিসকল হ'ল—পৃথগ্‌জন।

২৩. সম্যক সম্বুদ্ধ শ্ৰাৱকঃ শীল, সমাধি, প্ৰজ্ঞা আৰু বিমুক্তিজ্ঞানদৰ্শনৰ প্ৰভাৱেৰে সকলোৰে শীৰ্ষত থকা শ্ৰেষ্ঠ বুদ্ধ-শিষ্য। এনে শ্ৰাৱক বা শিষ্য মোহাচ্ছন্ন জনসাধাৰণৰ মাজত দীপ্তমান হৈ থাকে আৰু জনসাধাৰণক মুক্তিৰ পথ নিৰ্দেশ কৰে।

২। ওবদেয্যানুসাসেয্য অসব্ভা চ নিবাবয়ে।

সতং হি সো পিয়ো হোতি অসতং হোতি অপ্পিয়ো ॥

**অনুবাদ :** যি উপদেশ প্রদান কৰে, শাসন কৰে আৰু নিন্দনীয় আচৰণ নিবাৰণ কৰে তেওঁ সৎলোকৰ প্ৰিয় হ'ব, অসৎ লোকৰ অপ্ৰিয় হ'ব।

৩। ন ভজে পাপকে মিত্তে ন ভজে পুৰিসাধমে।

ভজেথ মিত্তে কল্যাণে ভজেথ পুৰিসুত্তমে ॥

**অনুবাদ :** মিত্ৰৰূপে পাপীৰ সঙ্গ ল'ব নালাগে ; অধম পুৰুষৰ সঙ্গ ল'ব নালাগে , কল্যাণ-মিত্ৰ আৰু উত্তম পুৰুষৰ সঙ্গ ল'ব লাগে।

৪। ধম্মপীতি সুখং সেতি বিপ্পসন্নেন চেতসা।

অৰিয়প্পবেদিতে ধম্মে সদা ৰমতি পণ্ডিতো ॥

**অনুবাদ :** ধৰ্মৰস [২৪] পান কৰোঁতাজনে সুখেৰে আৰু প্ৰসন্ন চিত্তৰে বাস কৰে ; পণ্ডিত ব্যক্তিয়ে সদায় আৰ্যধৰ্মত ৰত হৈ আনন্দ লাভ কৰে।

৫। উদকং হি নয়ন্তি নেত্তিকা উসুকাৰা নময়ন্তি তেজনং।

দাৰু নময়ন্তি তচ্ছকা অত্তানং দময়ন্তি পণ্ডিতা ॥

**অনুবাদ :** পানী সিঁচোঁতাই পানী প্ৰবাহিত কৰে, শৰ প্ৰস্তুত কৰোঁতাই পোনভাৱে শৰ প্ৰস্তুত কৰে, কাঠকটীয়াই কাঠত ভাজ দিয়ে, পণ্ডিতে আত্মদমন কৰে।

৬। সেলো যথা এক ঘনো বাতেন ন সমীৰতি।

এবং নিন্দাপসংসাসু ন সমিঞ্জন্তি পণ্ডিতা ॥

**অনুবাদ :** সুসংবদ্ধ প্ৰস্তৰখণ্ড বতাহৰ দ্বাৰা যিদৰে লৰচৰ নহয়, তেনে দৰে নিন্দা-প্ৰশংসাৰ দ্বাৰা পণ্ডিতসকলো বিচলিত নহয়।

---

২৪. ধৰ্মৰস পান কৰোঁতা সেইজনেই যিজনে চতুৰাৰ্যসত্যক (দুঃখ, দুঃখসমুদয়, দুঃখনিৰোধ আৰু দুঃখ নিৰোধৰ উপায়—এই চাৰিসত্যই বৌদ্ধ-ধৰ্মৰ ভাষাত চাৰি আৰ্যসত্য) পৰিজ্ঞা বা পূৰ্ণজ্ঞান আৰু অভিসময় বা পূৰ্ণ অন্তৰ্দৃষ্টিৰে উপলব্ধি কৰিব পাৰে। এনে ধৰ্মৰসপায়ীয়ে শয়ন, গমন সকলো ক্ষেত্ৰতে স্মৃতি জাগ্ৰত ৰাখি প্ৰসন্নচিত্তেৰে থাকে।

৭। যথাপি ৰহদো গম্ভীৰো বিপ্‌পসন্নো অনাবিলো।
এবং ধম্মানি সুত্বান বিপ্‌পসীদন্তি পণ্ডিতা ॥

অনুবাদ : গভীৰ হ্ৰদ যিদৰে শান্ত আৰু নিৰ্মল, তেনেদৰে পণ্ডিত ব্যক্তি সকলো ধৰ্মশ্ৰৱণ কৰি প্ৰসন্ন হয়।

৮। সব্বত্থ ৱে সপ্‌পুৰিসা চজন্তি
ন কামকামা লপয়ন্তি সন্তো।
সুখেন ফুট্‌ঠা অথবা দুখেন
ন উচ্চাবচং পণ্ডিতা দস্‌সয়ন্তি ॥

অনুবাদ : সৎপুৰুষসকল সকলো ক্ষেত্ৰতে ত্যাগশীল ; তেওঁলোকে কামনা-বাসনাত আসক্ত হৈ অযথা বাক্য-ব্যয় নকৰে ; তেনে পণ্ডিতসকল সুখ বা দুখত উৎফুল্ল অথবা অধীৰ নহয়।

৯। ন অত্তহেতু ন পৰস্‌স হেতু
ন পুত্তমিচ্ছে ন ধনং ন ৰট্‌ঠং।
ন ইচ্ছেয্য অধম্মেন সমিদ্ধিমত্তনো
স সীলৱা পঞ্‌ঞৱা ধম্মিকো সিয়া ॥

অনুবাদ : যি নিজৰ বা পৰৰ কাৰণে পুত্ৰ, ধন, ৰাজ্য কামনা নকৰে, যি অধৰ্মৰ দ্বাৰা নিজৰ সমৃদ্ধি কামনা নকৰে—তেওঁৱেই শীলবান, প্ৰজ্ঞাবান আৰু ধাৰ্মিক।

১০। অপ্পকা তে মনুস্‌সেসু যে জনা পাৰগামিনো।
অথায়ং ইতৰা পজা তীৰমেবানুধাৱতি ॥

অনুবাদ : মানুহৰ মাজত যিসকল পাৰ[২৫] পাৰ পাৰিছে গৈ, তেনেলোক তেনেই তাকৰীয়া ; সাধাৰণ মানুহ তীৰতে ধাৱমান।

---

২৫. পাৰ পোৱা অৰ্থাৎ ইয়াত ভৱোত্তীৰ্ণ হোৱা বা জন্ম-জৰা-মৃত্যুৰ কবলৰ পৰা মুক্ত হৈ নিৰ্বাণ প্ৰত্যক্ষ কৰিব পৰা সামৰ্থ্যৰ কথা বুজাইছে। এনেদৰে 'সাধাৰণ মানুহ তীৰতে ধাৱমান' অৰ্থাৎ সাধাৰণ মানুহ জন্ম-জৰা-মৃত্যুৰ কবলত পৰি বাৰে বাৰে সংসাৰ-নিকাৰ ভোগ কৰাৰ কথা প্ৰকাশ কৰিছে।

১১। যে চ খো সম্মদক্খাতে ধম্মে ধম্মানুবত্তিনো।
তে জনা পাবমেস্সন্তি মচ্চুধেয্যং সুদুত্তরং ॥

অনুবাদঃ যি সকল লোকে সুব্যাখ্যাত ধর্মব[২৬] অনুবর্তী হয় তেওঁলোকে দুস্তব মৃত্যুবাজ্য অতিক্রম কবি তীবোত্তীর্ণ[২৭] হয়।

১২। কণ্হং ধম্মং বিপ্পহায় সুক্কং ভাবেথ পণ্ডিতো।
ওকা অনোকং আগম্ম বিবেকে যথ দূবম ॥

অনুবাদঃ পণ্ডিত ব্যক্তিয়ে সংসাব ত্যাগ কবি দূব নির্জন স্থানত কৃষ্ণধর্ম[২৮] পবিহাব কবি শুক্ল ধর্ম[২৯] চিন্তা কবে। (অর্থাৎ অকুশল ধর্মাচবণ পবিত্যাগ কবি কুশল চিন্তাত বত হয়।)

১৩। তত্রাভিবতিমিচ্ছেয্য হিত্বা কামে অকিঞ্চনো।
পবিয়োদপেয্য অত্তানং চিত্তক্লেসেহি পণ্ডিতো ॥

অনুবাদঃ ভোগাসক্তি পবিহাব কবি অকিঞ্চন হৈ সেই স্থানব আনন্দই পণ্ডিতসকলব বাঞ্ছনীয় হ'ব ; চিত্তব সর্বপ্রকাব কালিমাব পবা নিজকে পবিশুদ্ধ কবি ল'ব।

১৪। যেসং সংবোধিঅঙ্গেসু সম্মা চিত্তং সুভাবিতং।
আদান পটিনিস্সগ্গে অনুপাদায় যে বতা।
খীণসবা জুতীমন্তো তে লোকে পবিনিব্বুতা ॥

অনুবাদঃ বোধ্যঙ্গ[৩০] সমূহেবে যাব চিত্ত সুভাবিত, যিসকলে

---

২৬. সুব্যাখ্যাত ধর্ম—বুদ্ধ-প্রচাবিত ধর্ম ;

২৭. তীবোত্তীর্ণ—নির্বাণ প্রত্যক্ষ কবি জন্ম-জবা-মৃত্যুব অতীত ;

২৮. কৃষ্ণধর্ম (কণ্হ ধম্মং)—অকুশল ধর্ম বা পাপ ধর্মাচবণ ;

২৯. শুক্লধর্ম (সুক্কং)—কুশল চিন্তা বা কুশল ধর্ম ;

৩০. বোধ্যঙ্গ—বোধিব অঙ্গ (বোধি+অঙ্গ)।

স্মৃতি, ধর্মবিচাব, বীর্য, প্রীতি, প্রশান্তি, সমাধি আৰু উপেক্ষা—এই সাত প্রকাব জ্ঞান বোধিজ্ঞান লাভব বাবে অপৰিহার্য। সেইকাবণে এইবিলাকক বোধ্যঙ্গ বা বোধিব অঙ্গ বুলি কোৱা হয়।

আসক্তি ত্যাগ কৰি আসক্তিহীনতাত আনন্দিত হৈছে, তেনে ক্ষীণাস্ৰৱ,[৩১] জ্যোতিষ্মানসকল ইহলোকতে পৰিনিবৃত[৩২] (অৰ্থাৎ নিৰ্বাণ প্ৰত্যক্ষ কৰি তৃষ্ণামুক্ত)।

## ॥ সুখ বগ্‌গো ॥

১। সুসুখং বত জীৱাম বেৰিনেসু অবেৰিনো।
বেৰিনেসু মনুস্‌সেসু বিহৰাম অবেৰিনো ॥

অনুবাদ: বৈৰীসকলৰ প্ৰতি অবৈৰী হৈ সুখেৰে বাস কৰিম; বৈৰিতাপূৰ্ণ মানুহৰ মাজত অবৈৰী হৈ জীৱন যাপন কৰিম।

২। সুসুখং বত জীৱাম আতুৰেসু অনাতুৰা।
আতুৰেসু মনুস্‌সেসু বিহৰাম অনাতুৰা ॥

অনুবাদ: আতুৰ[৩৩] সকলৰ মাজত অনাতুৰ হৈ সুখেৰে বাস কৰিম; আতুৰ মানুহৰ মাজত অনাতুৰ হৈ জীৱন যাপন কৰিম।

৩। সুসুখং বত জীৱাম উস্‌সুকেসু অনুস্‌সুকা।
উস্‌সুকেসু মনুস্‌সেসু বিহৰাম অনুস্‌সকা ॥

অনুবাদ: উদ্বেগপূৰ্ণসকলৰ মাজত নিৰুদ্বেগ হৈ সুখেৰে বাস কৰিম; উদ্বেগপূৰ্ণ মানুহৰ মাজত নিৰুদ্বেগ হৈ জীৱন যাপন কৰিম।

৪। সুসুখং বত জীৱাম যে সং নো নত্থি কিঞ্চিনং।
পীতিভক্‌খা ভবিস সাম দেবা আভস্‌সৰা যথা ॥

অনুবাদ: আমি সুখেৰে বাস কৰিম; আমাৰ কোনো কিঞ্চন

৩১. ক্ষীণাস্ৰৱ—কাম, ভব, অবিদ্যা—এই তিনি আস্ৰৱ বা আসক্তিৰ পৰা মুক্ত; আসক্তিশূন্য।

৩২. পৰিনিবৃত—পৰিনিৰ্বাণ লাভ কৰা বা বোধি চিত্তৰে নিৰ্বাণ প্ৰত্যক্ষ কৰি সংসাৰ-তৃষ্ণাৰ পৰা মুক্ত হোৱা।

৩৩. আতুৰ—ৰূপ, শব্দ, গন্ধ, ৰস আৰু স্পৰ্শৰ কামনাৰে পাৰ্থিৱ তৃষ্ণাত ব্যাকুল সাধাৰণ লোকেই আতুৰ।

(বাসনা) নাই ; আভস্বৰৰ[৩৪] দেৱতাসকলৰ দৰে আমি প্ৰীতিভোজী[৩৫] হ'ম।

৫। জয়ং বেৰং পসৱতি দুক্খং সেতি পৰাজিতো।
উপসন্তো সুখং সেতি হিত্বা জয়পৰাজয়ং ॥

অনুবাদ: জয়ে বৈৰিতা উৎপন্ন কৰে, পৰাজিতে দুখ অনুভৱ কৰে, যি জয়-পৰাজয়ৰ অতীত তেওঁ শান্তচিত্তৰে সুখেৰে বাস কৰে।

৬। নত্থি ৰাগসমো অগ্‌গি নত্থি দোসসমো কলি।
নত্থি খন্ধসমা দুক্খা নত্থি সন্তিপৰং সুখং ॥

অনুবাদ: কামনাৰ সমান অগ্নি নাই, দ্বেষৰ সমান পাপ নাই, স্কন্ধৰ[৩৬] সমান দুখ নাই, শান্তিতকৈ (নির্বাণতকৈ) পৰম সুখ নাই।

৭। জিঘচ্ছা পৰমা ৰোগা সংখাৰা পৰমা দুখা।
এতং ঞত্বা যথাভূতং নিব্বানং পৰমং সুখং ॥

অনুবাদ: ক্ষুধা কঠিনতম ব্যাধি, জীৱদেহধাৰণ মহাদুঃখজনক, এই কথা যথাৰ্থভাৱে জানিলে নির্বাণেই পৰম সুখ বুলি উপলব্ধি হয়।

---

৩৪. আভস্বৰ—জীৱৰ উৎপত্তিস্থানৰ ন খন সত্ত্বাবাস বা ব্ৰহ্মলোকৰ অন্যতম,

৩৫. প্ৰীতিভোজী—আভস্বৰ ব্ৰহ্মলোকৰ ব্ৰহ্ম বা দেৱতাসকলে পাৰ্থিৱ ক্ষুধা-তৃষ্ণা পৰিহাৰ কৰি প্ৰীতিসুখত নিমগ্ন হৈ থাকে। প্ৰকৃত বৌদ্ধসকলে বা অৰ্হৎসকলেও কামনা-বাসনা বিজয় কৰি আভস্বৰ ব্ৰহ্মলোকৰ দেৱতাসকলৰ দৰে প্ৰীতিসুখত নিমগ্ন হৈ থাকে।

৩৬. স্কন্ধ—ৰূপ, সংজ্ঞা, সংস্কাৰ, বিজ্ঞান আৰু বেদনা এই পাঁচোটাৰ সমষ্টিয়েই স্কন্ধ বা পঞ্চস্কন্ধ। পঞ্চস্কন্ধৰ সমষ্টিয়েই জীৱদেহ। ইয়াক ধাৰণ আৰু বহন কৰা দুঃখজনক। সেয়েহে শীল, সমাধি, প্ৰজ্ঞাৰ অনুশীলনেৰে পঞ্চস্কন্ধৰ প্ৰতি যি আসক্তি থাকে তাক ধ্বংস কৰি তৃষ্ণামুক্ত হ'ব লাগে। তৃষ্ণামুক্ত হৈ নির্বাণ প্ৰত্যক্ষ কৰিলে সৰ্বপ্ৰকাৰ দুঃখৰ অৱসান হয় আৰু পৰম শান্তি লাভ কৰিব পৰা যায়। সেয়েহে পঞ্চস্কন্ধ ধাৰণ বা জীৱদেহ ধাৰণ দুঃখজনক বুলি কোৱা হৈছে।

৮। আৰোগ্য পৰমা লাভা সন্তুট্ঠি পৰমং ধনং।
বিস্সাস পৰমা ঞাতি নিব্বানং পৰমং সুখং॥

অনুবাদ : সুস্থতা শ্ৰেষ্ঠতম লাভ, সন্তুষ্টি শ্ৰেষ্ঠতম ধন ; বিশ্বাসেই শ্ৰেষ্ঠতম জ্ঞাতি, নিৰ্বাণেই পৰম সুখ।

৯। পবিবেকৰসং পীত্বা ৰসং উপসমস্স চ।
নিদ্দৰো হোতি নিপ্পাপো ধম্মপীতি ৰসং পিবং॥

অনুবাদ : বিবেকানুশীলনেৰে ( নিৰ্জন বাসেৰে ) শান্তিৰ ৰসপান কৰি ধৰ্মপ্ৰীতিৰ ৰসত নিমগ্ন হ'লে নিৰ্ভয় আৰু নিষ্পাপ হ'ব পাৰি।

১০। সাধু দস্সনৰিয়ানং সন্নিবাসো সদা সুখো।
অদস্সনেন বালানং নিচ্চমেৱ সুখী সিয়া॥

অনুবাদ : আৰ্যসকলৰ দৰ্শন লাভ মঙ্গলজনক ; তেওঁলোকৰ সঙ্গ সদায়েই সুখদায়ক ; মূৰ্খ'ৰ অদৰ্শনত সদায়েই সুখী হোৱা যায়।

১১। বালসঙ্গত চাৰীহি দীৰ্ঘমদ্ধান সোচতি।
দুকখো বালেহি সংবাসো অমিত্তেনেৰ সব্বদা।
ধীৰো চ সুখসংবাসো ঞাতীনংৱ সমাগমো॥

অনুবাদ : মূৰ্খ'ৰ সংসৰ্গকাৰীয়ে দীৰ্ঘকাল অনুশোচনা কৰে. শত্ৰুৰ লগত সংসৰ্গৰ দৰে মূৰ্খ'ৰ লগত সংসৰ্গও দুঃখজনক ; বিজ্ঞব্যক্তিৰ সংসৰ্গ জ্ঞাতিসঙ্গৰ দৰে সুখদায়ক।

১২। ধীৰং চ পঞ্ঞঞং চ বহুস্সুতং চ
ধোৰয়্হসীলং ৱতৱন্তমৰিয়ং।
তাং তাদিসং সপ্পুৰিসং সুমেধং
ভজেথ নক্খওপথংৱ চন্দিমা॥

অনুবাদ : ধীৰ, প্ৰাজ্ঞ, বহুশ্ৰুত, শীলত দৃঢ়, ব্ৰতবান আৰ্য, সৎ আৰু মেধাৱী ব্যক্তিক, চন্দ্ৰই যিদৰে নক্ষত্ৰ পথক অনুসৰণ কৰে তেনেদৰে অনুসৰণ কৰিব লাগে।

# ॥ বহিৰ্ভাৰতীয় প্ৰাকৃত ॥

খৃষ্টপূৰ্ব দ্বিতীয় শতাব্দীৰ পৰা খৃষ্টাব্দ দ্বিতীয় শতাব্দীৰ ভিতৰৰ বুলি অনুমান কৰা খৰোষ্ঠী লিপিত লেখা কিছুমান প্ৰাকৃত-ৰচনা মধ্য-এচিয়াৰ খোটানত আৰু চীনীয়-তুৰ্কীস্তানৰ অন্তৰ্গত প্ৰাচীন খান্-খান্ (Shan-Shan) ৰাজ্যৰ সীমান্তৱৰ্তী 'নিয়া' নামৰ ঠাইত পোৱা গৈছে। ভাৰতৰ বাহিৰত পোৱা এইবিলাক প্ৰাকৃত নিদৰ্শনকে 'বহিৰ্ভাৰতীয় প্ৰাকৃত' বুলি অভিহিত কৰিব পাৰি।

মধ্য-এচিয়াৰ খোটানত খৰোষ্ঠী লিপিত প্ৰাকৃত ভাষাত লেখা 'ধম্মপদ'ৰ অংশ বিশেষ উদ্ধাৰ কৰা হৈছে। সম্ৰাট অশোকে ভাৰতৰ উত্তৰ-পশ্চিম অঞ্চলৰ শাহবাজ্‌গঢ়ী আৰু মানছেহ্‌ৰাত প্ৰতিষ্ঠা কৰা শিলানুশাসনৰ 'উত্তৰ-পশ্চিমা' উপভাষাৰ লগত এই প্ৰাকৃতৰ যথেষ্ট মিল আছে। অৱশ্যে কথ্যভাষাশ্ৰিত হ'লেও ইয়াৰ ভাষাদৰ্শ শিষ্ট জনোচিত সাধুভাষা আৰু নিয়া প্ৰাকৃততকৈ কিছু প্ৰাচীন ধৰণৰ। ৰচনাৰ সময় আনুমানিক খৃষ্টপূৰ্ব এশৰ পৰা খৃষ্টাব্দ এশৰ ভিতৰত। সম্পূৰ্ণ গ্ৰন্থখন পোৱা নগ'লেও পালি ধম্মপদৰ দৰে এই প্ৰাকৃত-ধম্মপদো ২৬টা বৰ্গত বিভক্ত আছিল বুলি এই গ্ৰন্থৰ অন্যতম সংকলন-কৰ্তা Brough-য়ে মত প্ৰকাশ কৰিছে। গ্ৰন্থখনিৰ আৰম্ভণিতে বুদ্ধবৰ্মণৰ নামৰ উল্লেখ আছে, কিন্তু বুদ্ধবৰ্মণ প্ৰাকৃত সংস্কৰণৰ সংকলন কৰ্তা নে প্ৰকৃত লেখক জানিব পৰা নাযায়।

প্ৰাচীন খোটান ৰাজ্য ভাৰত আৰু চীনদেশৰ পৰা নিৰ্বাসিত ব্যক্তিসকলৰ দ্বাৰা যুগ্মভাৱে প্ৰতিষ্ঠিত ৰাজ্য আছিল বুলি তিব্বতীসূত্ৰৰ পৰা প্ৰখ্যাত ইতিহাসবিদ্ বোমিলা থাপাৰে মত প্ৰকাশ কৰিছে। ইৰাণ বা প্ৰাচীন পাৰস্যৰ তাজিকোৱৰীয়া অঞ্চল বুলি ইয়াত বহুসংখ্যক ইৰাণীয় বা প্ৰাচীন পাৰসীয় ভাষা কোৱা লোকৰো সমাৱেশ হৈছিল।

প্ৰাচীন ভাৰতৰ বাণিজ্যিক পথ সম্বন্ধে লেখা ভাৰতৰ পুৰাতাত্ত্বিক জৰীপ বিভাগৰ প্ৰাক্তন সঞ্চালক এম. এন. দেশপাণ্ডেৰ এটা প্ৰবন্ধৰ জৰিয়তে জনা যায় যে অশোকৰ শিলানুশাসন থকা উত্তৰ-পশ্চিম অঞ্চলৰ মানছেহ্ৰা আৰু কাশ্মীৰৰ শ্ৰীনগৰৰ মাজেদি এটা বাণিজ্যিক পথ মধ্য-এচিয়ালৈ গৈছিল। মন কৰিব লগা কথা হ'ল যে মানছেহ্ৰা অনুশাসনৰ ভাষাৰ লগত প্ৰাচ্য উপভাষাৰ বহুক্ষেত্ৰত সাদৃশ্য আছে। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে ব্ৰাহ্মণ্যবাদীসকলৰ ক্ৰমবৰ্ধমান বিদ্বেষৰ কাৰণে ভাৰতৰ পুব অঞ্চলৰ বহুতো বৌদ্ধ ভিক্ষু নিৰাপদ আশ্ৰয়ৰ বাবে উত্তৰ-পশ্চিম অঞ্চলত বসবাস কৰিবলৈ লৈছিল। খৃঃ পূঃ ৬ষ্ঠ শতাব্দীৰ পৰা উত্তৰ-পশ্চিম ভাৰত পাৰস্যৰ আকিমেনিড ( Achaemenid ) সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ আছিল কাৰণে ভাৰতৰ বাকী অংশৰ পৰা এই অঞ্চল প্ৰায় বিচ্ছিন্ন হৈ পৰিছিল। গতিকে এই অঞ্চলতে বহু বৌদ্ধ ভিক্ষুৱে আহি বসবাস কৰিবলৈ লৈছিল আৰু তাৰ পৰা হয়তো কিছু সংখ্যক ভিক্ষুৱে মানছেহ্ৰা-শ্ৰীনগৰৰ মাজেদি যোৱা বাণিজ্যিক পথেদি বৌদ্ধ ধৰ্মচৰ্চাৰ অন্যতম পীঠস্থান হৈ উঠা খোটানত উপস্থিত হৈছিলগৈ আৰু শাস্ত্ৰ আদি চৰ্চা কৰিছিল। এই কাৰণেই খোটানত পোৱা ধম্মপদত উত্তৰ-পশ্চিমৰ লিপি আৰু ভাষা-বৈশিষ্ট্য দেখিবলৈ পোৱা যায়। উত্তৰ-পশ্চিম অঞ্চলৰ প্ৰাচীন নাম 'গান্ধাৰ' আছিল আৰু খোটানী ধম্মপদৰ ভাষা গান্ধাৰ বা উত্তৰ-পশ্চিম অঞ্চলৰ লগত সম্বন্ধযুক্ত কাৰণে H. W. Bailey এই ধম্মপদৰ প্ৰাকৃতক 'গান্ধাৰী-প্ৰাকৃত' বুলি অভিহিত কৰিছে। প্ৰাচীন হীনযান পন্থৰ প্ৰধান দহোটা শাখাৰ অন্যতম ধৰ্মগুপ্ত সম্প্ৰদায়ৰ বৌদ্ধসকলে প্ৰাকৃতৰ মাধ্যমেৰে বৌদ্ধশাস্ত্ৰ চৰ্চা কৰিছিল আৰু সেইকাৰণে এই খোটানী ধম্মপদ ধৰ্মগুপ্ত সম্প্ৰদায়ৰ দ্বাৰা ৰচিত বুলি কব পাৰি ; বুদ্ধবৰ্মণ হয়তো এই ধম্মপদৰ সংকলনৰ প্ৰধান উদ্যোক্তা আছিল।

খোটানত আৱিষ্কৃত প্ৰাকৃত-ধম্মপদক যিদৰে 'খোটানী ধম্মপদ' বুলি অভিহিত কৰা হয়, তেনেদৰে চীনীয় তুৰ্কীস্তানৰ 'নিয়া' নামৰ ঠাইৰ পৰা উদ্ধাৰ কৰা প্ৰাকৃত-লেখবোৰক 'নিয়া প্ৰাকৃত' বুলি অভিহিত কৰা হয়। অৱশ্যে এইবিলাক কোনো সাহিত্য সম্পদ নহয়, বৰং শাসন-সম্পৰ্কীয়, বিচাৰ-বিষয়ক আৰু ব্যৱসায়-সংক্ৰান্ত দলিল-পত্ৰ বা প্ৰতিবেদনহে। সেয়েহে ভাষাৰ দৃষ্টিকোণৰ পৰা নিয়া-প্ৰাকৃতৰ বিশেষ মূল্য থাকিলেও সাহিত্যৰ বিচাৰত ইয়াৰ মূল্য কম। নিয়া-প্ৰাকৃতৰ উদ্ধাৰকৰ্তা Sir Aurel Stein-য়ে এইবোৰৰ ৰচনাকাল খৃষ্টীয় তৃতীয় শতাব্দী বুলি অনুমান কৰিছে। খোটানী ধম্মপদৰ প্ৰাকৃত আৰু নিয়া-প্ৰাকৃতৰ মাজত ভাষাগত সাদৃশ্য যথেষ্ট আছে। দুই প্ৰাকৃতৰে প্ৰধান উল্লেখযোগ্য বৈশিষ্ট্য হ'ল স্বৰমধ্যৱৰ্তী একক স্পৰ্শব্যঞ্জনৰ উষ্মীভৱন। নিয়া আৰু খোটান ইৰাণ বা প্ৰাচীন পাৰস্যৰ সামীপৱৰ্তী অঞ্চল হোৱাৰ কাৰণে আৰু পাৰষীয় ভাষা কোৱা লোকৰ বসতি বিস্তাৰৰ কাৰণে পাৰছীয় ভাষাৰ প্ৰভাৱত এনে উষ্মীভৱনৰ বৈশিষ্ট্যই আত্মপ্ৰকাশ কৰিছিল। সি যি কি নহওক, বহিৰ্ভাৰতীয় এই প্ৰাকৃতে ভাৰতীয় সাংস্কৃতিক ইতিহাসৰ আৰু আৰ্যভাষাৰ পৰিবৰ্তনমুখী গতি-প্ৰকৃতিৰ এক লুপ্ত অধ্যায় উন্মোচন কৰি দেখুৱাব পাৰে।

তলত বহিৰ্ভাৰতীয় প্ৰাকৃতৰ সাহিত্যৰ নিদৰ্শন হিচাপে খোটানী ধম্মপদ বা প্ৰাকৃত-ধম্মপদৰ পৰা দহোটা গাথাৰ অসমীয়া অনুবাদ দিয়া হ'ল :

## ॥ খোটানী ধম্মপদ ॥

১। যো দু পুৰি প্ৰমজতি পছ সু ন প্ৰমজতি।
সো ইম লোকু ওহজেদি অভ মুক্তো ৰ সুৰি উ॥

অনুবাদ : যিয়ে আগতে প্ৰমাদযুক্ত হৈ পিছত প্ৰমাণশূন্য হয় তেনেজনে মেঘমুক্ত সূৰ্যৰ দৰে এই লোকত দীপ্তমান হয়।

২। অপ্ৰমদ স্মদিমদ সুশিল ভোহ্ ভিক্ষবি।
সুসমহিদসংকপ্প সচিত অনুৰক্খধ ॥

**অনুবাদ :** হে ভিক্ষুসকল, তোমালোক অপ্ৰমাদী, স্মৃতিমান আৰু শীলবান হোৱাহঁক ; সুসমাহিত সংকল্পযুক্ত হৈ নিজৰ চিত্তক ৰক্ষা কৰা।

৩। যো ইমস ধম বিন'ই অপ্ৰমতু বিহৰিষিদি।
প্ৰহ'ই জদি-জত্‌শৰ দুকুসদ কৰিষদি ॥

**অনুবাদ :** যি এই ধৰ্মত শিক্ষালাভ কৰি অপ্ৰমত্ত হৈ বিচৰণ কৰিব পাৰে তেওঁ জন্মান্তৰ আৰু দুখৰ অৱসান ঘটাব পাৰে।

৪। জলৰ্‌হু নদিমঞেঅ নঞেষ স্পিহ'ও ষি'অ।
অঞেষ স্পিহ'ও ভিখু জমধি নধিকছদি ॥

**অনুবাদ :** নিজৰ লাভৰ প্ৰতি অৱহেলা নকৰিবা, অন্যৰ লাভৰ প্ৰতি স্পৃহা নকৰিবা ; যি ভিক্ষুৱে আনৰ লাভৰ প্ৰতি স্পৃহা কৰে তেওঁ সমাধি লাভ কৰিব নোৱাৰে।

৫। অপলভো দু য়ো ভিখু জলৰ্‌হু নদিমঞদি।
ত গু দেৱ প্ৰশজ'দি শুধ-য়িৱ অতন্দ্ৰিদ ॥

**অনুবাদ :** অল্পলাভী হৈও যি ভিক্ষুৱে নিজৰ লাভক অৱহেলা নকৰে, তেনে পবিত্ৰ জীৱিকাসম্পন্ন, অনলস ভিক্ষুক দেৱতাইও প্ৰশংসা কৰে।

৬। কমৰমু কমৰত্ত কমু অনুবিচিন্দ'ও।
কমু অনুস্মৰো ভিখু জধম পৰিহয়দি ॥

**অনুবাদ :** কামপ্ৰিয়, কামৰত আৰু কাম-বাসনাক অনুক্ষণ চিন্তা কৰি অনুসৰণ কৰা ভিক্ষুৱে সদ্ধৰ্মৰ ( সৎ ধৰ্ম—বৌদ্ধ প্ৰৱৰ্তিত ধৰ্ম ) পৰা বিচ্যুত হয়।

৭। ধমৰমু ধমৰত্ত ধমু অনুবিচিন্দি'ও।
ধমু অনুস্মৰো ভিখু জধম ন পৰিহয়দি ॥

**অনুবাদ :** ধৰ্ম-প্ৰিয়, ধৰ্ম-ৰত আৰু ধৰ্মক অনুক্ষণ চিন্তা কৰি অনুসৰণ কৰা ভিক্ষুৱে সদ্ধৰ্মৰ পৰা বিচ্যুত নহয়।

৮। ন ভিখু তবদ ভোদি যবদ ভিক্ষধি পৰ।
বিশ্ প ধম জমেদ ই ভিখু ভোদি ন তবদ॥

**অনুবাদ:** আনৰ পৰা ভিক্ষা গ্ৰহণ কৰিলেই ভিক্ষু হোৱা নাযায়; বিশুদ্ধ ধৰ্মগ্ৰহণ নকৰিলে ভিক্ষু হব নোৱাৰি।

৯। যো ছু বহেতি পৱন ৱদৱ ব্ৰহ্ম-য়িয়ৱ।
জগ'ই চৰদি লোকু সো ছু ভিখু ছু ৱুচদি॥

**অনুবাদ:** যি পাপক দূৰ কৰি ব্ৰহ্মচৰ্য-পৰায়ণ হয় আৰু উত্তম জ্ঞানসম্পন্ন হৈ এই সংসাৰত বিচৰণ কৰে তেওঁ প্ৰকৃত ভিক্ষু হয়।

১০। মেও-ৱিহৰি যো ভিখু প্ৰজন্নু বুধ-শশনে।
পডিৱিজু' পদ শদ জগ'ৰৱোশনু সুহ॥

**অনুবাদ:** যি ভিক্ষু মৈত্ৰী-ভাৱনা পৰায়ণ আৰু বুদ্ধশাসনত প্ৰসন্ন, তেওঁ সংস্কাৰ নিবৃত্ত হৈ পৰম শান্ত সুখ (নিৰ্বাণ) লাভ কৰে।'

## ।। বৌদ্ধ-সংস্কৃত বা সংকৰ-প্ৰাকৃত সাহিত্য ।।

প্ৰাচীন বৌদ্ধধৰ্মাৱলম্বীসকলৰ বিভিন্ন শাখাই প্ৰাচীন-প্ৰাকৃতৰ মিশ্ৰিত ৰূপ পালিভাষাত, উত্তৰ-পশ্চিমা কথা-প্ৰাকৃতৰ আধাৰত আৰু সংস্কৃত—এই তিনিটা প্ৰধান ভাষাৰ উপৰিও সংস্কৃত আৰু প্ৰাকৃত মিশ্ৰণ কৰি একপ্ৰকাৰ 'সংকৰ-প্ৰাকৃত' ( Hybrid Prakrit ) ভাষাত বৌদ্ধসাহিত্য চৰ্চা কৰিছিল। এনে সংস্কৃত-প্ৰাকৃত যি মিশ্ৰ ভাষা এটা পোৱা যায় তাকে 'বৌদ্ধ-সংস্কৃত' বা 'মিশ্ৰ-সংস্কৃত' অথবা 'সংকৰ-প্ৰাকৃত' বুলি অভিহিত কৰা হয়। সচৰাচৰ 'বৌদ্ধ-সংস্কৃত' নামেৰেই ই সুপৰিচিত।

প্ৰকৃততে ই বৌদ্ধ ধৰ্ম-সাহিত্যত ব্যৱহৃত এক কৃত্ৰিম ভাষা আৰু বৌদ্ধধৰ্মত ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভাৱৰ অন্যতম ফলশ্ৰুতি। 'সংস্কৃত' শব্দ যুক্ত হৈ থাকিলেও ইয়াত শিষ্ট-সংস্কৃতৰ বৈশিষ্ট্য ৰক্ষিত হোৱা নাই; বৰং বিকৃতিহে হৈছে। প্ৰাকৃতক সংস্কৃতায়ন কৰি শাস্ত্ৰ চৰ্চা কৰাৰ এক উন্নত মানসিকতা এই ভাষাৰ সৃষ্টিৰ মূল ভিত্তি বুলি বিচাৰ কৰিব পাৰি। সেইকাৰণে ভাষাটোৰ উদ্ভৱস্থল নিৰূপণ কৰা টান। সংস্কৃতৰ অনুকৃতিৰে প্ৰাকৃতৰ উপভাষাগত মিশ্ৰণ যেনেদৰে দেখিবলৈ পোৱা যায়, আনফালে পালি ধ্বনিতত্ত্বৰ মিশ্ৰণো ইয়াৰ মাজত লক্ষ্য কৰা যায়। সেয়েহে এই ভাষাৰ বৈশিষ্ট্য সাধাৰণ প্ৰাকৃতৰ লগত নিমিলে আৰু শব্দ-সম্ভাৰো অধিক স্বকীয় প্ৰকৃতিৰ।

অৱশ্যে, এই সৃষ্ট কৃত্ৰিম ভাষা হ'লেও ভাৰতীয় সংস্কৃতিৰ অন্তঃপ্ৰাণ ইয়াৰ মাজেদি প্ৰতিফলিত হৈছে আৰু ইয়ে ইয়াৰ মূল কথা। বৌদ্ধ, জৈন আদি ধৰ্ম উত্থানৰ লগে লগে নিজ নিজ মাতৃভাষাত ধৰ্ম প্ৰচাৰ আৰু চৰ্চাৰ প্ৰচেষ্টা হোৱাত ব্ৰাহ্মণ্য ধৰ্মৰ বাহক সংস্কৃতৰ যি অৱক্ষয় আৰম্ভ হৈছিল, অৰ্থাৎ সৰ্বসাধাৰণ জনগণৰ পৰা বিচ্ছিন্ন

গি এক ব্যৱধান আহি পৰিছিল আৰু লগে লগে ভাষাদৰ্শত এক সাম্প্ৰদায়িক অথবা আঞ্চলিক বিচ্ছিন্নতাবাদৰ সূচনা ঘটিছিল, এই বৌদ্ধ-সংস্কৃতৰ জন্মই তাক বহু পৰিমাণে নিৰাময় কৰি এক সমন্বয়ধৰ্মী সংস্কৃতিৰ আধাৰ গঢ়ি তোলাত সহায় কৰিছিল।

কালক্ৰমত বহু ব্ৰাহ্মণৰ বৌদ্ধধৰ্ম গ্ৰহণ আৰু লগে লগে ধৰ্মটোত দেৱবাদ বোধিসত্ত্ববাদ, ভক্তিবাদ, পূজা-অৰ্চন পদ্ধতি, মহাকৰুণাধাৰ স্বৰূপে বোধিসত্ত্বৰ মূৰ্তি প্ৰতিষ্ঠা ইত্যাদি বিশেষত্বৰে বৌদ্ধধৰ্মত প্ৰাচীন-পন্থী বা হীনযানী-পন্থৰ ঠাইত নব্য-পন্থী বা মহাযানী-পন্থৰ সূত্ৰপাত হয়। এই মহাযান-পন্থ প্ৰকৃততে বৌদ্ধধৰ্মৰ ব্ৰাহ্মণ্যৰূপ আৰু উত্তৰ-ভাৰতৰ ব্ৰাহ্মণ্য প্ৰভাৱযুক্ত মহাযান পন্থৰ বৌদ্ধসকলেই আছিল 'বৌদ্ধ-সংস্কৃত'ৰ উদ্ভাৱক আৰু প্ৰধান পৃষ্ঠপোষক।

প্ৰাচীন বৌদ্ধধৰ্ম আছিল সহজ-সৰল। দুঃখৰ স্বৰূপ উপলব্ধি, অষ্টাংগ মাৰ্গৰ সাধনা, প্ৰব্ৰজ্যা গ্ৰহণ আৰু তাৰ জৰিয়তে পৰম শান্তময় অৱস্থাত উপনীত—এয়ে বৌদ্ধধৰ্মৰ মূল সূত্ৰ বা প্ৰধান কথা। কিন্তু বুদ্ধদেৱৰ মহাপৰিনিৰ্বাণৰ কিছুকালৰ পিছতে ভিক্ষুসংঘৰ ভিতৰত ভিক্ষুৰ আচাৰ-ব্যৱহাৰ লৈ আৰু দৰ্শনৰ বিচাৰ লৈ প্ৰায় ওঠৰটা শাখাৰ উদ্ভৱ হয় আৰু ইয়াৰ ভিতৰত স্থবিৰবাদ বা থেৰবাদ, হৈমবত, ধৰ্মগুপ্ত, মহীশাসক, কাশ্যপীয়, সৰ্বাস্তিবাদ, মূলসৰ্বাস্তিবাদ, সম্মিতীয়, মহাসাংঘিক আৰু লোকোত্তৰবাদ এই দহটা শাখা প্ৰধান হৈ উঠিছিল। মত আৰু পথ সম্পৰ্কে প্ৰত্যেকৰ মাজত কিছু পাৰ্থক্য আছিল যদিও প্ৰথম আঠোটাৰ মাজত পাৰস্পৰিক সম্বন্ধ আছিল নিবিড়, কিন্তু মহাসাংঘিক আৰু লোকোত্তৰবাদ মত আৰু পথ অৱলম্বন বিষয়ত প্ৰাচীন অৱস্থাতেই স্বতন্ত্ৰ প্ৰকৃতিৰ আছিল অৰ্থাৎ আনকেইটাতকৈ উদাৰপন্থী আৰু নতুন চিন্তাসম্পন্ন আছিল। এই দুই সম্প্ৰদায়ৰ পৰাই মহাযান মত প্ৰতিষ্ঠা হয়। এইসকলে তেওঁলোকৰ মত আৰু আদৰ্শক প্ৰতিষ্ঠা কৰিবলৈ যি শাস্ত্ৰাদি প্ৰণয়ন কৰিছিল সেইবোৰ লেখা হৈছিল প্ৰাকৃত বহুল সংস্কৃত

ভাষাত বা তথাকথিত 'বৌদ্ধ-সংস্কৃত'ত; এওঁলোকৰ লেখা গ্ৰন্থসমূহ পোৱা গৈছে কাশ্মীৰ, নেপাল, তিব্বত আৰু চীনদেশত।

মহাসাংঘিক আৰু লোকোত্তৰবাদৰ বাহিৰে আন আঠোটা শাখাই প্ৰাচীন মতৰ পৃষ্ঠপোষক আছিল অৰ্থাৎ বুদ্ধ-প্ৰদৰ্শিত আচাৰ-ব্যৱহাৰ পালন কৰি নিজৰ কাৰণে বুদ্ধত্ব লাভৰ আশা কৰিছিল; এই প্ৰাচীন পন্থীসকলেই হীনযানী আখ্যাৰে জনাজাত হয়। কিন্তু নতুন মতবাদী মহাযানীসকল জগতৰ মংগলৰ বাবে আত্মোৎসৰ্গী আছিল; তেওঁলোকৰ কাৰণে বুদ্ধই জন্ম-জন্মান্তৰে জগতৰ মংগলৰ বাবে আত্মোৎসৰ্গ মনোভাবেৰে যি বোধিসত্ত্ব অৱস্থা লাভ কৰিছিল, সেই বোধিসত্ত্ব অৱস্থা প্ৰাপ্তিয়েই পৰম কাম্য হ'ল আৰু এই অৱস্থা স্থায়ী কৰিবৰ কাৰণে বিশেষ কিছুমান 'পাৰমিতা' অৰ্থাৎ কৰুণা, মৈত্ৰী গুণ চৰ্চা কৰাত গুৰুত্ব দিছিল আৰু মহাকৰুণঘনৰূপে বোধিসত্ত্বৰ মূৰ্তি প্ৰতিষ্ঠা কৰিছিল। দাৰ্শনিক দৃষ্টি অনুসৰি তেওঁলোক মাধ্যমিক আৰু যোগাচাৰ দুই শাখাত বিভক্ত হয়; পৰবৰ্তীকালত মন্ত্ৰশক্তিৰেও এই কাম্য অৱস্থাক স্থায়ী কৰা সম্ভৱ বুলি ভৱা হয় আৰু আধ্যাত্মিক দৃষ্টিৰ বিভিন্নতা হিচাপে এওঁলোকৰ তিনিটা শাখা, যেনে বজ্ৰযান, কালচক্ৰযান আৰু সহজযান এই তিনিটা শাখাৰ পৰৱৰ্তীকালত বিকাশ হয়।

'হীনযান' আৰু 'মহাযান' এই নাম দুটা খৃষ্ট-পূৰ্ব যুগৰ সাহিত্যত পোৱা নাযায়; খৃষ্টাব্দ প্ৰথম শতাব্দীৰ 'কণিষ্ক-সংগীতি'তেই সম্ভৱ এই নামকৰণ হয়। মহাযানীসকলে অৱলম্বন কৰা বৌদ্ধসংস্কৃত কুষাণ সম্ৰাটসকলেও তেওঁলোকৰ কোনো কোনো অনুশাসনত ব্যৱহাৰ কৰিছিল।

মহাসাংঘিক আৰু লোকোত্তৰবাদীসকলে বৌদ্ধ-সংস্কৃতত যিবোৰ গ্ৰন্থ প্ৰণয়ন কৰিছিল, সেইবোৰত একালে প্ৰাচীন-পন্থী অৰ্থাৎ হীনযানীৰ ভাৱধাৰা প্ৰতিফলিত হৈছিল আৰু আনকালে নতুন পন্থী অৰ্থাৎ মহাযানী মতাদৰ্শও প্ৰতিফলিত হৈছে। সেইকাৰণে প্ৰাচীন বৌদ্ধ-সংস্কৃত গ্ৰন্থসমূহক দুভাগত ভাগ কৰিব পৰা যায়ঃ (ক) মহাযানী

মতাদৰ্শৰ প্ৰতিফলন ঘটা হীনযানী বৌদ্ধ-সংস্কৃত গ্ৰন্থ ; মহাযানৰ অংকুৰ মহাসাংঘিক লোকোত্তৰবাদৰ মাজতেই হৈছিল যদিও আন আঠটা শাখাৰ ভাবধাৰাক একেবাৰে আওকাণ কৰিব পৰা নাছিল বা সেই আঠটা শাখাইও মহাযানী মতক আওহেলা কৰিব পৰা নাছিল। হীনযানী বৌদ্ধ-সংস্কৃত গ্ৰন্থৰ ভিতৰত উল্লেখযোগ্য 'মহাবস্তু', অশ্বঘোষৰ 'বুদ্ধচৰিত' আৰু 'অৱদান সাহিত্য'। এই গ্ৰন্থসমূহত দুই ভাৱধাৰাৰ সংমিশ্ৰণ ঘটিছিল। (খ) বিশুদ্ধ মহাযান মতাদৰ্শ প্ৰতিফলন ঘটা, (অৰ্থাৎ অলৌকিক শক্তিসম্পন্ন হিচাপে মহাকৰুণাঘনৰূপত বুদ্ধক প্ৰতিষ্ঠা কৰি ভগবান ৰূপত পূজা-অৰ্চনা কৰা, ভক্তিবাদত গুৰুত্ব দিয়া, নিৰ্বাণৰ আদৰ্শক ব্ৰহ্মবাদৰ সমপৰ্যায় কৰা ইত্যাদি) বৌদ্ধ-সংস্কৃত সাহিত্য। এনে মহাযানী বিশুদ্ধ বৌদ্ধ-সংস্কৃত গ্ৰন্থৰ ভিতৰত 'ললিত-বিস্তৰ', 'সদ্ধৰ্মপুণ্ডৰীক', 'প্ৰজ্ঞাপাৰমিতা', 'বোধিচৰ্যাৱতাৰ' বিশেষ উল্লেখযোগ্য।

তলত বৌদ্ধ-সংস্কৃত ভাষাৰ সাহিত্যৰ নিদৰ্শন স্বৰূপে মহাসাংঘিক-লোকোত্তৰবাদ সম্প্ৰদায়ৰ হীনযানী মতাদৰ্শৰ প্ৰভাৱপুষ্ট 'মহাবস্তু'ৰ অন্তৰ্গত বুদ্ধ আৰু তেওঁৰ পিতৃৰ লগত হোৱা কথোপকথনৰ অংশ বিশেষৰ অসমীয়া অনুবাদ দিয়া হ'ল।

বৌদ্ধ-সংস্কৃতত লেখা 'মহাবস্তু' বা 'মহাবস্তুৱদান' বুদ্ধৰ জীৱনী, বুদ্ধত্বলাভ, বৌদ্ধ আচাৰ্য্য আৰু ভিক্ষু-ভিক্ষুণীসকলৰ কীৰ্তি-কাহিনীৰে এক মহান গ্ৰন্থ। সাহিত্যিক গুণসম্পন্ন উপাখ্যান বা কাহিনীসমূহ ইয়াৰ অন্যতম আকৰ্ষণীয় সম্পদ। হীনযান আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত ইয়াত বৰ্ণিত বুদ্ধৰ জীৱন কাহিনী, জাতকসমূহ আৰু বুদ্ধৰ বচন সমূহ গদ্য আৰু পদ্য উভয়তে লেখা হৈছে।

তলৰ বুদ্ধ আৰু তেওঁৰ পিতাকৰ কথোপকথনৰ মাজত বুদ্ধৰ ৰাজপুত্ৰ হিচাপে থকাকালৰ জীৱনৰ আৰু সন্ন্যাস জীৱন গ্ৰহণ কৰাৰ পিছৰ জীৱনৰ দুই প্ৰকাৰ জীৱন চিত্ৰ প্ৰকাশিত হৈছে ; অৱশ্যে সন্ন্যাস-জীৱনৰ মহত্ত্ব বৰ্ণনাই যাই উদ্দেশ্য।

## ॥ বুদ্ধ আৰু তেওঁৰ পিতা ॥

তে দেৱৱৰ্ণা উভয়ে সমাগতা
বুদ্ধ চ বুদ্ধস্স পিতা চ ৰাজা।
উপশোভতি শালবনে নিসন্নো
চন্দ্ৰ য়থা অভ্ৰগণা প্ৰমুক্ত ॥

**অনুবাদঃ** বুদ্ধ আৰু তেওঁৰ ৰজা পিতাক,—সেই দেৱবৰ্ণ দুজন শালবনৰ মাজত মেঘমুক্ত চন্দ্ৰৰ দৰে একেলগ হৈ বহিল।

তথা প্ৰমেয়স্স পিতুৰ অভূসি
চিৰস্স দৃষ্টবান প্ৰিয়ং মণাপং।
পুত্ৰং স্বকং প্ৰাণসমাং নিসন্নং
হিতাহিতং প্ৰচ্ছতি বেগজাত ॥

**অনুবাদঃ** অনেকদিনৰ পিছত প্ৰিয় মনোজ্ঞ পুত্ৰক দেখি পিতাকৰ মন আনন্দিত হ'ল; উদ্বেগেৰে তেওঁ প্ৰাণসম পুত্ৰক হিতাহিত (ভাল বেয়া) কথা সুধিলে।

পুৰা তৱ কম্বল পাদুকা চ
সুচিত্ৰা সূক্ষ্মাস্তৰসংস্থিতাসু।
অভ্যুকহিঅতা চংক্ৰমসে চ বীৰ
শ্বেতস্মিং ছত্ৰস্মিং ধৰীয়মানে ॥

**অনুবাদঃ** আগতে তোমাৰ কোমল পাদুকা আছিল, সুচিত্ৰিত সূক্ষ্ম আস্তৰণৰ ওপৰত অৱস্থান কৰিছিলা; হে বীৰ, যেতিয়া তুমি পৰিভ্ৰমণ কৰিছিলা তেতিয়া মূৰৰ ওপৰত শ্বেতছত্ৰ ধাৰণ কৰা হৈছিল।

সো দানি তাত্ৰমৃদুজালিনীহি
সুচক্ৰনেমী সহস্ৰহেহি।
কুশকণ্টকশৰকৰং আক্ৰমন্ত
কচিৎ তে পাদউ ন ৰুজন্তি বীৰ ॥

**অনুবাদঃ** মৃদু তাত্ৰজালবৰ্ণ সুচক্ৰনেমীযুক্ত ৰথত তুমি পৰিভ্ৰমণ

কৰিছিলা , কিন্তু এতিয়া, হে বীৰ, তোমাৰ পদতল কুশকণ্টক শৰৰ আক্ৰমণত ক্ষত-বিক্ষত নহয়নে ?

ভগবান আহ :

সৰ্বাভিভু সৰ্ববিদ্ হ'অস্মি
সৰ্বেষু ধৰ্মেষু অনোপলিপ্ত ।
সৰ্ব' জহে তৃষ্ণক্ষয়া বিমুক্তো
ন মাদৃশো সংপ্ৰজনতি বেদনা ॥

অনুবাদ : ভগবানে কলে :

মই সকলো দমন কৰিছোঁ, মই সৰ্বজ্ঞ , সকলো প্ৰকাৰ ধৰ্মত মই নিৰ্লিপ্ত ; সকলো তৃষ্ণা ক্ষয় হোৱাৰ কাৰণে মই মুক্ত । সেয়ে মোৰ সদৃশ ব্যক্তিয়ে বেদনা অনুভৱ নকৰে ।

ৰাজা আহ :

পুৰা তৱ লোহিত চন্দনেন
সসিসৃস ৰক্তোপনিভেন কালে ।
মনোজ্ঞ গন্ধেন সুশীতলেন
স্নাপকা ৰিলিমপে'সু তে স্নাপয়িত্বা ॥
সো দানি গ্ৰীষ্মাসু খৰাসু ৰাত্ৰিসু
বনাদ্ বনং ঈৰ্ষসী চংক্ৰমন্তো ।
ওদাতশীতেন সুখেন ৰাৰীণা
কো দানি তে স্নাপয়তে কিলন্ত' ॥

অনুবাদ : ৰজাই কলে :

আগতে তোমাৰ দেহত মহাসুগন্ধ সুশীতল ৰক্তচন্দন লেপন কৰি নগৰীয়াৰ সৈতে স্নান কৰোৱা হৈছিল । এতিয়া তুমি সেতিয়া গ্ৰীষ্মৰ দুঃসহ ৰাতি বনৰ পৰা বনান্তৰলৈ যোৱা তেতিয়া ক্লান্ত তোমাক কোনে স্বচ্ছশীতল পানীৰে স্নান কৰাই দিয়ে ?

ভগবান আহ ঃ

শুদ্ধ নদী গোতম শীলতীৰ্থা
অনাবিলা সদ্‌বিহ সদা প্ৰশস্তা।
ইয়স্মিং হ্ৰদে দেৱগণেহি স্নাতো
হ্ৰগাধাগাত্ৰ প্ৰতৰামি পাৰং ॥
শুদ্ধ হ্ৰদ গোতম শীলতীৰ্থ
অনাবিল সদ্‌বিহ সদা প্ৰশস্তা।
ইয়স্মিং হ্ৰদে দেৱগণেহি স্নাতো
পৃথ্বীং প্ৰবাহেতি স পুণ্যগন্ধাম্ ॥

অনুবাদ ঃ ভগবানে কলে ঃ

শীলতীৰ্থত গোতম নদী শুদ্ধ ; অনাবিল স্বচ্ছধাৰা প্ৰবাহিত হয় বুলি সকলোৱে সদায় তাৰ প্ৰশস্তি গায় ; এই হ্ৰদত দেৱতাসকলৰ সৈতে স্নান কৰোঁ ; গা বুৰাই সাঁতুৰি গৈ মই আনটো পাৰ পাওঁগৈ।

শীলতীৰ্থত গোতম হ্ৰদ শুদ্ধ ; অনাবিল স্বচ্ছধাৰা প্ৰবাহিত হয় বুলি সকলোৱে সদায় তাৰ প্ৰশস্তি গায় ; এই হ্ৰদত দেবতাসকলৰ সৈতে স্নান কৰোঁ ; তেওঁলোকৰ পুণ্যগন্ধ পৃথিবীত প্ৰবাহিত হয়।

ৰাজা আহ ঃ

সদা ভুবং কাশিকবস্ত্ৰধাৰী
পদমুৎপলচম্পকৱাসিতানি।
শুদ্ধানি বস্ত্ৰানি নিবাসয়িত্ৱা
সো শোভসি শাক্যিয়মণ্ডলস্মিং
শক্ৰ ৱা সহস্ৰগতনা মধ্যে ॥

অনুবাদ ঃ ৰজাই কলে ঃ

আগতে তুমি কাশীত ( বাৰাণসীত ) প্ৰস্তুত উৎপল-চম্পক গন্ধ সুৱাসিত বস্ত্ৰ পৰিধান কৰি শাক্যৰাজপুত্ৰ সকলৰ মাজত অথবা সহস্ৰ স্বৰ্গপ্ৰাপ্ত সকলৰ মাজত ইন্দ্ৰৰ দৰে শোভা পাইছিলা।

সো দানি শাণানি চ পট্টকানি চ
ৰক্তানি বস্ত্ৰানি ক্ৰমত্বচানি।
ধাৰেসি তং চ অজুগুপ্সমানো
ইদং পি তে আশ্চৰ্যং ভদন্ত ॥

অনুবাদ : হে ভদ্ৰ, এতিয়া তুমি শণ, পাট, ৰঙা বস্ত্ৰ, গছৰ বাকলি অকুণ্ঠচিত্তৰে পৰিধান কৰিব পাৰা ; ইও অতি আশ্চৰ্যকৰ !

ভগবান আহ :

ন চীবৰে শয়নে ভোজনে বা
অনুধ্যাপিতা ভোন্তি জিনা নৰেন্দ্ৰ।
লব্ধা মনাপং অথবা পি অপৰিয়ং
উপেক্ষকা ভোন্তি জিনা প্ৰজানকা ॥

অনুবাদ : ভগবানে কলে :

হে মহাৰাজ, যি ইন্দ্ৰিয় জয় কৰিছে, তেনে প্ৰজ্ঞাবান ব্যক্তিসকলৰ মন, বস্ত্ৰ, শয়ন বা ভোজনত আসক্ত নহয় ; তেওঁলোকৰ কাৰণে প্ৰিয় বা অপ্ৰিয় যিয়েই লব্ধ হওক, তাকেই উপেক্ষা কৰে।

## ॥ সাহিত্যিক-প্ৰাকৃত ॥

## বা

## সাধাৰণ প্ৰাকৃতৰ মধ্যস্তৰৰ সাহিত্যিক নিদৰ্শন

( গাহাসত্তসঈ )

### সাহিত্যিক-প্ৰাকৃতসমূহৰ উদ্ভৱ আৰু এইবিলাকৰ প্ৰকৃতি

'প্ৰাকৃত ভাষা' বুলিলে আনুমানিক খৃষ্টীয় ষষ্ঠ শতাব্দীমানৰ পৰা খৃষ্টাব্দ দশম শতাব্দী পৰ্যন্ত পৰিব্যাপ্ত এই ডেৰহেজাৰ বছৰীয়া ভাৰতীয় আৰ্য ভাষাৰ ক্ৰমবিকাশৰ মধ্যস্তৰৰ ভাষাকে বুজায়, যদিও প্ৰকৃতপক্ষে খৃষ্টীয় দ্বিতীয় শতাব্দীৰ পৰা খৃষ্টীয় ষষ্ঠ শতাব্দী পৰ্যন্ত সাহিত্যত ব্যৱহৃত যি 'সাহিত্যিক-প্ৰাকৃত'ৰ উপস্তৰৰ যুগ এটা পোৱা যায় তাকেহে প্ৰধানকৈ সূচনা কৰে।

খৃঃ পূঃ ষষ্ঠ শতাব্দীৰ পৰা খৃষ্টাব্দ ষষ্ঠ শতাব্দী পৰ্যন্ত অঞ্চলভেদে প্ৰাকৃতৰ বহু আঞ্চলিক ৰূপ প্ৰচলিত আছিল। খৃঃ পূঃ তৃতীয় শতাব্দীৰ অশোকৰ অনুশাসনত প্ৰাকৃতৰ প্ৰাচীনতম নিদৰ্শন পোৱাৰ পিছতে আদিস্তৰৰ প্ৰাকৃতৰ মিশ্ৰৰূপত গঢ়ি তোলা 'বৌদ্ধ-প্ৰাকৃত' বা 'পালি', আৰু ইয়াৰ পিছতে খৃঃ পূঃ দ্বিতীয় শতাব্দীৰ পৰা খৃষ্টাব্দ দ্বিতীয় শতাব্দীৰ ভিতৰৰ খৰোষ্ঠী লিপিৰ 'গান্ধাৰী প্ৰাকৃত'ৰ বাহিৰে, সৰ্বপ্ৰথম প্ৰাকৃতৰ শিষ্ট-প্ৰয়োগ পোৱা যায় খৃষ্টাব্দ প্ৰথম শতাব্দীৰ বিশিষ্ট বৌদ্ধ পণ্ডিত অশ্বঘোষৰ 'শাৰিপুত্ৰ প্ৰকৰণ' নামৰ নাটকত, খৃষ্টীয় দ্বিতীয়-তৃতীয় শতাব্দীৰ বুলি অনুমান কৰা প্ৰসিদ্ধ সংস্কৃত নাট্যকাৰ ভাসৰ নাট্যাৱলীত আৰু আনুমানিক খৃষ্টীয় দ্বিতীয় শতাব্দীৰ ভৰতৰ 'নাট্য-শাস্ত্ৰ'ৰ ধ্ৰুবা গীত সমূহত।

খৃষ্টোত্তৰ যুগৰ প্ৰথম দুটা শতকৰ ভিতৰত, কথ্য-বৈদিকৰ বিবৰ্তিত ৰূপ হিচাপে যি প্ৰাকৃতৰ উদ্ভৱ হৈছিল, সেই প্ৰাকৃতে অঞ্চলভেদে আঞ্চলিক বৈশিষ্ট্যৰে ক্ৰমান্বয়ে আত্মপ্ৰকাশ কৰিবলৈ ধৰে। প্ৰাচীনতম প্ৰাকৃত-বৈয়াকৰণ বৰৰুচিয়ে ( খৃষ্টাব্দ পঞ্চম শতাব্দী ) তেওঁৰ 'প্ৰাকৃত-

প্ৰকাশত মহাৰাষ্ট্ৰী, পৈশাচী, মাগধী আৰু শৌৰসেনী এই চাৰিটা প্ৰাকৃতৰ উল্লেখ কৰিছিল। আচাৰ্য দণ্ডীয়ে ( খৃষ্টীয় ৭ম শতাব্দী ) 'কাব্যাদৰ্শ' নামৰ অলংকাৰ গ্ৰন্থত মহাৰাষ্ট্ৰী, শৌৰসেনী, গোড়ী, লাটী এই চাৰিটা প্ৰাকৃতৰ উল্লেখ কৰি মহাৰাষ্ট্ৰীক 'মহাৰাষ্ট্ৰাশ্ৰয়া ভাষা প্ৰকৃষ্টং প্ৰাকৃতং বিদুঃ' ( মহাৰাষ্ট্ৰ দেশত কথিত ভাষাকে প্ৰকৃষ্ট প্ৰাকৃত বুলি কোৱা হয় ) বুলি কৈ সাহিত্যিক ভাষাৰূপে প্ৰাকৃত ভাষাৰ স্বতন্ত্ৰ মৰ্যাদা ও স্থান-প্ৰথম প্ৰদান কৰে। দণ্ডীৰ উক্তিৰ জৰিয়তে প্ৰাকৃত ভাষাই যে সাহিত্যৰ বাহনৰূপে সংস্কৃতৰ প্ৰতিস্পৰ্ধী হৈ উঠিছিল সেই কথা সহজে বুজিব পৰা যায়। পৰবৰ্তীকালৰ বহুসংখ্যক বৈয়াকৰণে বিভিন্ন প্ৰকাৰ প্ৰাকৃতৰ আঞ্চলিক ভেদ আৰু সেইবিলাকৰ বিভাষা পৰ্যন্ত উল্লেখ কৰি গৈছে যদিও প্ৰকৃতপক্ষে সাহিত্যিক-প্ৰাকৃত হিচাপে বা সাহিত্যত ব্যৱহৃত প্ৰধান প্ৰাকৃত ৰূপে প্ৰতিষ্ঠিত হৈছিল উত্তৰ-পশ্চিম ভাৰতত 'পৈশাচী', দক্ষিণত বা দক্ষিণ-পশ্চিম অঞ্চলত 'মহাৰাষ্ট্ৰী', মধ্যদেশত 'শৌৰসেনী' আৰু পূব-অঞ্চলত 'অৰ্ধ-মাগধী' আৰু 'মাগধী'। পূব-অঞ্চলত প্ৰধান প্ৰাকৃত আছিল প্ৰকৃততে মাগধী বা প্ৰাচ্যা। ভাষা হিচাপে অৰ্ধ-মাগধীৰ উল্লেখ শ্বেতাম্বৰ জৈনসকলৰ প্ৰাচীনতম জৈন-সূত্ৰত 'অদ্ধমাগহা ভাসা' বুলি উল্লিখিত হোৱা পোৱা যায়। জৈন ধৰ্মৰ ধাৰণাৰ স্পষ্টৰূপ দিয়া মহাবীৰৰ জন্ম হৈছিল বৈশালী নগৰীত আৰু গাংগেয় সমভূমি অঞ্চলতে প্ৰথম ধৰ্ম প্ৰচাৰ কৰিছিল আৰু সেইকাৰণে মাগধী আৰু শৌৰসেনী উভয়ৰে লক্ষণ বিদ্যমান। ব্যাকৰণত অৰ্ধ-মাগধীক 'আৰ্ষ প্ৰাকৃত' বুলি উল্লেখ কৰিছিল।

উল্লিখিত প্ৰধান সাহিত্যিক প্ৰাকৃত কেইটাৰ ভিতৰত মহাৰাষ্ট্ৰীকে আদৰ্শ-প্ৰাকৃত (standard) বুলি গণ্য কৰা হৈছিল আৰু ইয়াৰ তুলনাত আন প্ৰাকৃতবোৰৰ লক্ষণ বিচাৰ কৰা হৈছিল। স্বৰমধ্যৱৰ্তী ব্যঞ্জন লোপৰ ফলত স্বৰৰ প্ৰাধান্যহেতু এই প্ৰাকৃতে কোমলতা গুণ লাভ কৰিছিল আৰু সেইকাৰণে প্ৰাচীনকালৰ পৰাই ( কালিদাসৰ সময়ৰ পৰা ) সংস্কৃত নাটকৰ গীতত ব্যৱহৃত হৈ আৰু লগতে অনেক লোক-

কবিতা এই প্ৰাকৃতত ৰচিত হৈ এই প্ৰাকৃতে জনসমাজত বিশেষ আদৰ লাভ কৰিছিল। ইয়ে হয়তো আদৰ্শ-প্ৰাকৃত বুলি বিবেচিত হোৱাৰ প্ৰধান কাৰণ আছিল। 'ৰাৱণবহো', 'গউডবহো', 'গাহাসত্তসঈ' প্ৰভৃতি ধৰ্মনিৰপেক্ষ মহাকাব্য আৰু গীতিকাব্যৰ ভাষা আছিল এই প্ৰাকৃতেই।

কিন্তু, সাহিত্যিক-প্ৰাকৃত বুলি কোৱা প্ৰাকৃতসমূহ সংস্কৃত ব্যাকৰণ আদৰ্শ অনুসৃত হোৱাৰ কাৰণে এইবোৰক কৃত্ৰিম সাহিত্যিক ভাষা বা বিৱৰ্তনহীন সংৰক্ষণশীল ভাষা বুলিহে ক'ব পাৰি। সংস্কৃত ভাষাদৰ্শই আছিল ইয়াৰ মূল কাৰণ। অৱশ্যে এইবিলাকৰ কথ্যধৰ্মাশ্ৰিত লৌকিক ভিত্তি নাছিল অথবা প্ৰত্যেকৰে আঞ্চলিক বৈশিষ্ট্য ৰক্ষিত হোৱা নাছিল এনে নহয়, কিন্তু সংস্কৃতজ্ঞ প্ৰাকৃত বৈয়াকৰণসকলে প্ৰাকৃতৰ সাহিত্যিক ভাষাদৰ্শ লৌকিক ৰূপৰ পৰাই সংস্কৃত ব্যাকৰণৰ আদৰ্শৰে পৰিমাৰ্জ্জিত কৰি গঢ়ি তুলি শিষ্ট-জনোচিত ৰূপ নিৰ্দিষ্ট কৰিছিল আৰু ইয়াৰ ফলতেই সাহিত্যিক প্ৰাকৃতসমূহৰ লোকাশ্ৰয়ী গুণ বা কথ্যধৰ্মী গুণ হেৰাই কৃত্ৰিম সাধুভাষাৰ ৰূপত আত্মপ্ৰকাশ কৰিল। এনে ৰীতিধৰ্মী (stylised) হৈ উঠাৰ কাৰণেই ভাস-কালিদাসৰ পৰা শূদ্ৰক-বিশাখদত্ত-ভট্টনাৰায়ণ পৰ্যন্ত পাঁচশ-ছয়শ বছৰ ধৰি সংস্কৃত নাটকসমূহত প্ৰয়োগ হোৱা যি প্ৰাকৃত পোৱা যায় সেইবোৰ সংস্কৃতানুগ, বিৱৰ্তনহীন, স্থিৰ আদৰ্শৰ সাহিত্যৰ ভাষা আৰু এইকাৰণে এইবিলাক সহজেই সংস্কৃতত অনুবাদ কৰিব পাৰি। এনে হোৱাৰ কাৰণে অশোক-প্ৰাকৃতৰ কথ্যধৰ্মীতা গুণৰ লগত অথবা বহিৰ্ভাৰতীয় গান্ধাৰী-প্ৰাকৃতৰ কথ্যৰূপৰ লগত এইবোৰৰ মিল বিচৰা এক প্ৰকাৰ কঠিন কাম হৈ পৰে। তদুপৰি এনে কৃত্ৰিম বা ৰীতিধৰ্মী হৈ উঠাৰ কাৰণে আধুনিক ভাৰতীয় আৰ্যভাষাবিলাকৰ লগতো বিশেষ বিশেষ সাহিত্যিক-প্ৰাকৃতৰ সম্বন্ধ বিচাৰি উলিওৱা টান হৈ পৰে।

এনে সত্ত্বেও এই সাহিত্যিক-প্ৰাকৃতসমূহৰ ভৌগোলিক অৱস্থিতি আৰু লৌকিক ভিত্তি যে আছিল সেইকথা ঘূই কৰিব নোৱাৰি।

প্ৰাকৃতসমূহৰ বিশেষ বিশেষ নামকৰণে সেই কথা প্ৰতিপন্ন কৰে। খৃঃ পূঃ ষষ্ঠ শতাব্দীমানতে বৈদিক-কথ্য ৰূপটোৱে উত্তৰ পশ্চিমা, পশ্চিমা, দক্ষিণী, মধ্য প্ৰাচ্য আৰু প্ৰাচ্য—এই গি পাচোটা আঞ্চলিক ৰূপত আত্মপ্ৰকাশ কৰিবলৈ আৰম্ভ কৰিছিল, পৰৱৰ্তীকালত এই পাঁচটাৰ পৰাই ক্ৰমে পৈশাচী বা গান্ধাৰী, মহাৰাষ্ট্ৰী, শৌৰসেনী, অৰ্ধ-মাগধী আৰু মাগধী এই পাচঁটা প্ৰধান প্ৰাকৃতৰ উদ্ভৱ হয় বুলি কব পাৰি ; মাত্ৰ সাহিত্যত ব্যৱহৃত হৈ এইবোৰ খৃষ্টীয় দ্বিতীয়-তৃতীয় শতাব্দীৰ পৰা ষষ্ঠ শতাব্দীমানৰ ভিতৰত বৈয়াকৰণসকলৰ ক্ৰিয়াতে কৃত্ৰিম আৰু ৰীতিধৰ্মী সাধুৰূপত আত্মপ্ৰকাশ কৰিলে।

## ।। প্ৰাকৃত সাহিত্যৰ শ্ৰেণী বিভাগ আৰু সংক্ষিপ্ত পৰিচয় ।।

প্ৰাকৃত সাহিত্য প্ৰধানতঃ জৈন ধৰ্মাৱলম্বীসকলৰ দ্বাৰা পৰিপুষ্ট আৰু ই পালিৰ দৰেই বিপুলায়তনৰ। সেয়েহে এই সাহিত্যৰ এক বিশাল অংশ জৈনধৰ্মমূলক ধৰ্মগ্ৰন্থসমূহেৰে সমৃদ্ধ ; অৱশ্যে ধৰ্ম-নিৰপেক্ষ বিশুদ্ধ সাহিত্যও প্ৰাকৃত যথেষ্ট সৃষ্টি হৈছিল আৰু এইবোৰো বৈচিত্ৰপূৰ্ণ।

সমগ্ৰ প্ৰাকৃত সাহিত্যক প্ৰধানতঃ দুটা ভাগত ভাগ কৰিব পাৰি :

(ক) জৈনধৰ্ম সাহিত্য আৰু

(খ) ধৰ্ম-নিৰপেক্ষ ৰস-সাহিত্য।

(ক) জৈনধৰ্ম সাহিত্য : এই শ্ৰেণীৰ সাহিত্যক সিদ্ধান্ত বা আগম গ্ৰন্থ আৰু সিদ্ধান্তেতৰ বা আগম বহিৰ্ভূত ধৰ্মমূলক গ্ৰন্থ—এনেদৰে দুভাগত ভাগ কৰিব পাৰি।

জৈন ধৰ্মগ্ৰন্থসমূহক সাধাৰণতে আগম বা সিদ্ধান্ত নামেৰে অভিহিত কৰা হয়। জৈন ধৰ্মৰ প্ৰাণ-পুৰুষ মহাবীৰে ( আনুমানিক খৃঃ পূঃ ৬০০-৫২৮ ) অৰ্ধ-মাগধীৰ ( প্ৰাচ্য-মধ্য্য উপভাষাত ) মাধ্যমেৰে ধৰ্ম প্ৰচাৰ

কৰে বুলি প্ৰাচীন আগমশাস্ত্ৰসমূহ অৰ্ধ-মাগধী বা আৰ্য-প্ৰাকৃতত ৰচনা কৰা হৈছিল বুলি কোৱা হয়। কিন্তু প্ৰাপ্ত আগম সাহিত্য খৃষ্টাব্দ পঞ্চম-ষষ্ঠ শতাব্দীতহে লিপিবদ্ধ হয়। ব্ৰাহ্মণ্য, বৌদ্ধধৰ্মৰ দৰে জৈন ধৰ্মও প্ৰথম অৱস্থাত মুখে মুখে প্ৰচলন আছিল আৰু খৃঃ পুঃ চতুৰ্থ শতাব্দীত মগধৰ বিখ্যাত জৈনাচাৰ্য ভদ্ৰবাহু আৰু স্থূলভদ্ৰৰ নেতৃত্বত জৈন ধৰ্মত দি দিগম্বৰ আৰু শ্বেতাম্বৰ সম্প্ৰদায়ৰ উদ্ভৱ হয়, তাৰে শ্বেতাম্বৰ সম্প্ৰদায়ে খৃষ্টীয় পঞ্চম-ষষ্ঠ শতিকাত গুজৰাটৰ বল্লভি নামৰ ঠাইত বল্লভিৰ ৰজা ধ্ৰুৱসেনৰ সহায়ত পোন প্ৰথম মুখে মুখে প্ৰচলিত জৈনসূত্ৰসমূহ সংগৃহীত কৰি লিপিবদ্ধ ৰূপ দিয়ে। সেয়েহে জৈনশাস্ত্ৰত প্ৰাচীন ভাষাৰ ৰূপ পোৱা নাযায়, বৰং কেইবা শতিকাত ভাষাগত পাৰ্থক্যহে দেখা পোৱা যায়। মাত্ৰ আগম সাহিত্যৰ ভিতৰুৱা প্ৰাচীনতম বুলি জনা আয়ৰংগসুত্ত আৰু সূত্ৰকৃতাংগৰ (জৈন নাম 'আচাৰাঙ্গসুত্ত' আৰু 'সূয়গড়ঙ্গ') পদ্যভাগৰ ভাষাহে প্ৰাচীনধৰ্মী। অৰ্ধ-মাগধীৰ উপৰিও শ্বেতাম্বৰ আৰু দিগম্বৰ সম্প্ৰদায়ে অৰ্ধ-মাগধীৰ প্ৰভাৱেৰে মহাৰাষ্ট্ৰী আৰু শৌৰসেনী প্ৰাকৃততো আগম-বহিৰ্ভূত সাহিত্য সৃষ্টি কৰিছিল। জৈনসকলৰ দ্বাৰা ব্যৱহৃত বুলি আধ-মাগধী প্ৰাকৃতক যিদৰে 'জৈন-প্ৰাকৃত' বুলিও কোৱা হয়, তেনেদৰে অৰ্ধ-মাগধী প্ৰভাৱিত মহাৰাষ্ট্ৰী আৰু শৌৰসেনীক যথাক্ৰমে 'জৈন-মহাৰাষ্ট্ৰী' আৰু 'জৈন-শৌৰসেনী' বুলি কোৱা হয় (প্ৰাকৃত ভাষা সম্পৰ্কে বিশেষ গৱেষণা কৰা হাৰমান জেকোবিয়ে এনে নামকৰণ প্ৰথম কৰে।)

অৰ্ধ-মাগধীত ৰচিত প্ৰধান জৈন ধৰ্মগ্ৰন্থসমূহক অঙ্গ, উৱঙ্গ (উপাঙ্গ), পইন্নন (প্ৰকীৰ্ণ), ছেয়সুত্ত (ছেদসূত্ৰ), মূলসুত্ত আৰু দুখন স্বতন্ত্ৰ গ্ৰন্থৰে মুঠ ছয় ভাগত ভাগ কৰা হৈছে, সংখ্যাৰ হিচাপত মুঠ ৪৬ খন। শ্বেতাম্বৰ সম্প্ৰদায়ৰ জৈনাচাৰ্য দেৱৰ্ধিৰ নেতৃত্বত এই সংগৃহীত আৰু লিপিবদ্ধ হয় কাৰণে এইবোৰক শ্বেতাম্বৰ সম্প্ৰদায়ৰ শাস্ত্ৰ বুলি ধৰা হয়। দিগম্বৰ সম্প্ৰদায়ৰ ৰচনাৰ সবিশেষ জানিব পৰা নাযায় যদিও আগম-শাস্ত্ৰৰ প্ৰধান 'দ্বাদশাঙ্গ'ক দিগম্বৰ সম্প্ৰদায়েও মানি চলে আৰু

তেওঁলোকৰ নিজাকৈ 'প্ৰথমানুযোগ', 'কৰণানুযোগ', 'দ্ৰব্যানুযোগ' আৰু 'চৰণানুযোগ' নামেৰে চাৰিখন 'চতুৰ্বেদ' বা 'পুৰাণ' গ্ৰন্থ আছে। এই প্ৰধান জৈন ধৰ্মগ্ৰন্থসমূহত জৈনধৰ্মৰ তত্ত্ব বিশ্লেষণ, সন্ন্যাস জীৱন প্ৰণালী, সাধাৰণ জৈনধৰ্মাৱলম্বীসকলৰ পালনীয় আচাৰ আৰু কৰ্মাদি আলোচিত হৈছে যদিও এইবোৰৰ ব্যাখ্যা প্ৰসংগত উত্থাপন কৰা আখ্যান উপাখ্যানসমূহ অভিনৱ আৰু সাহিত্য-গুণ-সম্পন্ন।

আগম-বহিৰ্ভূত জৈনধৰ্মমূলক সাহিত্যক 'নিজ্জুত্তি আৰু চুন্নী বা চুন্নী', 'জৈন-ৰামায়ণ আৰু মহাভাৰত', 'পুৰাণ বা চৰিত', 'ধম্মকহা বা ধৰ্মকথা' আৰু 'গল্প বা কথানক'—এনেদৰে কেইবাটাও ভাগত ভাগ কৰিব পাৰি।

বৈদিক মন্ত্ৰভাষ্য 'নিৰুক্ত'ৰ দৰে শ্বেতাম্বৰ সম্প্ৰদায়ৰ ভদ্ৰবাহুকে ধৰি আন ভালে সংখ্যকে পদ্যাকাৰে মহাৰাষ্ট্ৰী প্ৰাকৃতত অনাদি জৈন ধৰ্মগ্ৰন্থৰ ব্যাখ্যামূলক যিবোৰ গ্ৰন্থ লেখিছিল সেইবোৰকে 'নিজ্জুত্তি' আৰু দিগম্বৰ সম্প্ৰদায়ে গদ্যাকাৰে যিবোৰ গ্ৰন্থ লেখিছিল সেইবোৰক 'চুন্নী' বা 'চুন্নী' বোলা হৈছিল। এই নিজ্জুত্তি আৰু চুন্নীৰ ওপৰতো নানা ভাষ্য যেনে বৃত্তি, অৱচুৰ্ণী আদি লেখা হৈছিল। এইবোৰৰ বিশেষ বৈশিষ্ট্য এয়ে যে ধৰ্মগ্ৰন্থৰ টীকা-ব্যাখ্যা কৰাৰ প্ৰসংগত বিবিধ কাহিনী বা উপাখ্যান সন্নিৱিষ্ট কৰা হৈছে আৰু এইবোৰ ৰামায়ণ, মহাভাৰত, জাতক আদিৰ উপৰিও লোকায়ত জীৱনত প্ৰচলিত উপাখ্যান, জনশ্ৰুতিৰ পৰা সংগ্ৰহ কৰি জৈনমতানুসাৰে পৰিবৰ্তন কৰি ব্যৱহাৰ কৰিছে। কব পাৰি, এই ব্যাখ্যামূলক গ্ৰন্থসমূহত সন্নিৱিষ্ট আখ্যানসমূহে প্ৰাচীন ভাৰতৰ আখ্যানমূলক সাহিত্যৰ বিশাল ভাণ্ডাৰ গঢ়ি তুলিছে আৰু সেয়েহে এইবোৰৰ সাহিত্যৰ মূল্যও অপৰিসীম। উল্লেখযোগ্য যে নিজ্জুত্তি বা চুন্নীৰ ব্যাখ্যা সংস্কৃতৰ মাধ্যমতো কৰা হৈছে যদিও কথাৰ বা আখ্যানৰ অংশ বিবৃত হৈছে প্ৰাকৃততহে।

ভাৰতীয় জীৱনত চিৰপৰিচিত ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীকো জৈনসকলে জৈনমতানুসাৰে পৰিবৰ্তন সাধন কৰি, পৰিৱেশ আৰু

বিশ্বাসকো জৈনমতে পৰিবেশন কৰি মহাৰাষ্ট্ৰী প্ৰাকৃতৰ আধাৰত জৈন-ৰামায়ণ আৰু জৈন-মহাভাৰত সৃষ্টি কৰিছিল। মহাৰাষ্ট্ৰী প্ৰাকৃতত ৰচনা কৰা ৰামায়ণমূলক এনে এক প্ৰাচীন মহাকাব্য হৈছে বিমলসূৰীৰ 'পউমচৰিয়' ; ( ৰচনাকাল আনুমানিক খৃষ্টাব্দ ২য়-৩য় শতক ) অৱশ্যে মহাৰাষ্ট্ৰীত লেখা হলেও সমকালিন কথ্য-ভাষাৰ যথেষ্ট প্ৰাদুৰ্ভাৱ লক্ষ্য কৰা যায়। 'পউমচৰিয়' ( পদ্মচৰিত ) কাব্যত 'পউম' বা 'পদ্ম'ই ৰামক বুজাইছে ; ৰাৱণক জৈন-উপাসক হিচাপে উজ্জ্বল চিত্ৰৰে অংকন কৰা হৈছে যদিও নিজ কৰ্মফলৰ কাৰণে পউম বা ৰামৰ দ্বাৰা তেওঁ নিধন হৈছে আৰু শেষত ৰামেও জৈনমত গ্ৰহণ কৰা বুলি বৰ্ণনা কৰা হৈছে। এনে ধৰণৰ জৈন-ৰামায়ণ আৰু অনেক আছে যদিও সেইবোৰ সংস্কৃতৰ মাধ্যমতহে পোৱা যায় ; কিন্তু বিষয়বস্তু আৰু উদ্দেশ্য সৰ্বত্ৰ একেই। মহাভাৰতৰ কাহিনীৰ আধাৰত জিনসেনৰ দ্বাৰা ৰচনা কৰা 'হৰিবংশ পুৰাণ' নামৰ গ্ৰন্থই প্ৰাচীনতম। এই গ্ৰন্থৰো পৰিবেশ আৰু উদ্দেশ্য জৈনমতৰ পৰিপোষক।

জৈন ধৰ্মীয় সাহিত্যৰ এক বিশাল অংশ জুৰি আছে শ্বেতাম্বৰ সম্প্ৰদায়ে 'চৰিত' বুলি কোৱা আৰু দিগম্বৰ সম্প্ৰদায়ে 'পুৰাণ' বুলি কোৱা বিভিন্ন জৈনাচাৰ্য মহাপুৰুষৰ জীৱন-কাহিনী সম্বলিত, লগতে জৈনাদৰ্শ প্ৰতিফলিত হোৱা 'চৰিত' বা 'পুৰাণ' ৰচনাৱলীয়ে এইবিলাকৰ ভিতৰত শ্বেতাম্বৰ সম্প্ৰদায়ৰ হেমচন্দ্ৰৰ দ্বাৰা লিখিত 'ত্ৰিষষ্টি শলাকাপুৰুষ চৰিত' আৰু দিগম্বৰ সম্প্ৰদায়ৰ জিনসেন গুণভদ্ৰৰ দ্বাৰা লেখিত 'ত্ৰিষষ্টি লক্ষণ মহাপুৰাণ' বিশেষ উল্লেখযোগ্য। এইবোৰ প্ৰাকৃতত ৰচনা কৰা নহয় যদিও প্ৰাচ্যবিদ্যাবিদ্ মনিষী উইণ্টাৰনিজে এনে পুৰাণ বা চৰিতৰ উৎস প্ৰাকৃতত ৰচিত 'চউপন্ন মহাপুৰিসচৰিয়' অথবা 'বসুদেৱ হিণ্ডি' বুলি মত পোষণ কৰে।

জৈন ধৰ্মীয় সাহিত্যৰ অন্য এক বিশিষ্ট অংগ হ'ল 'ধম্মকহা' বা 'ধৰ্মকথা'। জৈন ধৰ্মানুসাৰে কৰ্মবাদ, জন্মান্তৰবাদ আৰু ধৰ্মতত্ত্ব প্ৰচাৰৰ উদ্দেশ্যৰে গদ্য-পদ্য মিশ্ৰিত কৰি এইবোৰ লেখা হৈছিল যদিও এইবোৰ

কাব্যসুলভ অলংকাৰাদি প্ৰয়োগৰ ফলত উৎকৃষ্ট কাব্য যেন হৈ উঠিছে। এইবোৰৰ প্ৰকাশভংগী যেনেদৰে সৰস আনফালে তেনেদৰে প্ৰেমমূলক কাহিনীৰ বৰ্ণনাৰেও আকৰ্ষণীয়। এনেধৰণৰ আখ্যান বা কাহিনী সম্বলিত সৰস প্ৰকাশভংগীৰ ধম্মকহাসমূহৰ ভিতৰত মহাৰাষ্ট্ৰী প্ৰাকৃতত গদ্য আৰু পদ্য উভয়তে ৰচনা কৰা হৰিভদ্ৰৰ 'সমৰাইচ্চকহা' (সমৰাদিত্য কথা) বিশেষ উল্লেখযোগ্য। 'ভৱ' নামেৰে নটা অধ্যায়ত ভাগ কৰি গ্ৰন্থখন আৰম্ভ কৰা হৈছে জৈনধৰ্মৰ প্ৰতিষ্ঠাৰ আদি তীৰ্থংকৰ ঋষভৰ বন্দনাৰে। প্ৰেমমূলক কথাৰ লগতে নীতি আৰু আদৰ্শৰ কথা প্ৰতিফলিত হোৱা এই কাব্য সাহিত্যৰ গুণেৰে উৎকৃষ্ট ৰস কাব্যৰ সমধৰ্মী হৈ উঠিছে।

জৈন ধৰ্মৰ নিজ্জুত্তি, চুন্নী, পুৰাণ বা চৰিত, কাব্য আদিত বিবিধ সৰ-বৰ কাহিনী বৰ্ণিত হৈ যেনেদৰে সেইবোৰে ভাৰতীয় কথা-সাহিত্যক সমৃদ্ধ কৰিছে, আনফালে স্বতন্ত্ৰভাৱে সৰু সৰু কাহিনীযুক্ত একশ্ৰেণী গল্পধৰ্মী সাহিত্য সৃষ্টি হৈও কথা-সাহিত্যৰ ঐতিহ্যক বৰ্ণাঢ্য কৰি তুলিছে। এনে জাতীয় সৰু সৰু কাহিনীযুক্ত সাহিত্যক 'কথানক' বুলি অভিহিত কৰা হৈছে। এনে কথানক ধৰ্মীয়-সাহিত্য সংস্কৃত আৰু অপভ্ৰংশতো ৰচিত হৈছিল যদিও প্ৰাকৃততো অভাৱ নাই। ধৰ্ম-সাহিত্যৰ অন্তৰ্গত প্ৰাকৃত কথানকসমূহৰ মাজত 'কালকাচাৰ্য-কথানক' সকলোতকৈ সুপৰিচিত আৰু বিশেষ উল্লেখযোগ্য। এই গ্ৰন্থৰ ৰচয়িতাৰ নাম যিদৰে জনা নাযায়, ৰচনাৰ কালো তেনেদৰে অজ্ঞাত। আন এক উল্লেখযোগ্য কথানক হ'ল 'কথা কোষ'। অৱশ্যে ইয়াত প্ৰাকৃতৰ লগত সংস্কৃতো সংযোজিত হৈছে।

(খ) **ধৰ্ম-নিৰপেক্ষ প্ৰাকৃত-সাহিত্য :** জৈন-ধৰ্মমূলক বিবিধ সাহিত্যৰ উপৰিও প্ৰাকৃতত ধৰ্ম-বহিৰ্ভূত বা ধৰ্ম নিৰপেক্ষ বিশুদ্ধ ৰস-সাহিত্য বুলি অভিহিত কৰিব পৰা নানান সাহিত্যও সৃষ্টি হৈছিল আৰু এইবোৰে প্ৰাকৃত-সাহিত্যক বৈচিত্ৰময় বা ঐশ্বৰ্যময় কৰা নাই, বহুক্ষেত্ৰত সংস্কৃত সাহিত্যকো প্ৰভাৱিত কৰিছিল। প্ৰাকৃতত ৰচিত কথা-সাহিত্যৰ

বিপুলতা লক্ষ্য কৰি আৰু লৌকিক প্ৰেমমূলক কবিতাৰ প্ৰাচুৰ্য দেখি অনেকে সংস্কৃত কথা-সাহিত্য আৰু শৃংগাৰাত্মক চূৰ্ণ কবিতা সৃষ্টিত প্ৰাকৃতত প্ৰভূত অৱদান আছে বুলি অনুমান কৰে। এনেকি এনে মতো পোষণ কৰা হয় যে—ৰামায়ণ-মহাভাৰতো লৌকিক ৰূপত প্ৰচলিত থাকি প্ৰথমে প্ৰাকৃততে ৰচিত হৈছিল, পৰৱৰ্তীকালতহে সংস্কৃতত ৰূপান্তৰিত কৰা হৈছিল। কিন্তু সংস্কৃত সাহিত্য সৃষ্টিৰ গৌৰৱময় কালতে প্ৰাকৃত-সাহিত্য সমূহো সৃষ্টি হোৱাত আৰু সংস্কৃতৰ আদৰ্শৰে প্ৰাকৃত মহাকাব্য সৃষ্টি হোৱাত পাৰস্পৰিক প্ৰভাৱ কোনখিনিত কেনে ধৰণৰে পৰিছিল সেই কথা নিৰ্ণয় কৰা কঠিন।

ধৰ্ম-নিৰপেক্ষ প্ৰাকৃত-সাহিত্যক (ক) কথা-সাহিত্য (খ) মহাকাব্য (গ) নাট্যসাহিত্য আৰু (ঘ) গীতকাব্য এনেদৰে চাৰি ভাগত ভাগ কৰিব পাৰি।

(ক) সমগ্ৰ প্ৰাকৃত-সাহিত্যই কথা-সাহিত্যৰ ভাণ্ডাৰ। লোক জীৱনত লোক-কথা বা সাধুকথা শুনা বা কোৱাৰ যি প্ৰবৃত্তি সেয়েই লোকজীৱনৰ ভাষা প্ৰাকৃতত বিপুল কথা-সাহিত্য সৃষ্টি হোৱাৰ অন্যতম কাৰণ বুলি ভাবিবৰ অৱকাশ আছে। ধৰ্ম সাহিত্যৰ বাহিৰেও বিপুল পৰিমাণে প্ৰাকৃতত যি কথা-সাহিত্য সৃষ্টি হৈছিল তাৰ প্ৰধান সংগ্ৰহৰ ভিতৰত প্ৰাকৃতৰ আদি কথাকাৰ বুলি খ্যাত গুণাঢ্যৰ (আনুমানিক ১ম-২য় খৃষ্টীয় শতিকা) দ্বাৰা পৈশাচী প্ৰাকৃতত ৰচিত 'বড্ডকহা' বা 'বৃহৎকথা' বিশেষ উল্লেখযোগ্য। কিন্তু এই গ্ৰন্থৰ অস্তিত্ব বিচাৰি পোৱা নাযায়,- মাত্ৰ সংস্কৃত গ্ৰন্থৰ জৰিয়তেহে ইয়াৰ সম্ভেদ পোৱা যায়। বুধস্বামীয়ে 'বৃহৎকথাশ্লোকসংগ্ৰহ', ক্ষেমেন্দ্ৰই 'বৃহৎকথামঞ্জৰী' আৰু সোমদেৱে 'কথাসৰিৎসাগৰ' নামৰ সংস্কৃত গ্ৰন্থৰ জৰিয়তেহে গুণাঢ্যৰ বড্ডকহা বা বৃহৎকথাৰ অস্তিত্বক সজীৱ কৰি ৰাখি থৈ গৈছে। তদুপৰি সুবন্ধু, বাণভট্ট, দণ্ডী আদি সংস্কৃত লেখকসকলৰ ৰচনাতো গুণাঢ্যৰ উল্লেখ আছে আৰু এই সকল কবি গুণাঢ্যৰ ওচৰত ঋণী। কিংবদন্তী আছে যে সাতবাহন ৰাজ্যৰ ৰজাৰ সভাকবি গুণাঢ্যই ৰজাক ছমাহৰে

ভিতৰত সংস্কৃতজ্ঞ কৰিব নোৱাৰি সংস্কৃত ভাষা পৰিত্যাগ কৰি বিন্ধ্য পৰ্বতলৈ যায় আৰু কাণভূতি নামৰ পিশাচে সাতজন বিদ্যাধৰৰ প্ৰেম, বীৰত্ব আদিৰ কাহিনী শুনাই, গুণাঢ্যই এইবোৰকে নিজৰ দেহৰ তেজেৰে পৈশাচী ভাষাত সাত লাখ শ্লোকত লেখি ৰজাৰ ওচৰলৈ পঠাই দিয়ে, কিন্তু ৰজাই পৈশাচীত লেখাৰ কাৰণে পঢ়িব নোৱাৰি ঘৃণাই পঠোৱাত মনৰ দুখত গুণাঢ্যই সেইবোৰ এখিলা এখিলাকৈ অগ্নিকুণ্ডত জ্বলাই যাবলৈ ধৰিলে, এই কথা ৰজাৰ কাণত পৰাত ৰজাই উদ্ধাৰ কৰিবলৈ যায়; কিন্তু তেতিয়া ৮ লাখ শ্লোক নিঃশেষ হৈ গ'ল। অৱশিষ্ট এক লাখকে ৰজাই লৈ আহি গুণাঢ্যৰ শিষ্যৰ দ্বাৰা প্ৰচাৰৰ দিহা কৰিল। এই অৱশিষ্টাংশতে আছিল নৰবাহনদত্তৰ কাহিনী। কিন্তু কালক্ৰমত মূল লেখাখিনিও লোপ পাই গ'ল।

(খ) মহাৰাষ্ট্ৰী প্ৰাকৃতত ৰচনা কৰা দুখন সুখ্যাত প্ৰাকৃত-মহাকাব্য হ'ল ষষ্ঠ শতাব্দীৰ কাশ্মীৰৰাজ দ্বিতীয় প্ৰবৰসেনৰ দ্বাৰা ৰচিত 'ৰাৱণবহো' (ৰাৱণ বধ) বা 'দহমুহবহো' আৰু অষ্টম শতাব্দীৰ কানাকুব্জাধিপতি যশোবৰ্মণৰ সভাকবি বপ্পইৰাঅ বা বাক্‌পতিৰাজৰ দ্বাৰা ৰচনা কৰা 'গউড়বহো' (গৌড়বধ)। 'ৰাৱণবহো' কাব্যক 'সেতুবন্ধ' বুলিও জনা যায়।

সপ্তম শতাব্দীৰ দুগৰাকী প্ৰসিদ্ধ সংস্কৃত কবি আৰু আলংকাৰিক আচাৰ্য দণ্ডী আৰু বাণভট্টই 'ৰাৱণবহো' বা 'সেতুবন্ধ কাব্য আৰু ইয়াৰ ৰচকক প্ৰশংসা কৰাৰ পৰা কাব্যখনৰ জনপ্ৰিয়তা আৰু প্ৰসিদ্ধি কিমান আছিল সেইকথা সহজতে অনুমান কৰিব পাৰি। পোন্ধৰটা 'অস্সাসঅ' (আশ্বাস) বা সৰ্গত বিভক্ত কৰি বীৰৰসৰ লগত শৃংগাৰৰস মিশ্ৰণ কৰি ৰামায়ণৰ কাহিনীৰ আধাৰত সীতাৰ অন্বেষণৰ পৰা ৰাৱণ বধলৈকে সমুদায় কাহিনী কবিয়ে অতি নিপুণ কাব্য-প্ৰতিভাৰে বৰ্ণনা কৰিছে। কাব্যখনত সংস্কৃত কাব্য-ৰীতিৰ প্ৰভাৱ অত্যন্ত গভীৰ।

'গউড়বহো' কাব্যত বিষ্ণুসদৃশ যশোবৰ্মণৰ গৌড়ৰাজক নিধন কৰাৰ কথা আছে যদিও ইয়াত যশোবৰ্মণৰ দিগবিজয়ৰ আৰু বীৰত্বৰ কথাহে

ধাইকৈ বৰ্ণিত হৈছে। সেয়েহে কব পাৰি কনৌজৰাজ যশোবৰ্মণৰ সভাকবি বাক্‌পতিৰাজৰ ই এক ৰাজপ্ৰশস্তিমূলক কাব্যহে। কাব্যৰ ৰচনা-ৰীতি সংস্কৃত কাব্যাদৰ্শৰ লগত অভিন্ন যদিও প্ৰকৃতিৰ বৰ্ণনাৰ লগতে সচৰাচৰ সংস্কৃত কাব্যত নোপোৱা গ্ৰাম্যজীৱনৰ চিত্ৰ অতি মনোমোহাকৈ বৰ্ণিত হৈছে। ইয়ে কাব্যখনৰ প্ৰধান বৈশিষ্ট্য।

(গ) প্ৰাকৃতত ৰচনা কৰা নাটকৰ সংখ্যা কম। সেয়ে হ'লেও সংস্কৃত নাটকত প্ৰাকৃতে প্ৰথম অৱস্থাৰ পৰাই স্থান পাই আহিছে আৰু ক'বলৈ গ'লে সংস্কৃত নাটকৰ জৰিয়তেই প্ৰাকৃতে প্ৰথম শিষ্ট সাহিত্যত প্ৰবেশ লাভ কৰি সাহিত্যিক-ভাষা হোৱাৰ মৰ্যাদা লাভ কৰে। খৃষ্টীয় প্ৰথম শতাব্দীৰ অশ্বঘোষৰ পৰা দশম শতাব্দী পৰ্যন্ত সংস্কৃত নাট্যকাৰ সকলে চৰিত্ৰানুযায়ী বিভিন্ন প্ৰাকৃত প্ৰয়োগ কৰাৰ যি পৰম্পৰা প্ৰতিষ্ঠা কৰি গৈছে, সেই প্ৰাকৃতাংশ পুৰ্ণাংগ প্ৰাকৃত নাটকতকৈ বেছি আকৰ্ষণীয় আৰু মূল্যবান সম্পদ স্বৰূপ।

সম্পূৰ্ণৰূপে প্ৰাকৃতত ৰচনা কৰা নাটকৰ ভিতৰত প্ৰথম নাটক হ'ল দশম শতিকাৰ আগভাগৰ কবি কবিৰাজ ৰাজশেখৰৰ দ্বাৰা ৰচিত 'কৰ্পূৰ-মঞ্জৰী' নামৰ নাটক খন। প্ৰাকৃতত ৰচনা কৰা প্ৰথম নাটক হিচাপে ইয়াৰ ঐতিহাসিক মূল্য দিবে আছে, তেনেদৰে এই নাটকৰ জৰিয়তে 'সট্টক' জাতীয় এক নতুন নাট্য-ধাৰাও প্ৰতিষ্ঠা কৰি, লগতে দীৰ্ঘদিনৰ সংস্কৃত নাট্য-সাহিত্যত চৰিত্ৰানুযায়ী বিভিন্ন প্ৰাকৃত প্ৰয়োগ কৰাৰ যি ৰীতি প্ৰতিষ্ঠা হৈছিল, সেই ৰীতিকো ভংগ কৰি কবি ৰাজশেখৰে এক নতুন অভিলেখ স্থাপন কৰি গৈছে। নাট্য-কাহিনীৰ ফালৰ পৰা নাটকখনিৰ কোনো নতুনত্ব নাই; সংস্কৃত নাটকৰ দৰেই ৰাজকীয় প্ৰেম আৰু অৱশেষত নানা বাধা-বিঘিনিৰ মাজেদি মধুৰ মিলন। অলৌকিক ক্ষমতাসম্পন্ন ভৈৰবানন্দই মন্ত্ৰবলেৰে আনি দিয়া বিদৰ্ভ-কুমাৰী কৰ্পূৰ-মঞ্জৰীৰ লগত ৰজা চণ্ডপালৰ প্ৰথম দৃষ্টিতে প্ৰণয়, গোপন অভিসাৰ আৰু অৱশেষত মিলনেই ইয়াৰ কাহিনী। নাট্যকাৰে নাটকখনিৰ আৰম্ভনিতে প্ৰাকৃতত ৰচনা কৰা যুদি কৈছে যদিও কোন প্ৰাকৃতত

নাটকখনি ৰচনা কৰিছে সেই কথা স্পষ্টকৈ কোৱা নাই। তথাপিতো ইয়াৰ ভাষা-বৈশিষ্ট্য লক্ষ্য কৰি শৌৰসেনী প্ৰাকৃতেই ইয়াৰ আধাৰ বুলি কব পাৰি, লগতে মহাৰাষ্ট্ৰী প্ৰাকৃতকো মিশ্ৰণ কৰিছে। তদুপৰি প্ৰাকৃত যুগৰ শেষ স্তৰত ৰচনা বুলি ইয়াৰ প্ৰাকৃতত অপভ্ৰংশ-অৱহট্‌ঠৰ শব্দৰ লগতে 'দেশী' বুলি অভিহিত কৰা শব্দৰো প্ৰচুৰ সমাৱেশ ঘটিছে।

'কৰ্পূৰমঞ্জৰী'ৰ পিছতো দুই-চাৰিখন প্ৰাকৃতত লেখা নাটক পোৱা যায় যদিও সেইবোৰৰ কোনো নতুনত্ব নাই, 'কৰ্পূৰমঞ্জৰী'ৰ আদৰ্শ-অনুসৃত।

(ঘ) গীতি-কবিতা বা কাব্য বিষয়ত প্ৰাকৃত সাহিত্য বিশেষভাৱে সমৃদ্ধশালী। ধৰ্মীয় চিন্তা বা আদৰ্শ বহিৰ্ভূত বিশুদ্ধ সাহিত্য বুলি কব পৰা যিখিনি প্ৰাকৃত কাব্য, মহাকাব্য বা নাটক পোৱা গৈছে সেইখিনি সংস্কৃত সাহিত্যৰ আদৰ্শৰে সৃষ্টি হৈছিল যদিও গীতি-কবিতাসমূহ প্ৰাকৃতৰ নিজস্ব সম্পদ আৰু এইবোৰে সংস্কৃত সাহিত্যকহে গভীৰভাৱে প্ৰভাৱিত কৰিছিল।

খৃষ্টীয় দ্বিতীয় শতাব্দীৰ ভৰতৰ নাট্য সাহিত্যত (৩২ অধ্যায়) উল্লেখিত ধ্ৰুবা গীতসমূহেই প্ৰাকৃত গীতিকবিতাৰ সৰ্বপ্ৰাচীন নিদৰ্শন। প্ৰকৃতিৰ বৰ্ণনাৰে নাটকৰ চৰিত্ৰসমূহৰ শৃংগাৰ, কৰুণ, বীৰ প্ৰভৃতি ভাৱৰ দ্যোতনা দিয়াৰ উদ্দেশ্যৰেই গীতসমূহ উল্লেখ কৰা হৈছিল।

কিন্তু প্ৰাকৃত গীতিকবিতাৰ সৰ্বশ্ৰেষ্ঠ নিদৰ্শন হৈছে হাল-নৃপতিৰ দ্বাৰা সংগৃহীত 'গাহাসত্তসঈ' আৰু জৈন-কবি জয়বল্লভৰ দ্বাৰা সংগৃহীত 'বজ্জালগ্‌গ'। জৈন কবিৰ দ্বাৰা সংগৃহীত হ'লেও ইয়াত কোনো ধৰ্মীয় আদৰ্শ প্ৰতিফলিত হোৱা নাই; 'গাহাসত্তসঈ'ৰ দৰে বিভিন্ন কবিৰ মনোৰম কবিতাৱলী সংকলন কৰাহে মূল লক্ষ্য আছিল। 'বজ্জালগ্‌গ'ৰ কিছুমান কবিতা 'গাহাসত্তসঈ'ৰ লগত অভিন্ন হ'লেও ইয়াৰ মূল বৈশিষ্ট্য হ'ল একো একোটা বিষয়ৰ গাথা বা কবিতা একোটা নিৰ্দিষ্ট 'বজ্জা'ৰ ('ৱ্ৰজ্যা') অন্তৰ্গত কৰি সজোৱা হৈছে আৰু 'বজ্জা' অনুসাৰে সজোৱাৰ

কাৰণেই 'বজ্জালগ্‌গ' বুলি নামকৰণ কৰা হৈছে। প্ৰেমমূলক কবিতাৰ উপৰিও অন্যান্য বিষয়ৰ কবিতাও ইয়াত সংকলিত হৈছে।

## ॥ গাহাসত্তসঈ ॥

প্ৰাকৃত ভাষাত ৰচিত সাহিত্য-সম্ভাৰৰ ভিতৰত ৰজা হালৰ দ্বাৰা সংগৃহীত বুলি জনা 'গাহাসত্তসঈ' নামৰ গীতি-কবিতাৰ সংগ্ৰহখনি সৰ্বোৎকৃষ্ট বুলি অভিহিত কৰিব পাৰি। প্ৰাকৃতত ৰচনা কৰা গাথা বা কবিতাৰেই ই এক মনোৰম সংকলন নহয়, ভাৰতীয় লোকায়ত জীৱনৰ ওপৰত প্ৰতিষ্ঠিত এক সাৰ্থক প্ৰাচীন গীতি-কাব্য সংগ্ৰহ বুলিও ইয়াক আখ্যা দিব পাৰি। আভিজাত্যসুলভ মনোবৃত্তিৰে বৈদগ্ধ্যপূৰ্ণ প্ৰকাশ-শৈলীত গুৰুত্ব আৰোপিত কৰি বিশাল সংস্কৃত সাহিত্য ৰচনাৰ পূৰ্ণ-পয়োভৰৰ সমকালতে লোক-জীৱনত স্পন্দিত হোৱা চিৰন্তন ভাৱ-অনুভূতি এনেদৰে সংগৃহীত হোৱাৰ প্ৰচেষ্টা নিঃসন্দেহে তাৎপৰ্যপূৰ্ণ আৰু গুৰুত্বপূৰ্ণ কৃতিত্বৰ পৰিচায়ক। 'শতক', 'সপ্তশতী' আদি নামেৰে,—যেনে অমৰুৰ 'অমৰুশতক', গোৱৰ্ধন আচাৰ্যৰ 'আৰ্যাসপ্তশতী' আদি লৌকিক প্ৰেমৰ চিত্ৰ থকা ক্ষুদ্ৰ ক্ষুদ্ৰ কবিতাৰ যিবোৰ কোষকাব্য সংস্কৃত ভাষাত পোৱা যায় সেইবোৰ প্ৰাকৃত গাথা-সংগ্ৰহ 'গাহাসত্তসঈ'ৰ প্ৰভাৱৰ প্ৰত্যক্ষ ফল। 'আৰ্যা-সপ্তশতী'ত গোৱৰ্ধন আচাৰ্যই প্ৰাকৃত কবিতাক মুক্তকণ্ঠে প্ৰশংসা কৰি যোৱাই ইয়াৰ প্ৰকৃষ্ট উদাহৰণ। তদুপৰি বাণভট্ট, ৰাজশেখৰ আদি বিশিষ্ট সংস্কৃত কাব্যকাৰ সকলে হাল আৰু তেওঁৰ সংকলনৰ কথা তেওঁলোকৰ ৰচনাত উল্লেখ কৰি যোৱাৰ পৰাও গাহাসত্তসঈৰ জনপ্ৰিয়তা আৰু ভাৰতীয় সাহিত্যত ইয়াৰ গৌৰৱময় স্থানৰ কথাকে সূচনা কৰে।

সাতবাহন বংশীয় ৰজা হালে ভাৰতীয় লোকজীৱনত অতি প্ৰাচীন কালৰ পৰা মুখে মুখে প্ৰচলিত হৈ থকা 'কোটি কোটি গাথা'ৰ মাজৰ পৰা সাতশ গাথা বা কবিতা সংগ্ৰহ কৰি সাতটা শতকত বিভক্ত কৰি

সংকলন কৰিছিল কাৰণেই এই গাথা-সংকলনক 'গাহাসত্তসঈ' ( গাথা সপ্তশতী ) বুলি কোৱা হৈছে। কবিতা বা গাথাসমূহ মাত্ৰ দুটা শাৰী বা চৰণতে সম্পূৰ্ণ হৈছে যদিও প্ৰত্যেকটো কবিতাই গীতি-কবিতাৰ মাধুৰ্যৰে স্বয়ংসম্পূৰ্ণ। কবিতাসমূহৰ মূল সুৰ হ'ল—প্ৰেম ; প্ৰেমৰ মান-অভিমান, শংকা-ব্যাকুলতা, প্ৰিয়জনৰ সৈতে মিলনৰ আকাঙ্ক্ষা, প্ৰিয়জনক নোপোৱাৰ নিঃসীম ক্ৰন্দন আদি প্ৰেমৰ সাৰ্বিক ৰূপৰ বিচিত্ৰতাৰ ইয়াৰ অধিকাংশ কবিতাৰ মাজত ফুটি উঠিছে। সেয়েহে কব পাৰি ঃ প্ৰাকৃতজনৰ ঐহিক প্ৰেমানুভূতিৰ উষ্ণ-উত্তাপেৰে 'গাহাসত্তসঈ'ৰ মূল কাব্য-জীৱন প্ৰাণময়।

মহাৰাষ্ট্ৰী প্ৰাকৃতেই ইয়াৰ ভাষাৰ মূল আধাৰ যদিও লৌকিক কথ্যৰূপৰ উপাদানো ( বা অপভ্ৰংশৰ ) লক্ষ্য কৰা যায়। ইয়াৰ কাৰণ এই বুলি ক'ব পাৰি যে লোক-জীৱনত প্ৰচলিত অসংখ্য গীতৰ মাজৰ পৰা কিছু সংখ্যক ৰজা হালৰ উদ্যোগত সংগৃহীত হৈ পৰিমাৰ্জিত ৰূপত পুনৰ লেখা হৈছিল। ভাষাৰ পৰিচ্ছন্ন ৰূপ আৰু বৰ্ণনাৰ উচ্চমানৰ লাৱণ্যগুণ লক্ষ কৰি ৰজা হালৰ সভাকবি অথবা সমসাময়িক প্ৰসিদ্ধ কবিসকলেই এনে পৰিমাৰ্জিত ৰূপদান কৰিছিল বুলি ভাবিব পাৰি আৰু এনে কৰাৰ কাৰণে অধিকাংশ কবিতাতে কবিৰ নামো যুক্ত হৈ পৰিল। এনে কিছুসংখ্যক কবিৰ নামও ভিতৰত হালৰ উপৰিও আছে—মকৰন্দ, কুদোঘ, প্ৰবাৰক, কুমাৰিল, মহেন্দ্ৰ, অলক, দুৰ্গস্বামী, ভীমস্বামী, গজসিংহ, শ্ৰীধৰ্মক, চন্দ্ৰস্বামী, কলিৰাজ, বসুকাৰী, কালসাব, কুমাৰ, প্ৰণাম, কল্যাণ, হৰিতাল, অংগৰাজ, ভোজক, অনংগ, মহিল, অমৃত, বল্লভ, অনিৰুদ্ধ, মন্মথ, কৰ্ণ, মুক্তাধিপ, পালিত, পোট্টিশ, ঋতুৰাজ, কালদীপ, অনুৰাগ, ৰেবা, মাধৱী, মাতংগ, বাকপতিৰাজ আদি অনেক। কবিসকলৰ নামৰ পৰাও বুজিব পাৰি যে কবিসকল অনেকেই আছিল পণ্ডিত ব্যক্তি।

সংগ্ৰহকৰ্তা হালৰ সময় লৈ যথেষ্ট মতভেদ আছে। তথাপিতো এওঁক সাতবাহনবংশীয় খৃষ্টীয় দ্বিতীয় শতাব্দীৰ ৰজা আছিল বুলি

অনুমান কৰা হয়। কিন্তু 'গাহাসওসঈ'ৰ ভাষা আৰু সপ্তম শতিকাৰ কবিৰ কবিতাও ইয়াত অন্তৰ্ভুক্ত হোৱাৰ বাবে চাই ৰজা হাল আৰু সংকলন সম্পৰ্কে যথেষ্ট বিতৰ্ক আছে। তথাপিতো সিদ্ধান্ত কৰিব পাৰি যে দ্বিতীয় শতাব্দীৰ কাব্যানুৰাগী 'কবি বৎসল' ৰজা হালে নিজৰ আৰু সমসাময়িক কবিৰ লগতে প্ৰাচীন কালৰে পৰা চলি অহা প্ৰেমমূলক কবিতাৰ সংকলনৰ যি যত্ন কৰিছিল, সিয়ে ৰাজভগন, যুদ্ধ বিগ্ৰহ ইত্যাদিৰ ফলত হাত বাগৰি পৰৱৰ্তী কেইবা শতাব্দীৰ অনেক নতুন কবিৰ কবিতাৰে সাতশ বা তাতকৈ অধিক হৈ বৃহৎ কলেবৰৰ হৈ পৰিল আৰু তেতিয়া শতক বিভাজনেৰে তৃতীয়ৰ পৰা ষষ্ঠ সপ্তম শতাব্দীৰ ভিতৰত সাহিত্যত ব্যৱহৃত হৈ যি প্ৰাকৃতে ইতিমধ্যে জনপ্ৰিয় হৈ পৰিছিল, সেই প্ৰাকৃততে পুনৰ লেখিত হৈ ই 'গাহাসত্তসঈ' নামকৰণেৰে জনাজাত হৈ পৰে, কিন্তু প্ৰথম সংকলনকৰ্তা হালৰ স্মৃতিৰ বাবে সংকলনকাৰী হিচাপে হালৰ নাম জড়িত কৰা হ'ল। গ্ৰন্থখনিৰ ভাষা আৰু সপ্তম শতাব্দীৰ কবিৰ অন্তৰ্ভুক্তিয়ে এনেদৰে ভাবিবলৈকে বাধ্য কৰাই। উল্লেখযোগ্য যে 'শতক' বা 'সপ্তশতী' নামধাৰী সংস্কৃত কোষ কাব্য কেইখনো সপ্তম শতাব্দী বা তাৰ পিছৰ কালৰহে। সেয়ে 'গাহাসত্তসঈ' সংকলন কাৰ্য্য আৰু নামকৰণ সপ্তম শতাব্দীৰ ভিতৰত সম্পূৰ্ণ হয় বুলি কব পাৰি—যাৰ কাব্যাদৰ্শ আৰু নামে সংস্কৃত কবিকো প্ৰভাৱিত কৰিছিল।

ভাষা অথবা সংগ্ৰহকৰ্তা যিয়েই নওহক, ইয়াত সংগৃহীত কবিতাসমূহে সাধাৰণ মানুহৰ সুখ-দুখ, আনন্দ-বেদনা, সৌন্দৰ্য-চেতনা, কল্পনা-অনুভৱৰ সহজ চিত্ৰ প্ৰকাশ কৰাৰ কাৰণে আৰু প্ৰাচীন ভাৰতীয় গ্ৰাম্য জীৱনধাৰাৰ অন্তৰংগ চিত্ৰ নিটোল আৰু পৰিপূৰ্ণৰূপত ফুটাই তোলাৰ কাৰণে এই সংকলনৰ মূল্য ভাৰতীয় কবিতাৰ ইতিহাসত চিৰ অম্লান হৈ থাকিব।

তলত 'গাহাসত্তসঈ'ৰ পৰা ২০টা গাথাৰ মূল পাঠ দি অসমীয়া অনুবাদ কৰা হ'ল:

১। সত্তসআইং কই-বচ্ছলেন কোডীঅ মজ্‌ঝআবম্মি।
হালেন বিৰইআইং সালংকাৰাণং গাহাণং ॥

অনুবাদ ঃ অলঙ্কৃত কোটি কোটি গাথাৰ মাজৰ পৰা সাতশ গাথা কবি-বৎসল[৩৭] হালৰ দ্বাৰা সংকলিত হৈছে।

২। অমিঅং পাউঅ-কব্বং পঢ়িউং সোউং অ জে ন জানন্তি।
কামস্‌স তত্তত্তিং কুণন্তি তে কহং ন লজ্জন্তি ॥

অনুবাদ ঃ অমৃতময় প্ৰাকৃত-কাব্য যিসকলে পঢ়িব বা শুনিব নাজানে তেওঁলোকে কামতত্ত্ব[৩৮] চৰ্চাত লজ্জাবোধ নকৰে কিয় ?

৩। ৰন্ধনকম্মণিউণিএ মা জ্‌ূৰসু ৰত্তপাডল সুঅন্ধং।
মুহমাৰুঅং পিঅন্তো ধুমাই সিহী ন পজ্জলই ॥

অনুবাদ ঃ হেৰা নিপুণা ৰান্ধনী, খং নকৰিবা ; তোমাৰ ৰঙা-পাকলৰ দৰে সুগন্ধ মুখৰ বতাহ পান কৰাৰ কাৰণেই জুইকুৰা ধোঁৱাই আছে, জ্বলি উঠা নাই।

৪। অমঅমঅ গঅণসেহৰ ৰঅণীমুহতিলঅ চন্দ দে ছিবসু।
ছিত্তো জেহিং পিঅঅমো মমং পি তেহিং চিঅ কৰেহিং ॥

অনুবাদ ঃ হেৰা চন্দ্ৰ, তুমি অমৃতময়, আকাশৰ মুকুট আৰু নিশাৰ মুখৰ তিলক স্বৰূপ ; যি কিৰণেৰে তুমি মোৰ প্ৰিয়তমক স্পৰ্শ কৰিছা সেই কিৰণেৰে মোকো স্পৰ্শ কৰা।

৩৭. কবি-বৎসল—কবিসকলৰ পৃষ্ঠপোষক ; ৰজা হাল এগৰাকী সুকবিয়েই নাছিল, সমসাময়িক কবিসকলৰ কাব্য-চৰ্চাৰ পৃষ্ঠপোষকো আছিল।

৩৮. কামতত্ত্ব—প্ৰেম-চৰ্চাৰ প্ৰসংগ। সংস্কৃত সাহিত্যত প্ৰেমৰ কবিতাৰ অভাৱ নাই যদিও সেই প্ৰেম ধৰ্ম আৰু মোক্ষৰ বন্ধনীৰে সীমাবদ্ধ। কিন্তু ধৰ্ম-জীৱনৰ বাহিৰেও লোক-জগততো প্ৰেমৰ যে এক বিশিষ্ট স্থান আছে, প্ৰেমৰ মহিমা যে তুচ্ছ নহয়—সেই কথা প্ৰাকৃত কবিয়ে গৌৰৱ সহকাৰে উপলব্ধি কৰিব পাৰিছিল। প্ৰেমৰ বিচিত্ৰ ভাব, মান-অভিমান, মিলন-বিৰহ আদি প্ৰেমৰ সাৰ্বিক ৰূপটো প্ৰাকৃত কবিতাতহে অধিক পৰিস্ফুট। সেই কাৰণে প্ৰাকৃত প্ৰেম-কবিতা যিসকলে পঢ়া বা শুনা নাই তেওঁলোকে প্ৰেমৰ মহিমাও উপলব্ধি কৰিব নোৱাৰে আৰু প্ৰেম-চৰ্চাৰ অধিকাৰো তেওঁলোকৰ নাই বুলি কোৱা হৈছে।

৫। অসমত্তমণ্ডণা বিঅ বচ্চ ঘৰং সে সকোউহল্লস্স।
বোলাৱিঅ-হুলহুলঅস্স পুত্তি চিত্তে ন লগ্গিহিসি॥

অনুবাদ : হেৰা কন্যা, অসমাপ্ত প্ৰসাধনেৰেই তুমি ব্যাকুল হৈ থকা তেওঁৰ ঘৰলৈ যোৱা ; ব্যাকুলতা শাঁত পৰি গ'লে তেওঁৰ হৃদয়ত তুমি স্থান নাপাবও পাৰা।

৬। অজ্জ মএ তেন বিনা অনুহূঅ-সুহাইং সংভৰন্তীএ।
অহিনৱ মেহান' ৰবো নিসামিও বজ্ঝ পডহো বব॥

অনুবাদ : আজি তেওঁৰ বিৰহত পূৰ্বৰ সুখ স্মৰণ কৰি নতুন মেঘৰ ধ্বনিক বধ্যভূমিৰ বাজনা যেন অনুভৱ কৰিছোঁ।

৭। দিঅৰস্স অসুদ্ধমনস্স কুলবহু নিঅকুড্ডলিহিআই'।
দি অহং কহেই ৰামানুলগ্গ-সোমিত্তিচৰিআই'॥

অনুবাদ : সজবংশীয় চৰিত্ৰৱতী নাৰীয়ে ( কুলবধূ ) নিজৰ কোঠাৰ বেৰত লেখি থোৱা ৰাম-অনুৰক্ত লক্ষ্মণৰ চৰিত্ৰৰ কথাবিলাক চৰিত্ৰহীন দেওৰেকক গোটেই দিন ধৰি কৈ থাকে।

৮। সব্ভাৱনেহ ভৰিএ বত্তে ৰজ্জিজ্জইত্তি জুত্তমিনং।
অনহিঅএ উন হিঅঅং জং দিজ্জই তং জনো হসই॥

অনুবাদ : প্ৰেম আৰু স্নেহেৰে পৰিপূৰ্ণজনৰ প্ৰতি অনুৰক্ত হোৱা যুক্তিযুক্ত ; কিন্তু প্ৰেমহীনজনক হৃদয় দিলে মানুহে হাঁহিবহে।

৯। আৰম্ভন্তস্স ধুঅং লচ্ছী মৰণং ৱি হোই পুৰিসস্স।
তং মৰণং অনাৰম্ভে ৱি হোই লচ্ছী উন ন হোই॥

অনুবাদ : কোনো কাম আৰম্ভ কৰা পুৰুষৰ নিশ্চিত লক্ষ্মী লাভ হ'ব অথবা তেওঁৰ মৃত্যু হ'ব ; কিন্তু কোনো কাম আৰম্ভ নকৰাজনৰ মৃত্যুহে হ'ব, লক্ষ্মী লাভ নহয়।

১০। সো তুজ্ঝ কএ সুন্দৰী তহ ছীনো সুমহিলো হলিঅউত্তো।
জহ সে মচ্ছৰিণীএ ৱি দোচ্চং জাআএ পড়িৱন্নং॥

অনুবাদ : হেৰা সুন্দৰী, নিজৰ ৰূপৱতী পত্নী থকা সত্বেও কৃষক-

পুত্ৰ তোমাৰ কাৰণে ইমান খীণাই গৈছে যে তেওঁৰ ঈৰ্ষা-পৰায়ণা পত্নীয়েও দূতীৰ কাৰ্য অৱলম্বন কৰিছে।

১১। দিট্‌ঠা চূআ অগ্‌ঘাইআ সুৰা দক্‌খিণানিলো সহিও।
কজ্জাইং ব্বিঅ গৰু আই মামী কো বল্লহো কস্‌স॥

অনুবাদঃ আমৰ মʼল দেখা গৈছে, সুৰাৰ গন্ধ পোৱা গৈছে, দক্ষিণা-বতাহৰ স্পৰ্শও অনুভৱ কৰিছোঁ; তেওঁৰ কাৰণে কামেই ডাঙৰ হʼল; কোৱাচোন মামী, কোননো কাৰ মৰমৰ?

১২। তং নমহ জস্‌স ৱচ্ছে লচ্ছিমুহং কোত্‌থুহম্মি সঙ্কন্ত।
দীসই মঅপৰিহীনং সসিৱিম্বং সুৰৱিম্ব ৰ॥

অনুবাদঃ সূৰ্যবিম্বত প্ৰতিফলিত নিষ্কলংক চন্দ্ৰবিম্বৰ দৰে যাৰ বক্ষস্থলৰ কৌস্তুভ মণিত লক্ষ্মীদেৱীৰ মুখ প্ৰতিবিম্বিত হয় তেওঁক (অৰ্থাৎ নাৰায়ণক) নমস্কাৰ কৰা।

১৩। গম্মিহিসি তস্‌স পাসং সুন্দৰি মা তুৰস বড্‌ঢউ মিঅঙ্কো।
দুদ্ধে দুদ্ধং মিঅ চন্দিআই কো পেচ্ছই মুহং দে॥

অনুবাদঃ হেৰা সুন্দৰী, তেওঁৰ কাষলৈ তুমি যাব পাৰিবা; ইমান অস্থিৰ হ'ব নালাগে, জোন ওপৰলৈ উঠক; গাখীৰত গাখীৰ মিহলোৱাৰ দৰে জোনাকত কোনে তোমাৰ মুখ দেখিবলৈ পাব? [৩১]

১৪। গিজ্জন্তে মঙ্গল গাইআহিং বৰ গোত্ত দিন্ন অম্নাএ।
সোউং ৱ নিগ্‌গও উঅহ হোত্ত বহুআইএ ৰোমঞ্চো॥

অনুবাদঃ চোৱা, বিয়াৰ সময়ত নামতীবোৰে যেতিয়া মঙ্গলসূচক গীত গাইছিল, তেতিয়া দৰাৰ নাম শুনি ভৱিষ্যত-কইনাৰ শৰীৰও ৰোমাঞ্চিত হৈ উঠিল।

১৫। সিক্কৰপকন্ন-সচ্ছহাইং ধোঅভুল-পুঞ্জ সৰিসাইং।
সোহন্তি সুঅণু মুক্কোঅআইং সৰএ সিঅৰ্‌ভাইং॥

---

৩১. জোন যেতিয়া আকাশৰ মাজ ভাগলৈ উঠিব তেতিয়া পোহৰ কট্‌ফটিয়া হৈ পৰিব আৰু তেতিয়া গাখীৰত গাখীৰ মিহলালে যিদৰে একে হৈ যায় তেনেদৰে প্ৰেমিকাৰ বগা মুখখনো জোনাকৰ বগা পোহৰত একে হৈ যাব; তেনে অৱস্থাত আন্ধাৰত গʼলে কোনেও ধৰিব নোৱাৰিব।

**অনুবাদঃ** সুন্দৰী, শৰৎকালৰ পানী নাইকিয়া বগামেঘ সৈন্ধৱ-লোণৰ পৰ্বতৰ দৰে অথবা কমোৱা তুলাৰ দৰে শোভা পাবলৈ ধৰিছে।

১৬। বিৰহানলো সহিজ্জই আসাবন্ধেন বল্লহজনস্স।
এক্কগ্গাম পবাসো মাত্র মৰণং বিসেসেই ॥

**অনুবাদঃ** প্ৰিয়জন আহিব বুলি আশা কৰি বিৰহৰ তাপ সহিব পৰি ; কিন্তু আই, একে গাঁৱতে থাকি ( প্ৰিয়জনৰ সৈতে ) যদি প্ৰবাস খাটিব লগা হয় তেন্তে তাতকৈ মৰণেই ভাল।

১৭। পুট্ঠি পুসসু কিসোঅৰি পড়ীহৰঙ্কোল্লপত্ত চিত্তলিঅং।
ছেআহিং দিঅৰজ্জা আহিং উজ্জুএ মা কলিজ্জিহিসি ॥

**অনুবাদঃ** হেৰা কৃশোদৰী, তোমাৰ পিঠিখন মচি পেলোৱা ; ঘৰৰ পিছফালৰ আখৰোট গছৰ পাত তোমাৰ পিঠিত লাগি আছে ; তেতিয়াহে হেৰা সৰলা, তোমাৰ চতুৰা ভ্ৰাতৃ-জায়াই একোকো বুজিব নোৱাৰিব।

১৮। জং জং পলোএমি দিসং পুৰও লিহিঅ ব্ব দীসসে তত্তো।
তুহ পড়িমাপড়িবাডিং বহই ব্ব সঅলং দিসাঅক্কং ॥

**অনুবাদঃ** যি পিনেই দৃষ্টিপাত কৰোঁ সেইপিনেই তোমাৰ ছবিকে চিত্ৰিত হৈ থকা যেন লাগে ; সমস্ত দিশচক্ৰই যেন তোমাৰ ছবিকে বহন কৰিছে।

১৯। সুপ্পউ তইও বি গও জামো ত্তি সহিপ কীস মং ভণহ।
সেহালিআনং গন্ধো ন দেই সোত্তুং সুঅহ তমেহ ॥

**অনুবাদঃ** হেৰা সখীহঁত, ৰাতিৰ তৃতীয় প্ৰহৰ পাৰ হৈ গৈছে বুলি তোমালোকে মোক শুবলৈ কৈছা। শেৱালিৰ গন্ধে মোক শুবলৈ দিয়া নাই, তোমালোক শোৱাগৈ।

২০। জং জং আলিহই মনো আসাবট্টীহিং হিঅঅফলঅম্মি।
তং তং বালোব্ব বিহী নিহুঅং হসিউন পমহুসই ॥

**অনুবাদঃ** আশাৰূপী তুলিকাৰে হৃদয়-ফলিত মোৰ মনে যিবোৰ চিত্ৰ অংকিত কৰে, বিধাতাই গোপনে হাঁহি সক ল'ৰাৰ দৰে সেইবোৰ মচি পেলাই।

## ।। সংস্কৃত নাটকৰ প্ৰাকৃতাংশ ।।

প্ৰাকৃতত ৰচিত নাটকৰ সংখ্যা কম আৰু যি লিখা হৈছিল সিও প্ৰাকৃতযুগৰ শেষস্তৰত লিখা হৈছিল, কিন্তু সংস্কৃত নাটকত প্ৰাকৃতৰ প্ৰয়োগৰ ঐতিহ্য অতি প্ৰাচীন—খৃষ্টাব্দ প্ৰথম শতাব্দীতে ইয়াৰ সূচনা হয়। প্ৰকৃততে কবলৈ গ'লে সংস্কৃত নাটকত ব্যৱহৃত প্ৰাকৃত অংশৰ জৰিয়তেই প্ৰাকৃত ভাষাই সৰ্বপ্ৰথম শিষ্ট সাহিত্যত প্ৰবেশ কৰে আৰু সাহিত্যিক ভাষাৰূপে মৰ্যাদা লাভ কৰে।

এতিয়ালৈকে প্ৰাপ্ত তথ্যমতে খৃষ্টাব্দ প্ৰথম শতাব্দীৰ বুলি অনুমান কৰা অশ্বঘোষেই প্ৰথম সংস্কৃত নাট্যকাৰ আৰু মধ্য-এছিয়াৰ তুৰফান অঞ্চলৰ পৰা উদ্ধাৰ কৰা তেওঁৰ 'সাৰিপুত্ৰপ্ৰকৰণ' নামৰ নাটকতে প্ৰাকৃতৰ প্ৰথম প্ৰয়োগ ঘটা দেখা যায়। তেওঁ ব্যৱহাৰ কৰা প্ৰাকৃতাংশ সাহিত্যিক-প্ৰাকৃতৰ তুলনাত অনেক প্ৰাচীন আৰু অশোক-প্ৰাকৃতৰ লগত যথেষ্ট মিল থকা। অশোক-প্ৰাকৃতৰ পশ্চিমা, প্ৰাচ্য-মধ্য আৰু প্ৰাচ্য প্ৰাকৃতৰ লগত সম্বন্ধযুক্ত প্ৰাচীন শৌৰসেনী, প্ৰাচীন-অৰ্ধ-মাগধী আৰু প্ৰাচীন মাগধী এই তিনিওটা ৰূপৰ সুস্পষ্ট প্ৰয়োগ তেওঁৰ নাটকত লক্ষ্য কৰা যায়। অশোক-প্ৰাকৃতৰ পিছতে কথ্য-প্ৰাকৃতৰ ধাৰা অনুধাৱন কৰিবৰ কাৰণে অশ্বঘোষৰ নাটকৰ প্ৰাকৃতাংশ ভাষাতাত্ত্বিক দৃষ্টিকোণৰ পৰা অতি মূল্যবান।

অশ্বঘোষৰ পৰৱৰ্তী ভাসৰ নাটকাৱলীতো প্ৰাকৃত প্ৰয়োগৰ বৈচিত্ৰ আছে, কোনো কোনো নাটকত মাগধী বা অৰ্ধ-মাগধীৰ ৰূপ লক্ষ্য কৰা গ'লেও ভাসৰ দ্বাৰা ব্যৱহৃত প্ৰাকৃত মূলতঃ শৌৰসেনী।

এই দুগৰাকী প্ৰাচীন সংস্কৃত নাট্যকাৰৰ পিছৰ প্ৰায় সকলো নাট্যকাৰে তেওঁলোকৰ নাটকত চৰিত্ৰানুযায়ী বিভিন্ন প্ৰাকৃত প্ৰয়োগ কৰিছিল আৰু সাধাৰণ চৰিত্ৰসমূহৰ মুখত প্ৰাকৃত প্ৰয়োগ কৰা এক প্ৰকাৰ ৰীতিধৰ্মী হৈ পৰিছিল। কালিদাস, ভৱভূতি, শূদ্ৰক, বিশাখদত্ত

প্ৰভৃতি প্ৰসিদ্ধ সকলোৱে নাটকত প্ৰাকৃতৰ প্ৰয়োগ ঘটিছে। কালিদাস আৰু শূদ্ৰকৰ নাটকত প্ৰাকৃত প্ৰয়োগৰ যথেষ্ট অভিনৱত্ব আছে। কালিদাসে মাগধী, শৌৰসেনী আৰু মহাৰাষ্ট্ৰী এই তিনি প্ৰধান সাহিত্যিক প্ৰাকৃতকে প্ৰয়োগ কৰিছিল যদিও শূদ্ৰকে কিন্তু তেওঁৰ 'মৃচ্ছকটিক' নামৰ নাটকত গতানুগতিকতাৰ পৰা আতৰি আহি প্ৰাকৃতৰ উপভাষা-বিভাষাকো প্ৰয়োগ কৰি বৈচিত্ৰ্যৰ সৃষ্টি কৰিছে। তেওঁ শাকাৰী, চাণ্ডালী ঢক্কী আদি মাগধীৰ উপভাষা আৰু বিভাষাকো প্ৰয়োগ কৰিছে আৰু শৌৰসেনীকো উপযুক্তভাৱে ব্যৱহাৰ কৰিছে। প্ৰাকৃত প্ৰয়োগৰ বৈচিত্ৰৰ কাৰণেই নহয়, প্ৰাকৃতৰ উপভাষা আদি অধ্যয়নৰ কাৰণেও শূদ্ৰকৰ মৃচ্ছকটিক বিশেষ মূল্যবান।

সংস্কৃত নাটকত বিভিন্ন প্ৰাকৃত ব্যৱহাৰ হোৱা লক্ষ্য কৰি এটা সুনিৰ্দিষ্ট সূত্ৰ নিৰ্ধাৰণ কৰা জটিল কাম। সেয়েহে সংস্কৃত আলংকাৰিক সকলৰ মাজতো কোন চৰিত্ৰৰ মুখত কি প্ৰাকৃত দিব লাগে তাৰ নিৰ্দেশনাত বিভিন্ন ধৰণৰ মত পোষণ কৰা দেখা যায়। ৰুদ্ৰট, ধনঞ্জয়, বিশ্বনাথ কবিৰাজ, ভৰদ্বাজ, কৃষ্ণকান্ত আদি আলংকাৰিক সকলে এই ক্ষেত্ৰত বিভিন্ন বিধান দিছে। তথাপিতো সিদ্ধান্ত কৰিব পাৰি যে বিভিন্ন সাহিত্যিক প্ৰাকৃতৰ ভিতৰত ঘাইকৈ মহাৰাষ্ট্ৰী, শৌৰসেনী আৰু মাগধী প্ৰাকৃতে সংস্কৃত নাটকত প্ৰধান স্থান পাইছিল। সচৰাচৰ ৰজা, ব্ৰাহ্মণ আদি উচ্চশ্ৰেণী চৰিত্ৰৰ মুখত সংস্কৃত; শিক্ষিতা বা সম্ভ্ৰান্তা নাৰীৰ মুখত আৰু বিদূষকৰ মুখত শৌৰসেনী আৰু নিম্নশ্ৰেণীৰ চৰিত্ৰৰ মুখত মাগধীৰ প্ৰয়োগ কৰা হৈছিল। মহাৰাষ্ট্ৰী প্ৰাকৃতে ঘাইকৈ নাটকৰ গীতত স্থান পাইছিল।

সংস্কৃত নাটকত সংস্কৃতৰ লগতে প্ৰাকৃত ব্যৱহাৰ হোৱাত এফালে যিদৰে চৰিত্ৰৰ যথাযথ ৰূপায়ণ সম্ভৱ হৈছিল, আনফালে তেনেদৰে সকলো শ্ৰেণী দৰ্শকৰ মাজত নাটকসমূহ জনপ্ৰিয় হৈ উঠাতো প্ৰভূত সহায় কৰিছিল। অধিকন্তু, ভাষাগত বৈপৰীত্যৰ প্ৰতিফলনত সামাজিক শ্ৰেণীগত দ্বন্দ্বৰ প্ৰতিচ্ছবিও ফুটি উঠিছে।

তলত মহাকবি কালিদাসৰ 'অভিজ্ঞান-শকুন্তলম্' নাটকৰ ষষ্ঠ অংকৰ ৰক্ষীদ্বয়, নাগৰক আৰু ধীবৰৰ কথোপকথন অংশৰ অসমীয়া অনুবাদ দিয়া হ'ল। ৰক্ষীদ্বয় আৰু ধীবৰৰ ভাষা মাগধী প্ৰাকৃত আৰু নাগৰক বা নগৰপালকৰ ভাষা শৌৰসেনী। এই অংশই সংস্কৃত নাটকত প্ৰাকৃতৰ প্ৰয়োগ সম্বন্ধে সুন্দৰ আভাষ দাঙি ধৰিব পাৰে; সামাজিক স্থানৰ পৰা নিম্ন বুলিয়েই ৰক্ষীদ্বয় আৰু ধীবৰৰ মুখত মাগধী প্ৰাকৃত দিয়া হৈছে; আনহাতে কিছু উন্নত স্থানীয় বুলিয়েই নগৰপালৰ মুখত শৌৰসেনী প্ৰাকৃত দিয়া হৈছে।

## ॥ অভিজ্ঞান শকুন্তলম্—৬ষ্ঠ অংক ॥

[ ততঃ প্ৰবিশতি নাগৰকঃ পশ্চাদ্বাহুবন্ধন পুৰুষম আদায় ৰক্ষিণৌ চ ]

ৰক্ষিণৌ : ( পুৰুষং তাড়ায়িত্বা ) হংগে কুম্ভীলআ, কধেহি কহিং তুএ এশে মহালদনভাশুলে উক্কিন্নামকৃধলে লাঅকীএ অঙ্গুলীঅএ শমাশাদিদে।

ধীবৰকঃ : ( ভীতিনাটিতকেন ) পশীদন্তু ভাবমিশ্শা, ন হগে ঈদিশ্শশ অকয্যশ্শ কালকে।

প্ৰথমঃ : কিং মু কৃখু শোহনে বম্হনে শি ত্তি কন্তুঅ লঞ্ঞা পলিগ্গহে দিন্নে।

ধীবৰকঃ : শুনধ দাব হগে কৃখু শক্কাবদালবাশী ধীবলে।

দ্বিতীয়ঃ : হংগু পাডচ্চলা, কিং তুমং অস্মেহিং যাদিং বশদিং চ পুশ্চিদে।

নাগৰকঃ : সুঅঅ, কধেদু সব্বং কমেন। মা নং পডিবন্ধেধ।

উভৌ : যং লাউত্তে আনবেদি। লবেহি লে লবেহি।

অনুবাদ : [ তাৰ পিছত নগৰপালক আৰু পিছলৈ হাত বান্ধি এজন মানুহক লৈ দুজন নগৰৰক্ষীৰ প্ৰবেশ। ]

**ৰক্ষীদ্বয় ঃ** ( মানুহজনক কোবাই ) হেৰ' চোৰ, ক'ত তই এই মহাৰত্ন-উজ্জ্বল ৰাজকীয় নাম লেখা আঙঠিটো পালি ক ?

**ধীবৰ ঃ** ( ভয়ৰ ভাব প্ৰদৰ্শন কৰি ) মহাশয়সকল প্ৰসন্ন হওক ; মই এনে অকাৰ্য কৰা নাই।

**প্ৰথম ৰক্ষী ঃ** তেন্তে কি তোক এজন সৎ ব্ৰাহ্মণ বুলি ভাবি ৰজাই তোক এইটো দান দিছিল ?

**ধীবৰ ঃ** শুনক তেন্তে আপোনালোকে, মই শক্ৰাৱতাৰবাসী ধীবৰ।

**দ্বিতীয় ৰক্ষী ঃ** হেৰ গভাইত চোৰ, আমি কি তোৰ জাতি আৰু নিবাস সম্বন্ধে সুধিছোঁ নেকি ?

**নগৰপালক ঃ** সূচক, তাক একাদিক্ৰমে সকলো কবলৈ দিয়া। বাধা নিদিবা।

**দুয়োজনে ঃ** মহাশয়ৰ যেনে আদেশ। হেৰ ক, কৈ যা।

**মূল পাঠ ঃ**

**ধীবৰকঃ ঃ** শে হগে যালবড়িশপ্পহুদীহিং মশ্চবন্ধনোবাএহিং কুডুম্বভলনং কলেমি।

**নাগৰকঃ ঃ** ( প্ৰহস্য ) বিসুদ্ধো দানিং দে আজীৱো।

**ধীবৰকঃ ঃ** ভট্টকে মা এবং ভণ—

শহযে কিল যে বিনিন্দিদে ন হু শে কম্ম বিবয্যনীঅকে।
পশুমালী কলেদি দালুনং অনুকম্পামিদুলে বে শোনিকে॥

**নাগৰকঃ ঃ** তদো তদো।

**ধীবৰকঃ ঃ** অধ একদিঅশং মএ লোহিদমশ্চকে খণ্ডশো কপ্পিদে। যাব তশ্শ উদলব্ভন্তলে এদং মহালদনভাশুলং অঙ্গুলীঅঅং পেক্খামি। পশ্চা ইধ বিক্কঅত্থং নং দংশঅন্তে যেব্বৰ গহিদে ভাবমিশ্শেহিং। এত্তিকে দাব এদশ্শ আঅমে। অধুনা মালেধ বা কুট্টেধ বা।

**নাগৰকঃ ঃ** ( অঙ্গুৰীয়কম্ আঘ্ৰায় ) জানুঅ, মচ্ছোদৰ-সংঠিদং ত্তি নত্থি সংদেহো। তধা অঅং বিস্সগন্ধো। আগমো দানিং এদস্স বিমৰিসিদব্বো। তা এধ। ৰাঅউলং জেব গচ্ছমূহ।

ৰক্ষিণৌ : ( ধীবৰং প্ৰতি ) গশ্চ লে গণ্ঠিশ্চেদআ গশ্চ। ( ইতি পৰিক্ৰামস্তি )

অনুবাদ :

ধীবৰ : মই জাল, বৰশী আদি মাছ ধৰা সঁজুলিৰে মোৰ আত্মীয়সকলক ভৰণপোষণ কৰোঁ।

নগৰপাল : ( হাঁহি ) তোমাৰ জীৱিকা দেখোন বেচ বিশুদ্ধ।

ধীবৰ : এনেদৰে নকব মহাশয়—

জন্মজ বৃত্তি নিন্দনীয় হ'লেও পৰিত্যাগ কৰা উচিত নহয়; অনুকম্পাৰে হৃদয় ভৰি পৰিলেও কষ্টায়ে পশুহত্যাৰ দৰে নিষ্ঠুৰ কাম কৰিব লগা হয়।

নগৰপাল : তাৰ পিছত তাৰ পিছত

ধীবৰ : তাৰ পিছত এদিন মই এটা ৰৌ মাছ টুকুৰা টুকুৰকৈ কাটিছিলো। সেইসময়তে তাৰ পেটৰ ভিতৰত এই মহাৰত্নোজ্জ্বল আঙঠিটো দেখিবলৈ পাইছিলোঁ। পিছত, এইটোকে বিক্ৰিৰ বাবে দেখুৱাৰ সময়তে মহাশয়সকলে ধৰিলে। এইয়াই এইটো পোৱাৰ কাহিনী। এতিয়া আপোনালোকে মাৰকেই বা কাটক।

নগৰপাল : (আঙঠিটো শুঙি) জানুক, এইটো যে মাছৰ পেটৰ ভিতৰত আছিল তাত সন্দেহ নাই, কাৰণ তেনে এক আমিষ গন্ধ পোৱা গৈছে। গতিকে প্ৰাপ্তিবৃত্তান্ত এতিয়া চিন্তাৰ বিষয়। আহা, ৰাজপ্ৰাসাদলৈ যাওঁহক।

ৰক্ষীদ্বয় : ( ধীবৰৰ প্ৰতি ) বল হেৰ' গাঁঠিকটিয়া বল।

( কিছুদূৰ আগুৱাই যায় )

মূল পাঠ :

নাগৰকঃ : শূঅঅ, ইধ গোউৰহুআৰে অপ্পমত্তা পডিবালেধ ম· জাৱ বাঅউলং পবিসিঅ নিক্কমামি।

উভৌ : পবিশহু লাউত্তে শামিপ্পশাদত্ত·।

নাগৰকঃ : তথা ( ইতি নিক্ৰান্তঃ )

সূচকঃ : যানুঅ, চিলাঅদি লাউত্তে।

জানুকঃ : নং অবশলোবশপ্পনীআ খু লাঅনো হোন্তি।

সূচকঃ : যানুত্ত, স্ফুলন্তি মে অগ্গহন্তা (ধীবৰং নিৰ্দ্দিশ্য) ইমং গন্ঠিশ্চেদ অং বাবাদেতুং।

ধীবৰঃ : নালিহদিভাবে অকালনমালকে ভবিত্তুং।

জানুকঃ : (বিলোক্য) এশে অস্মানং ঈশলে পত্তে গেণ্হিঅ লাঅশাশনং। (ধীবৰং প্ৰতি) তা শউলানং মুহ পেস্কদি অথবা গিদ্ধশিআলানং বলী ভবিশ্শশি।

নাগৰকঃ : (প্ৰবিশ্য) শিগঘং শিগঘং এদং (ইতি অৰ্দ্ধোক্তে)

ধীবৰঃ : হা হদে স্মি (ইতি বিষাদং নাটয়তি)

নাগৰকঃ : মুঞ্চেধ ৰে মুঞ্চেধ জালোবজীবিনং। উববন্নো নে কিল অঙ্গুলীঅঅস্স আঅমো। অম্হ সামিনা জেব মে কধিদং।

সূচকঃ : যধা আনবেদি লাউত্তে। যমবশদিং গত্তুঅ পড়িনিউত্তে ক্খু এশে। (ইতি ধীবৰং বন্ধনান্মোচয়তি)

ধীবৰঃ : (নাগৰকং প্ৰণম্য) ভস্টকে তব কেলকে মম যীবিদে। (ইতি পাদয়োঃ পতন্তি)

নাগবিকঃ : উট্ঠেহি উট্ঠেহি। এসো ভট্টিনা অঙ্গুলীঅঅমুল্লসম্মিদো পাবিদোসিও দে পসাদীকিদো। তা গেণ্হ এদং (ইতি ধীবৰায় কটকং প্ৰযচ্ছতি।)

ধীবৰঃ : (সহৰ্ষং প্ৰতিগৃহ্য) অনুগ্গহিদে স্মি।

অনুবাদ :

নগৰপাল : সূচক, যেতিয়ালৈকে মই ৰাজপ্ৰাসাদৰ পৰা ঘূৰি নাহোঁ তেতিয়ালৈকে এই নগৰদ্বাৰত সতৰ্কতাৰে বৈ থাকাইক।

দুয়োজনে : ৰাজ অনুগ্ৰহৰ বাবে আপুনি ৰাজপুৰীত প্ৰবেশ কৰক।

নগৰপাল : বাৰু। (প্ৰস্থান)

সূচকঃ : জানুক, প্ৰভুৱে দেখোন দেৰি কৰিছে।

জানুক : অবসৰ চাইহে ৰজাক লগ কৰিব পৰা যায়।

সূচক : জানুক, এই গাঁঠিকটিয়াক ( ধীবৰক নিৰ্দিষ্ট কৰি ) বধিবৰ বাবে মোৰ আঙুলিবিলাক পিৰপিৰাই উঠিছে।

ধীবৰ : অকাৰণতে মোক বধ কৰাতো উচিত নহব।

জানুক : ( দূৰলৈ চাই ) সেয়া আমাৰ প্ৰভুৱে ৰজাৰ আদেশ লৈ আহিছে। ( ধীবৰৰ প্ৰতি ) এতিয়া তই কুকুৰৰ মুখ দেখিবি নতুবা শিয়াল-শগুণৰ ভক্ষ্য হ'বি।

নগৰপাল : ( প্ৰবেশ কৰি ) শীঘ্ৰে শীঘ্ৰে ইয়াক—(আধা কোৱা হয়)

ধীবৰ : হায়, মই মৰিলো ( বিষাদ কৰে )

নগৰপাল : এই জালোৱাটোক মুকলি কৰি দিয়া, মুকলি কৰি দিয়া। আঙঠিটো পোৱাৰ কথা প্ৰমাণিত হৈছে। ৰজাই মোক এনেদৰে কৈছে।

সূচক : প্ৰভুৰ যি আদেশ। ই যমপুৰীলৈ গৈও পুনৰ ঘূৰি আহিল। ( ধীবৰৰ বন্ধন মুকলি কৰি দিয়ে। )

ধীবৰ : ( নগৰপালক প্ৰণাম কৰি ) মহোদয়, আপোনাৰ কাৰণেই মোৰ জীৱন ৰক্ষা পৰিল ( এই বুলি ভৰিত পৰে )।

নগৰপাল : উঠা উঠা ; ৰজাই তোমাৰ প্ৰতি সন্তুষ্ট হৈ আঙঠিটোৰ সমমূল্যৰ পুৰস্কাৰ এটা দিছে। এয়া লোৱা ( ধীবৰক পুৰস্কাৰ দিয়ে। )

ধীবৰ : (আনন্দেৰে গ্ৰহণ কৰি) মই অনুগৃহীত হলো।

মূল পাঠ :

জানুকঃ : এশে কৃখু লঞ্ঞা তথা নাম অনুগ্গহিদে শং শূলাদো ওদালিঅ হত্তিক্খন্ধং শমালোবিদে।

সূচকঃ : লাউত্তে, পালিদোশিএ কধেদি মহালিহন্দনেন তেন অজ্জীঅএন শামিনো বহুমদেন হোদব্বং ত্তি।

নাগৰকঃ : নং তস্সিং ভট্টিনো মহাৰিহৰদনং ত্তি ন পৰিলোদো। এত্তিঅং উন।

উভৌ : কিং নাম—

নাগৰকঃ ঃ ভকেমি অস্স দংসনেন কো বি হিঅঅট্ঠিদো জনো ভট্টিনো সুমৰীদো ত্তি। জদো তং পেলখিঅ মুহুত্তঅং পইদিগম্ভীৰোবি পজ্জস্সুঅমনো আসি।

সুচকঃ ঃ তোশিদে দানিং ভস্টা লাউত্তেন।

জানুকঃ ঃ নং ভণামি ইমশ্শ মশ্চলীশত্তুনো কিদো ত্তি।
( ইতি ধীবৰম্ অসূয়য়া পশ্যতি। )

ধীবৰঃ ঃ ভস্টকা ইদো অদ্ধং তুম্মানং পি শূলামূল্ল ভোদু।

জানুকঃ ঃ ধীবল, মহত্তলে শংপদং মে পিঅবঅশ্শকে সংবুত্তে শি। কাদম্বলী-শক্খিকে কৃখু পঢ়মং অস্মানং শোহিদে ইশ্চীঅদি। তা শুণ্ডিকাগালং যেব গশ্চম্ম। ( ইতি নিষ্ক্রান্তাঃ সর্বে )।

অনুবাদ ঃ

জানুক ঃ ৰজাই ইয়াক ইমান অনুগৃহীত কৰিলে যে শূলৰ পৰা নমাই হাতীৰ পিঠিত বহুৱাই দিয়া হ'ল।

সুচক ঃ প্ৰভু, পুৰস্কাৰে যেন কয় মহাৰত্নখচিত সেই আঙঠিটো ৰজাৰ অত্যন্ত মনঃপুত হৈছে।

নগৰপাল ঃ বহুমূলীয়া ৰত্নখচিত বুলিয়েই যে ৰজাৰ এই পুৰস্কাৰ— সেইটো নহয়; আন কিবাও আছে—

দুয়োজনে ঃ কিনো সেয়া ?

নগৰপাল ঃ মোৰ ভাব হ'ল সেইটো দেখি তেওঁৰ কোনো হৃদয়স্থিত জনৰ কথা সোঁৱৰণলৈ আহিল। কাৰণ সেইটো দেখি স্বভাবগম্ভীৰ ৰজা ক্ষন্তেকৰ কাৰণে উদ্বিগ্নমনা হৈ পৰিছিল।

সুচক ঃ প্ৰভু, তেন্তে আপুনি ৰজাক বিশেষভাৱে সন্তুষ্ট কৰিছে।

জানুক ঃ মই কওঁ মাছৰ শত্ৰু ইয়াৰ কাৰণেই সন্তুষ্ট হৈছে। ( এই বুলি ধীবৰৰ প্ৰতি ঈৰ্ষাৰে দৃষ্টিপাত কৰে। )

ধীবৰ ঃ মহোদয়সকল, ইয়াৰ আধা ( পুৰস্কাৰৰ ) আপোনালোকৰ মদৰ মূল্য হওক।

জানুক ঃ ধীবৰ, তুমি মহৎ, এতিয়াৰ পৰা তুমি আমাৰ প্ৰিয় বন্ধু হ'লা। আমাৰ ইচ্ছা আমাৰ প্ৰথম বন্ধুত্ব মদক সাক্ষী কৰিয়েই স্থাপিত হওক। গতিকে বলা, আমি মদ-বিক্ৰেতাৰ ঘৰলৈ যাওঁহক।

# ॥ প্ৰাকৃত নাটকৰ নিদৰ্শন ॥

সংস্কৃত নাটকত প্ৰাকৃত ব্যৱহাৰৰ ঐতিহ্য অতি প্ৰাচীন যদিও সম্পূৰ্ণৰূপে প্ৰাকৃতত ৰচনা কৰা নাটকৰ ভিতৰত প্ৰথম হ'ল কবিৰাজ ৰাজশেখৰৰ 'কৰ্পূৰ-মঞ্জৰী' নামৰ নাটক (সট্টক) খন্‌হে আৰু এই হিচাপে 'কৰ্পূৰ-মঞ্জৰী'ৰ ভাৰতীয় নাট্য-সাহিত্যৰ ইতিহাসত এক বিশেষ মূল্য আছে। নাটকখনিৰ বিষয়বস্তুৰ কোনো অভিনবত্ব বা নতুনত্ব নাই। বিষয়বস্তু আৰু ঘটনাবিন্যাস হুবহু সংস্কৃত নাটিকাৰ অনুৰূপ। চাৰি অংক বা জৱনিকান্তৰমত বিভক্ত এই নাটকত ৰজা চণ্ডপালৰ লগত ৰাজকুমাৰী কৰ্পূৰ-মঞ্জৰীৰ প্ৰণয় আৰু মিলনৰ চিত্ৰ অঁকা হৈছে। কিন্তু সংস্কৃত নাটিকাৰ অনুবৃত্তিৰে প্ৰাকৃতত ৰচনা কৰি 'সট্টক' বুলি অভিহিত কৰি ভাৰতীয় নাট্য সাহিত্যত এটা নতুন ধাৰা প্ৰবৰ্তন কৰাৰ কাৰণে ৰাজশেখৰ চিৰস্মৰণীয় হৈ ৰব। তেওঁ প্ৰবৰ্তন কৰা ধাৰা অনুসৰণ কৰি অষ্টাদশ শতাব্দী পৰ্যন্ত কেইবাখনো সট্টক ৰচনা কৰা হৈছিল।

'সৰ্বভাষা চতুৰ' বুলি নিজকে দাবী কৰিব পৰা এই গৰাকী নাট্যকাৰ এগৰাকী প্ৰসিদ্ধ কবি, আলংকাৰিক আৰু প্ৰাবন্ধিকো আছিল। কৰ্পূৰমঞ্জৰীৰ উপৰিও 'বিদ্ধ-শাল-ভঞ্জিকা', 'বালৰামায়ণ', 'বালভাৰত' আদি নাটক ৰচনা কৰিছিল। কবিৰ 'কাব্য-মীমাংসা' এক সুপ্ৰসিদ্ধ অলংকাৰ বিষয়ক গ্ৰন্থ। কবি হিচাপে প্ৰসিদ্ধি লাভ কৰা সত্ত্বেও তেওঁৰ কাব্য-সম্পদ আৰু অন্যান্য বহু ৰচনা আজিও অনাবিষ্কৃত।

মধ্যদেশৰ গুৰ্জৰ প্ৰতিহাৰৰ ৰজা মহেন্দ্ৰপালৰ গুৰু আৰু মহামন্ত্ৰী বুলি নিজকে কোৱাৰ পৰা তেওঁৰ সময় নৱম শতাব্দীৰ শেষৰ পৰা দশম শতাব্দীৰ আগভাগৰ বুলি কব পৰা যায়।

'কর্পূৰ-মঞ্জৰী' নাটক (সট্টক) খনত সংস্কৃত পৰিহাৰ কৰি প্ৰাকৃতত ৰচনা কৰা হৈছে বুলি কোৱা হৈছে যদিও কোন প্ৰাকৃতত ৰচনা কৰা তাক স্পষ্টকৈ কোৱা নাই। কিন্তু তেওঁৰ পৰিব্যাপ্তিৰ কাল নব্য ভাৰতীয় আৰ্য ভাষাৰ উদ্ভৱৰ সময় হোৱা হেতু আৰু সেইসময়ত কোনো এটা বিশেষ প্ৰাকৃত প্ৰচলন নথকাৰ কাৰণে, ইতিমধ্যে মধ্যদেশীয় সংস্কৃত অনুগত সাহিত্যত ব্যৱহৃত শৌৰসেনী প্ৰাকৃতকে মূলতে আধাৰ হিচাপে লৈ মহাৰাষ্ট্ৰী প্ৰাকৃতৰো উপাদান সংমিশ্ৰণ কৰি এক কৃত্ৰিম নিজা প্ৰাকৃত সৃষ্টি কৰি তাকে 'কর্পূৰ-মঞ্জৰী'ত প্ৰয়োগ কৰিছে; অৱশ্যে ইয়াৰ লগতে তেওঁৰ সময়ত প্ৰচলিত কথ্য-ৰূপৰ শব্দ-সম্ভাৰকে ধৰি প্ৰবচন আদি অনেক উপাদান সোমাই পৰিছিল।

তলত 'কর্পূৰ-মঞ্জৰী' 'প্ৰথম জৱনিকা'ৰ অসমীয়া অনুবাদ দিয়া হ'ল।

## কর্পূৰ-মঞ্জৰী

### প্ৰথমং জৱনিকান্তৰম্

ভদ্দং হোউ সৰস্সঈঅ কইনো নন্দন্তু বাসাইনো
অন্নানং পি.পৰং পঅট্টউ বৰা বাণী ছইল্লপ্পিআ।
বচ্ছোমী তহ মাঅহী ফুৰউ নো সা কিং চ পঞ্চালিআ
ৰীঈও বিলিহন্তু কব্বকুসলা জোন্‌হং চওৰা বিঅ॥ ১॥

অনুবাদ: সৰস্বতীৰ দ্বাৰা মংগল হওক, ব্যাস আদি কবিসকল আনন্দিত হওক; ৰসিকসকলৰ প্ৰিয় অন্যান্য কবিসকলৰ উত্তম ৰচনা সমূহ প্ৰবৰ্তিত হওক। বৈদৰ্ভী, মাগধী আৰু পাঞ্চালী ৰীতি[৪০]

---

৪০. বৈদৰ্ভী বা বিদৰ্ভ দেশৰ, মগধ বা পূৰ্বাঞ্চলৰ আৰু পাঞ্চাল দেশৰ কবিসকলৰ ৰচনা-শৈলী বা Poetic diction বা Style. ৰাজশেখৰে বৈদৰ্ভী, মাগধী আৰু পাঞ্চালী এই তিনি ৰীতিৰ বা শৈলীৰ সংমিশ্ৰণেৰে 'কর্পূৰ-মঞ্জৰী' সট্টকখনি ৰচনা কৰিছে।

প্ৰতিভাত হওক আৰু চকোৰা চৰায়ে যিদৰে জোনাকৰ সুধা পান কৰে, তেনেদৰে কাব্যকুশল ব্যক্তিসকলেও এই ৰীতিসমূহৰ ৰসাস্বাদন কৰক।

অৱি অ।

অকলিঅপৰিৰম্ভ বিব্ভমাইং অজনিঅচুম্বনডম্বৰাঁই দূৰং।
অঘডিঅথনতাডণাঁই নিচ্চং নমহ অণঙ্গৰঈন মোহনাইং॥ ২॥

অনুবাদ: আৰু—

আলিংগনৰ উত্তেজনা, চুম্বনৰ আড়ম্বৰ, স্তনৰ পীড়ন প্ৰকাশ নোপোৱা অনংগ-ৰতিৰ মিলনক প্ৰণাম জনাওঁ।

নান্দ্যান্তে

স্থাপক: সসিহুগুমগুনানং সম্মোহনাসান সুৰঅনপিআনং।
গিৰিসগিৰিন্ধ সুআনং সংঘাভী বো সুহং দেউ॥ ৩॥

অৱি অ

ঈসাৰোসপ্পসা অপ্পনইসু বভসো সগ্গগজাজালেহিং
আমূল পৰিআএ তুহিনকৰকলাৰূপ্পসিপ্পীঅ ৰন্দো।
জোনৃহামুত্তাহলিল্লং নঅমউলিনিহিত্তগ্গহথেহিঁ দোহিং
অগ্ঘং সিগ্ঘং ৱ দেন্তো জঅই গিৰিসুআপাঅপঙ্কে-
ৰুহানং॥ ৪॥

অনুবাদ: নান্দীৰ পিছত

স্থাপক: চন্দ্ৰকলাৰে বিভূষিত, প্ৰণয়ৰ অভিলাষী, দেৱতাসকলৰ প্ৰিয় শিৱ আৰু পাৰ্বতীৰ মিলন আপোনালোকৰ সুখদায়ক হওক।

আৰু

ঈৰ্ষাকোপ (পাৰ্বতীৰ) প্ৰশমন কৰিবলৈ[৪১] যি নতমস্তকেৰে দুই

৪১. শিৱৰ জটাত গংগা থকাৰ কাৰণে পাৰ্বতীয়ে সতিনী বুলি ধৰি লৈ ঈৰ্ষাবশতঃ যি অভিমান বা খং কৰিছিল তাক প্ৰশমন কৰিবৰ কাৰণে শিৱই পাৰ্বতীৰ ওচৰত নত হৈছিল।

হাতত স্বৰ্গগংগাৰ পানীৰে চন্দ্ৰকলাৰ নিচিনা কপালী শংখত[৪২] জোনাকসদৃশ মুক্তাফলৰ[৪৩] অৰ্ঘ্য গিৰিসুতাৰ[৪৪] চৰণপদ্মত নিবেদন কৰে—সেই ৰুদ্ৰৰ জয় হওক।

( পৰিক্ৰম্য নেপথ্যাভিমুখমবলোক্য। )

কিং উন নট্টপ্পউত্তো বিঅ দীসদি অম্হানং কুসীলৱানং পৰিজনো। জাদো এক্কা পত্তোইদাইং সিঅআইং উচ্চিনেদি। ইদৰা কুসুমাবলীও গুম্ফেদি। অন্না পডিসীসআইং পডিসাৰেদি। কা বি হু বন্নিআও পট্টএ বট্টেদি। এসো বংসো ঠাবিদো ঠানে। ইঅং বীণা পডিসাৰী-অদি। ইমে তিন্নি বি মিঅঙ্গা সজ্জীঅন্তি। এস কংসতালানং পক্খাউজ্জানং হলবোলো সুনীঅদি। এদং ধুবাগীদ আলবীঅদি। তা কিং পি কুড়ম্বং হক্কাৰিঅ পুচ্ছিস্সং ( নেপথ্যাভিমুখমবলোক্য সংজ্ঞাপয়তি। )

**অনুবাদ ঃ** ( কেইখোজমান দি নেপথ্যৰ পিনে চাই )

এয়া দেখোন আমাৰ কুশীলৱসকল নাট-অভিনয়ত প্ৰবৃত্ত হ'ব খোজা যেন লাগিছে। এগৰাকীয়ে দেখিছোঁ ভাওৰ উপযোগী পোছাক বাচি লৈছে ; এগৰাকীয়ে ফুলৰ মালা গাঁথিছে, আন এগৰাকীয়ে মুখাবোৰ ঠিকঠাক কৰিছে, এগৰাকীয়ে পটাত ৰং বটিছে। এইফালে বাঁহীত সুৰ দিয়া হৈছে, বীণাতো সুৰ বান্ধিবলৈ বিচৰা হৈছে, তিনিটা মৃদংগও সজায় ৰখা হৈছে। কাঁহ-তালৰ শব্দৰ লগে লগে পাখোৱাজৰ শব্দও শুনা গৈছে, ধ্ৰুব-গীতৰ আলাপো এইফালে আৰম্ভ হৈছে। কিনো হৈছে কোনোবা এজনক মাতি সোধা হওক।

( নেপথ্যৰ পিনে চাই কাৰোবাক মাতিলে। )

**মূল পাঠ ঃ** ( প্ৰৱিশ্য )

**পাৰিপাৰ্শ্বিকঃ ঃ** আনবেছ ভাৱো।

৪২. শিৱৰ মূৰৰ চন্দ্ৰকলাক বগা শংখৰ লগত তুলনা কৰা হৈছে।
৪৩. মুক্তাফলৰ দৰে জোনাক অৰ্থাৎ জোনৰ কিৰণ মুক্তাফলৰ দৰে।
৪৪. গিৰিকন্যা অৰ্থাৎ হিমালয়-দুহিতা পাৰ্বতী।

স্থাপকঃ ঃ কিং উন নট্টপউত্তা বি অ দীসধ !

পাৰিপাৰ্শ্বিকঃ ঃ অধ ইং । সট্টঅং নচ্চিদব্বং ।

স্থাপকঃ ঃ কো উন তস্‌স কঈ ।

পাৰিপাৰ্শ্বিকঃ ঃ ভাৱ কহিজ্জউ এঅং কো ভন্নই ৰঅনিবল্লহসিহণ্ডো।
ৰহুউলচূড়ামণিনো মহিন্দবালস্‌স কো অগুৰু ॥ ৫ ॥

স্থাপকঃ ঃ ( বিচিন্ত্য ) অএ পণ হোত্তৰং খু এদং ( প্ৰকাশম )
ৰাঅসেহৰে ।

পাৰিপাৰ্শ্বিকঃ ঃ সো এদস্‌দ কঈ ।

স্থাপকঃ ঃ কি সট্টঅং ।

পাৰিপাৰ্শ্বিকঃ ঃ ( স্মৃত্বা ) কধিদং জেব্ব ছইল্লেহিং ।
সো সট্টও ত্তি ভন্নই দূৰং জো নাড়িআই অনুহৰই ।
কিং উন পবেসঅবিক্খংভকাইং ন কেৱলং দীসন্তি ॥ ৬ ॥

স্থাপকঃ ঃ তা কিং ত্তি সক্কদং পৰিহৰিঅ পাউদবন্ধে পাউত্তো কঈ ।

পাৰিপাৰ্শ্বিকঃ ঃ সব্বভাসাচউৰেণ তেন ভনিদং জেব্ব । জধা ।
অথবিসেসা তে চিঅ সদ্দা তে চেঅ পৰিণমন্তা বি ।
উত্তিবিসেসো কব্বো ভাসা জা হোই সা হোউ ॥ ৭ ॥
অবি অ—
পৰুসা সক্কঅবন্ধা পাউঅবন্ধা বি হোই সুউমাৰো ।
পুৰিসমহিলানং জেত্তিঅমিহন্তৰং তেত্তিঅমিমানং ॥ ৮ ॥

**অনুবাদ ঃ**

পৰিপাৰ্শ্বিক[৪৫] ঃ আদেশ কৰক, ডাঙৰীয়া।

স্থাপক ঃ তোমালোকে কিবা নাট্‌-অভিনয় কৰিব খুজিছাহঁক যেন লাগিছে।

পাৰিপাৰ্শ্বিক ঃ হয়, সট্টক এখন অভিনয় কৰা হ'ব ।

স্থাপক ঃ তাৰনো ৰচক কোন্ ?

৪৫. পাৰিপাৰ্শ্বিক অভিনয়ত অংশ গ্ৰহণকাৰী সূত্ৰধাৰ বা স্থাপকতকৈ নিম্ন মৰ্যাদাৰ চৰিত্ৰ ।

পাৰিপাৰ্শ্বিক : ডাণ্ডৰীয়া, কণ্ডকচোন বাক ৰজনীবল্লভ শিখণ্ড[৪৬] বুলি কাক কোৱা হয় আৰু ৰঘুকুলৰ চূড়ামণি মহেন্দ্ৰপালৰ গুৰু কোন্ ? ॥ ৫ ॥

স্থাপক : ( মনতে ভাৱি ) এয়া দেখোন উত্তৰ দিবৰ কাৰণে কৰা এটা প্ৰশ্নহে। ( প্ৰকাশ কৰি ) ৰাজশেখৰ।

পাৰিপাৰ্শ্বিক : তেৱেঁই ইয়াৰ কবি।

স্থাপক : সট্টক কি ?

পাৰিপাৰ্শ্বিক : ( ভাৱি ) পণ্ডিতসকলে কৈছে যে—

তাকেই সট্টক বুলি কোৱা হয় যি বহুল পৰিমাণে নাটিকাক অনুসৰণ কৰে ; কেৱল তাত প্ৰবেশক আৰু বিষ্কম্ভক নাথাকে[৪৭] ॥ ৬ ॥

স্থাপক : কবিয়ে কিয় তেন্তে সংস্কৃত পৰিহাৰ কৰি প্ৰাকৃতত ৰচনা কৰিলে ?

পাৰিপাৰ্শ্বিক : সৰ্বভাষাতে পাৰ্গত ( দক্ষ ) তেওঁ ( কবিয়ে ) এনেদৰে কৈছে যে—

৪৬. ৰজনীবল্লভ—নিশাৰ ৰাজ বা ৰজা ; শিখণ্ড—শেখৰ বা শিখৰ ; গতিকে ৰাজ+শেখৰ=ৰাজশেখৰ।

৪৭. ৰাজশেখৰেই ভাৰতীয় নাট্যসাহিত্যত 'সট্টক' বুলি এক নাট্য-শ্ৰেণী 'কৰ্পূৰ-মঞ্জৰী'ৰ জৰিয়তে প্ৰতিষ্ঠা কৰে আৰু সেয়েহে পাৰিপাৰ্শ্বিক আৰু স্থাপকৰ কথোপকথনৰ মাজেৰে 'সট্টক'ৰ সংজ্ঞা দিবলৈ বিচৰা হৈছে। সট্টক নাটিকাৰ অনুৰূপ বুলি কোৱাৰ পৰা নাটিকাৰ 'আদৰ্শ'ৰে ইয়াক গঢ়ি তোলা হৈছে বুলি কব পাৰি : মাত্ৰ তাত নাটিকাত থকাৰ দৰে 'প্ৰবেশক' আৰু 'বিষ্কম্ভক' নাথাকে। প্ৰবেশক আৰু বিষ্কম্ভক সৰু দৃশ্যবিভাগ ; যিহেতু নাটকত বা নাটিকাত কোনো দৃশ্যবিভাজন নাথাকে, কেৱল অংকহে থাকে, এই দুটাৰ দ্বাৰা দৃশ্য বিভাগৰ কাম সমাধা কৰা হয়। প্ৰবেশক প্ৰথম অংকৰ আৰম্ভণিতে থাকে, কিন্তু বিষ্কম্ভক যি কোনো অংকৰ প্ৰথমতে থাকিব পাৰে। সট্টক জানিবলৈ নাটিকাৰ লক্ষণ জনা প্ৰয়োজনীয়। বিশ্বনাথ কবিৰাজে 'সাহিত্য-দৰ্পণ'ত নাটিকাৰ সংজ্ঞা নিৰূপণ কৰি কৈছে যে নাটিকাৰ কাহিনী কবিৰ কল্পনা-প্ৰসূত ; ইয়াত নাৰী-চৰিত্ৰৰ প্ৰাধান্য ঘটে ; অংকৰ সংখ্যা চাৰি ; নায়ক জন ধীৰ-ললিত প্ৰখ্যাত ৰজা ; ( 'নাটিকা কৢপ্তবৃত্তা স্যাৎ স্ত্ৰীপ্ৰায়া চতুৰঙ্কিকা । প্ৰখ্যাতো ধীৰললিতস্তত্ৰ স্যান্নায়কো নৃপঃ' ॥ সাহিত্য দৰ্পণ ॥ ৬/৬১ ) ইয়াৰ

পৰিণাম[৪৮] ( অৰ্থাৎ অন্য ভাষাত পৰিণত বা ৰূপান্তৰিত হ'লেও ) যিয়েই নহওক, শব্দৰ অৰ্থ একেই থাকে ; ৰসযুক্ত বাক্যই কাব্য[৪৯], ভাষা যিয়েই নহওক লাগিলে ॥ ৭ ॥

আৰু

সংস্কৃত ৰচনা কঠোৰা, প্ৰাকৃত ৰচনা কোমল ; পুৰুষ আৰু নাৰীৰ মাজত যি প্ৰভেদ, এই দুই ভাষাৰ মাজত সেই প্ৰভেদেই বিৰাজমান ॥ ৮ ॥

উপৰিও নৃত্যগীতত কুশলা ৰাজবংশোদ্ভৱ কন্যাৰ লগত নায়ক ৰজাৰ প্ৰণয় হয় আৰু এই প্ৰণয় শেষত প্ৰধান ৰাজমহিষীৰ জৰিয়তে সুসম্পন্ন হয়। 'কৰ্পূৰমঞ্জৰী'ত এই লক্ষণসমূহ বিৰাজমান। কাহিনীটো ৰাজশেখৰৰ কল্পনা-প্ৰসূত ; নায়ক ৰজা চণ্ডপাল ধীৰ-ললিত ; তেওঁ বৈদৰ্ভ-কুমাৰী 'কৰ্পূৰমঞ্জৰী'ৰ প্ৰণয়াসক্ত ; শেষত প্ৰধান ৰাণীৰ সহায়তে দুয়োৰে মিলন। মাত্ৰ ইয়াত নাটিকাত থকাৰ দৰে প্ৰবেশক আৰু বিষ্কম্ভক দৃশ্যবিভাগ নাই। অংকৰ ঠাইত জৱনিকা ব্যৱহাৰ কৰি চাৰিটা জৱনিকাত কাহিনীৰ সমাপ্তি ঘটোৱা হৈছে। যিহেতু 'কৰ্পূৰমঞ্জৰী'য়েই সট্টকৰ প্ৰথম নিদৰ্শন, ৰাজশেখৰে দিয়া সংজ্ঞা অনুসৰিয়েই পৰৱৰ্তী আলংকাৰিক সকলে সট্টকৰ সংজ্ঞা নিৰূপণ কৰিছে আৰু নিদৰ্শন হিচাপে কৰ্পূৰমঞ্জৰীকে ধৰিছে।

সট্টকত নৃত্য-নাট্যৰ গুণ লক্ষ্য কৰি প্ৰাচীন ভাৰতৰ লোক-নাট্য অনুষ্ঠান 'সাডিক' বা 'সাংডিক'ক পৰিমাৰ্জিত কৰি নাটিকাৰ আদৰ্শৰে সট্টক নাট্য গঢ়ি তোলা হৈছে বুলিও ভাবিবৰ অৱকাশ আছে। তদুপৰি সংস্কৃতত 'সত্' ধাতু পোৱা যায়। 'নট্' ধাতুৰ পৰা 'নাটক' শব্দ হোৱাৰ দৰে তাৰ সাদৃশ্যতে 'সত্' ধাতুৰ পৰা 'সাটক' ব্যুৎপন্ন হৈ প্ৰাকৃত ৰূপ সট্টক বা সট্টঅ হ'ল বুলিও কব পাৰি। এই প্ৰসংগত ডঃ সুকুমাৰ সেনৰ মন্তব্য উল্লেখযোগ্য : 'সট্টক' শব্দৰ ব্যুৎপত্তি অজ্ঞাত ; নট্টৰ সাদৃশ্যতে সট্ট আৰু 'নাটক'ৰ সাদৃশ্যতে 'সাটক' আৰু তাৰ পৰা সট্টকৰ উৎপন্ন বুলি অনুমান কৰিব পাৰি।'

৪৮. প্ৰাকৃতত পৰিৱৰ্তিত হ'লেও শব্দৰ যি অৰ্থ সি সংস্কৃতৰ দৰে প্ৰাকৃততো একেই থাকিব। 'সব্বভাসাচউৰেণ' অৰ্থাৎ সংস্কৃত, প্ৰাকৃত ( লগতে অপভ্ৰংশৰো ) ভাষাত ৰাজশেখৰৰ যি দক্ষতা বা পাণ্ডিত্য তাৰ কথাহে সূচনা কৰিছে।

৪৯. 'উত্তিবিসেসো কব্বং'—বিশেষ উক্তি বা উক্তি বিশেষেই কাব্য ; ইয়াৰ দ্বাৰা অলংকাৰ আদি যুক্ত ৰসান্বিত বাক্যই যে কাব্য বা কাব্যৰ স্বৰূপ তাকে বুজোৱা হৈছে। গতিকে ৰসযুক্ত বাক্যই কাব্য।

**মূল পাঠ ঃ**

স্থাপকঃ ঃ তা অপ্পা কিং ন বণ্ণিদো তেন।

পাৰিপাৰ্শ্বিকঃ ঃ সুনু। বণ্ণিদো জ্জের তক্কালকঈনং মজ্‌ঝম্মি
মিঅঙ্কলেহা-কধাকাৰেণ অবৰাইদেন। জধা।
বালকঈ কইৰাও নিব্‌ভৰৰাঅস্‌স তহ উবজ্ঝাও।
ইঅ জস্‌স পৰম্পৰাএ অপ্পা মাহপ্পমারূঢ়ো ॥ ৯ ॥
সো অস্‌স কঈ সিৰি-ৰাঅসেহৰো তিহুঅণং পি ধৱলন্তি।
হৰিণঙ্কপাড়িসিদ্ধীএ নিক্কলঙ্কা গুণা জস্‌স ॥ ১০ ॥

**অনুবাদ ঃ**

স্থাপক ঃ তেওঁ বাৰু তাত নিজৰ কথা বৰ্ণনা কৰিছেনে ?

পাৰিপাৰ্শ্বিক ঃ শুনক ; তেওঁৰ সমসাময়িক 'মৃগাংক লেখা'ৰ আখ্যান-কাৰ অপৰাজিতে তেওঁৰ বিষয়ে বৰ্ণনা কৰিছে—বালকবি, কবিৰাজ আৰু নিৰ্ভৰৰাজৰ[৫০] ( মহেন্দ্ৰপালৰ ) উপাধ্যায়—এই ক্ৰমে যিজনে নিজ মাহাত্ম্যৰ শৃংগত আৰোহণ কৰিছে, তেৱেঁই এই নাটকৰ ৰচয়িতা কবি শ্ৰীৰাজশেখৰ, তেওঁৰ শুভ্ৰ যশৰাশিয়ে চন্দ্ৰৰ লগত প্ৰতিদ্বন্দ্বিতা কৰি যেন ত্ৰিভুৱন ধৱলিত কৰিছে ॥ ৯-১০ ॥

**মূল পাঠ ঃ**

স্থাপকঃ ঃ তা কেন সমাদিট্‌ঠা পউঞ্জধ।

পাৰিপাৰ্শ্বিকঃ ঃ চাউহান কুলমৌলিমালিআ ৰাঅসেহৰকইন্দগেহিনী।
ভত্তুনো কিইমৱন্তিসুন্দৰী সা পউঞ্জইউমেঅমিচ্ছই ॥ ১১ ॥

কিং চ।

চণ্ডবালধৰণীহৰিণঙ্কো চক্কবট্টিপঅলাহনিমিত্তং।
এত্থ সট্টঅবৰে ৰসসোত্তে কুন্তলাহিৰ-সুঅং পৰিণেই ॥ ১২ ॥

স্থাপকঃ ঃ তা ভাৱ এহি। অনন্তৰকৰণিজ্জং সংপাদেমহ। জদো

---

৫০. গুৰ্জৰ-প্ৰতিহাৰৰ ৰজা মহেন্দ্ৰপালৰ অন্য নাম নিৰ্ভৰৰাজ। কবি ৰাজশেখৰ মহেন্দ্ৰপাল বা নিৰ্ভৰৰাজৰ গুৰু আছিল আৰু লেখত তেওঁৰ মহামন্ত্ৰী হৈছিল।

মহাৰাঅ-দেঈনং ভূমিঅং ঘেত্তূন অজ্জো অজ্জভাৰিআ অ জৱনিঅন্তৰে বট্টদি।

( ইতি পৰিক্ৰম্য নিষ্ক্ৰান্তৌ )

অনুবাদ :

স্থাপক : তেতিয়াহলে কাৰ আদেশত অভিনয় হ'ব ?

পাৰিপাৰ্শ্বিক : চৌহানকুলৰ শিৰৰ মালাস্বৰূপ, কবিৰাজ ৰাজশেখৰৰ পত্নী অৱন্তীসুন্দৰীয়ে[৩১] স্বামীৰ ৰচিত এইখনিৰ অভিনীত হোৱাৰ অভিলাষ কৰিছে ॥ ১১ ॥

আৰু—

ৰসস্রোতস্বৰূপ এই সট্টকত ধৰণীৰ চন্দ্ৰ চণ্ডপালে চক্ৰবৰ্তী পদলাভৰ বাবে কুন্তল ৰাজকন্যাক বিবাহ কৰাইছে ॥ ১২ ॥

স্থাপক : তেনেহলে আঁহা, ইয়াৰ পিছৰ কামখিনি আমি কৰি পেলাও। কাৰণ, আৰ্য আৰু আৰ্য-ভাৰ্যাই মহাৰাজ আৰু মহিষী ভূমিকা লৈ আঁৰ-কাপোৰৰ আঁৰত ৰৈ আছেহি।

( দুয়ো পৰিক্ৰমণ কৰি ওলাই যায়। )

## ॥ প্ৰস্তাৱনা ॥

( ততঃ প্ৰবিশতি ৰজা দেৱী বিদূষকো বিভৱতশ্চ পৰিবাৰঃ। সৰ্ব্বে পৰিক্ৰম্য যথোচিতমুপবিশন্তি। )

ৰজা : দেৱী দক্খিণাহিৱনৰিন্দনন্দিনী ৱড্ঢাৱীঅসি ইমিণা ৱসন্তাৱন্তেণ। জদো।

---

৩১. চৌহান বা চাহ্বানকুলৰ ক্ষত্ৰীয় ৰাজকন্যা অৱন্তীসুন্দৰী এগৰাকী বিদুষী মহিলা আছিল আৰু সংস্কৃতৰ উপৰিও প্ৰাকৃতত অসাধাৰণ ব্যুৎপত্তি আছিল। এই ৰাজপুত ৰাজকুমাৰীয়ে ব্ৰাহ্মণ ৰাজশেখৰক বিবাহ কৰাই স্বামীৰ সাহিত্য-সাধনাত বিপুল সহায় কৰিছিল।

বিঘোট্‌ঠে বহলং ন দেন্তি মঅনং নো গন্ধতেল্লাবিলা
বেণীও বিৰঅন্তি লেন্তি ন তহা অঙ্গম্মিকুপ্পাসঅং।
জং বালা মুহকুঙ্কুমম্মি বি ঘণে বট্টন্তি ঢিল্লাঅৰা
তং মন্নে সিসিৰং বিনিজ্জিঅ বলা পত্তো বসন্তুসবো॥ ১৩॥

দেৱী ঃ অহং পি পড়িবড্‌ঢাবিআ ভৱিস্‌সং। জধা।
ছোল্লন্তি দন্তৰঅনাই গএ তুসাৰে
ঈসীস চন্দনৰসম্মি মনং কুনন্তি।
এন্‌হিং সুবন্তি ঘৰমজ্ঝিমসালিআসু
পাঅন্তপুঞ্জিঅপডং মিহুনাইঁ পেচ্ছ॥ ১৪॥

অনুবাদ ঃ (তাৰ পিছত ৰজা, ৰাণী, বিদূষক আৰু মৰ্যাদানুসাৰে পাৰিষদসকলৰ প্ৰৱেশ। সকলোৱে পৰিক্ৰমণ কৰি যথাযোগ্য স্থানত বহে।)

ৰজা ঃ দেৱী, দক্ষিণাপথৰ ৰাজনন্দিনী। এই বসন্তৰ আগমনত মই তোমাক অভিনন্দন জনাইছোঁ। চোৱা—
এতিয়া যুৱতীসকলে তেওঁলোকৰ বিম্বফলৰ 'নিচিনা ওঁঠত কোনো প্ৰলেপন সনা নাই ; সুগন্ধি তেলেৰে সিক্ত কৰা চুলিৰে এতিয়া বেণীও গথা নাই ; কপাহী কাঁচলিও গাত পিন্ধা নাই , মুখত কুঙ্কুমৰ ডাঠ প্ৰলেপ সানিবলৈকো তেওঁলোকৰ আগ্ৰহ নাই , সেইকাৰণে জনা গৈছে—সবলে শীতক জয় কৰি এতিয়া বসন্তকাল আবিৰ্ভাৱ হৈছেহি॥ ১৩॥

দেৱী ঃ ময়ো আপোনাক প্ৰতি-অভিনন্দন জনাই কওঁ—শীত গৈছে ; দম্পতিসকলৰ দন্তবস্ত্ৰসমূহ উদ্ভাসিত হৈছে ; চন্দনলেপনৰ প্ৰতি অলপ অলপকৈ মন আকৃষ্ট হৈছে। আৰু চাওক—ঘৰৰ মাজৰ কোঠাত শুবলৈ লোৱাৰ কাৰণে (অৰ্থাৎ শোৱনী কোঠাত নোশোৱাৰ কাৰণে) স্বামীৰ কাপোৰবোৰ ভৰি পথানত দম হৈ পৰি আছে॥ ১৪॥

**মূল পাঠ :**

বৈতালিকয়োৰেকঃ : জঅ জঅ পুব্বদিসঙ্গনাভুঅঙ্গ, চম্পাচম্পঅকনউৰ, ৰাঢ়ানিজ্জিদৰাঢ়াঙ্গত্তন, বিক্কমক্কন্তকামৰুৱ, হৰিকেলি কেলিআৰ, অৰমানিদজচ্চসুৱন্নৱন্ন সব্বঙ্গসুন্দৰত্তনৰমণিজ্জ. সুআঅ দে ভোত্‌ নুৱহিসমাৰম্ভো। ইধ হি।

পণ্ডীন· গণ্ডৱালীপুলঅনচৱলা কাঞ্চিবালাৱলানং
মানং দোখণ্ডঅন্তা ৰইৰহসঅৰা চোলসীমন্তিনীনং।
কন্নাডীনং কুনন্তা কুৰলতভৰলনং কুন্তলীন· পিত্ৰস্নুং
গুম্ফন্তা নেহগণ্ঠিং মলঅসিহৰিণো সীঅলা এন্তি বাআ ॥ ১৫ ॥

দ্বিতীয়ঃ : ( অত্ৰৈৱ )

জাঅং কুঙ্কুমপঙ্কলীঢ়মৰঢ়ীগণ্ডপ্পহ· চম্পঅং
থোৱাৱট্টিঅদুদ্ধমুদ্ধকুসুমা পম্ফুল্লিআ মল্লিআ।
মূলে সামলমগ্‌গ লগ্‌গভসলং লক্‌খিজ্জএ কিংসুঅ·
পিজ্জন্ত· ভসলেহি দোসু বি দিসাভাএসু লগ্‌গেহি ৰ ॥ ১৬ ॥

**অনুবাদ :** বৈতালিক দুজনৰ এজন : যিজন পূৰ্বদিশৰ অধিপতি, যিজন চম্পানগৰীৰ চম্পক ফুল সদৃশ কাণৰ অলংকাৰ, স্বতেজৰ দ্বাৰা যিজন ৰাঢ়ৰ সৌন্দৰ্যজয়ী, বিক্ৰমেৰে কামৰূপ জয় কৰোঁতা, হৰিকেলি ( অৰ্থাৎ বংগদেশৰ ) দেশৰ যিজন কেলিকাৰক, সোণৰ উজ্জ্বলতাও যায় ওচৰত পৰাভূত, সৰ্বাংগৰ সৌন্দৰ্যৰে যি পৰম ৰমণীয়—সেই মহাৰাজৰ জয় হওক, নৱৰসন্ত সুখকৰ হওক : এতিয়া এইকালে—

মলয় পৰ্বতৰ শীতল বায়ুৱে আহি পাণ্ড্যদেশৰ ৰমণীসকলৰ মসৃণ গালত চপল পুলক জগাই তুলিছে, কাঞ্চীদেশৰ অবলা বণিতাৰ অভিমান ভাঙি পেলাইছে, চোলদেশৰ ৰমণীসকলৰ ৰতিৰস বৃদ্ধি কৰিছে, কৰ্ণাটৰ ৰমণীসকলৰ অলকৰাশিক চঞ্চল কৰি তুলিছে আৰু দৃঢ় কৰি তুলিছে কুন্তল-নায়িকা আৰু তেওঁলোকৰ প্ৰিয়জনৰ প্ৰণয়গ্ৰন্থি ॥ ১৫ ॥

দ্বিতীয়জন : ( ইকালে ) কুংকুম-ৰঞ্জিত মাৰাঠী ৰমণীৰ কপোলৰ দৰে চম্পকফুল ফুলিছে, ঈষৎভাৱে মধা গাখীৰৰ দৰে মনোহৰ কান্তিৰ

ফুলেৰে মল্লিকাৰ থোপাবিলাক ফুলি উঠিছে, তলভাগ ( বৃন্তমূল ) শ্যামবৰ্ণৰে আৰু ওপৰভাগত ভোমোৰা পৰি থকা কিংশুক ফুলবোৰ এনেহে দেখা গৈছে যেনিবা দুয়োফালে ভোমোৰা বহি মধুপান কৰি আছে।

**মূল পাঠ :**

**বক্তা :** পিএ বিব্‌ভমলেহে কো অহং বড্ঢাবও তুজ্ঝ, কা তুমং পি বড্ঢাবিআ মজ্ঝ। কিং উন দুবে ৰি অম্‌হে বড্ঢাবিদা কাঞ্চন-চণ্ড ৰদনচণ্ডেহিং বন্দীহিং। তা বিব্‌ভমগ্গঅট্টাৰঅং তৰট্টীণং নট্টাবঅং মলঅমাৰুদন্দোলিদলদানচ্চণীনং চাৰুগ্গবঞ্চিদ পঞ্চমং কলকণ্ঠিকণ্ঠেসুং কন্দলিদকন্দপ্প কোঅণ্ডদণ্ডাখণ্ডিদকণ্ড চণ্ডিমং সিনিদ্ধবন্ধৰং বসুন্ধৰাপুৰন্ধীএ পসাৰিদপ্পসদিপ্পমানেহিং অচ্ছীহিং মহুসৰং জধিচ্ছং পেক্‌খদু দেৱী।

**অনুবাদ :** প্ৰিয়া বিভ্ৰমলেখা, মই তোমাক সম্ভাষণ জনালোঁ, তুমিও মোক সম্ভাষণ জনালা। আনফালে কাঞ্চনচণ্ড আৰু বত্নচণ্ড এই দুয়োজন বৈতালিকে আমাক সম্বৰ্ধনা জনালে। সেয়েহে যি তৰুণী-সকলৰ বিভ্ৰম-গৰ্বৰ জন্মৰ দিছে, মলয়া-বতাহ আন্দোলিত লতা-নৰ্তকীক নচুৱাই তুলিছে, কুলিৰ কণ্ঠত পঞ্চম-ৰাগৰ সৃষ্টি কৰিছে আৰু যি বসুন্ধৰা-সৈৰন্ধ্ৰীৰ প্ৰিয়জনৰ মদনৰ উদ্যত ধনু অখণ্ডিত বাণসমূহৰ দ্বাৰা প্ৰচণ্ডতা বৃদ্ধি কৰিছে—সেই মধু-উৎসৱক তুমি বিস্তৃত কৰতলৰ দৰে তোমাৰ আয়ত নয়নেৰে ইচ্ছামতে উপভোগ কৰা।

**মূল পাঠ :**

**দেৱী :** জধা নিবেদিদং বন্দীহিং পউত্তা জেব মলআনিলা।

তধা হি।

লঙ্কাতোৰণমালিআতৰলিনো কুম্ভুব্‌ভবস্‌সাসমে
মন্দন্দোলিঅ-চন্দনদ্দুমবণা কপ্পূৰসংপক্কিনো।
কঙ্কেল্লীকুলকম্পিনো ফণিলআনিপ্পট্টণট্টাবআ
চণ্ডং চুম্বিঅতম্বৰন্নিসলিলা বাঅন্তি চেত্তানিলা ॥ ১৭ ॥

অনুবাদ ঃ বৈতালিকে কোৱাৰ দৰে মলয়া বতাহ ইতিমধ্যে বলিবলৈ আৰম্ভ কৰিছেই। চাওকচোন—

লংকাৰ তোৰণৰ মালাবিলাক কঁপাই তুলি অগস্ত্যৰ আশ্ৰমৰ চন্দন-বনৰাজিক সামান্যভাৱে আলোড়িত কৰি, কৰ্পূৰ সংস্পৰ্শিত হৈ, অশোক গছবিলাকক দোলায়িত কৰি, পান-লতাবোৰক প্ৰচণ্ডভাৱে নচুৱাই তুলি আৰু তাম্ৰপৰ্ণী নদীৰ সলিলক তীব্ৰভাৱে চুম্বন কৰি মলয়া বতাহ ববলৈ ধৰিছে।

মুল পাঠ ঃ

অবি অ।
মানং মুঞ্চহ দেহ বল্লহজনে দিট্‌ঠিং তৰঙ্গুত্তৰং
তাৰুন্নং দিঅহাই পঞ্চদহ বা পীনথনুথন্তনং।
ইথং কোইলমঞ্জুসিঞ্জিঅমিসা দেবস্‌স পঞ্চন্নুনো
দিন্না চেত্তমহূসবেন সহসা আনব্ব সব্বংকসা ॥ ১৮ ॥

অনুবাদ ঃ আৰু—

'অভিমান এৰি পেলোৱা, শিহৰিত দৃষ্টিৰে নিজ প্ৰিয়জনলৈ চোৱাঁ; যি যৌৱনে বক্ষদেশক পীনোন্নত কৰিছে সি মাথো পাঁচ-দহ (অলপ দিনৰ) দিনৰ বাবেহে।' এইদৰেই চ'তৰ এই মধু-উৎসৱে কোকিলৰ মধুৰ কণ্ঠৰ জৰিয়তে পঞ্চশৰধাৰী মদনৰ সৰ্বব্যাপী আজ্ঞা দেৱ ঘোষণা কৰিছে ॥ ১৮ ॥

মুল পাঠ ঃ

বিদূষকঃ ঃ ভো তুম্‌হানং সব্বানং মজ্‌ঝে অহং একো কালকুখবিও। জস্‌স মে সমুব্বসুবো পণ্ডিঅঘৰে পোথঅভাৰং বহন্তো আসি।

চেটী ঃ (বিহস্য) তদো আগদং দে পণ্ডিচ্চং পক্কপবাএ।

বিদূষকঃ ঃ (সক্ৰোধম্) আ দাসীএ ধীএ তবিস্‌সকুট্টিনি নিব্ভকুখনে বিঅকুখণে, ঈদিসো অহং মুক্‌খো জেন তএ বি উবহসীআমি। অন্নং চ। বে পুৰপুত্তবিট্টলিনি তমৰটনুটে চৈন্টাকবালে তুজিৰ-সংঘজ্জিএ, পকংপৰা পাণ্ডিচ্চস্‌স মহ কিং দূসঅং আসি। পেক্‌খ

অকালজলদবংসসংভূদানং পৰংপৰাএ পণ্ডিচ্চং। অহৱা হুখে কঙ্কনং কিং দপ্পনেন।

**অনুবাদ :**

বিদূষক : হেৰা, তোমালোক সকলোৱে মাজত ময়েই একমাত্ৰ পণ্ডিত; কাৰণ মোৰ শহুৰৰ শহুৰে পণ্ডিতৰ ঘৰলৈ পুথি-পাঁজিৰ ভাৰ বৈ নিছিল।

চেটী। (হাঁহি) তেন্তে দেখিছোঁ তোমাৰ পাণ্ডিত্য পৰম্পৰাগতভাৱে লাভ কৰা।

বিদূষক। (খঙেৰে) হেৰ দাসীৰ জী, টুটকিয়ানী, কুলক্ষণী বিচক্ষণা, —মই কি ইমানেই অধামূৰ্খ যে তইও মোক উপহাস কৰ। ঐ পৰৰ পুত্ৰ নষ্টকাৰিণী, লগনীয়া কুটুনী, বাৰবণিতা—মই যদি পৰম্পৰাগতভাৱে পাণ্ডিত্য লাভ কৰিছোঁৱেই তেন্তে মোৰ দোষটোনো ক'ত ক চোন? জাননে, অকালজলদৰ[৫২] বংশৰ লোকসকলে পৰম্পৰাগতভাৱেই পাণ্ডিত্য লাভ কৰি আহিছে। হাতত কংকন থাকোতে দাপোণৰ প্ৰয়োজন কি?[৫৩]

**মূল পাঠ :**

বিচক্ষণা। (বিভাব্য) এবং নেদং। ধাবন্তস্স ভুবঙ্গমস্স সিগ্ঘত্তণে কিং সকৃখিনো পুচ্ছ অস্থি। তা বয়স্স বসন্তং।

---

৫২. অকাল-জলদ এগৰাকী বিশিষ্ট পণ্ডিত আৰু কবি আছিল; এওঁ কবি ৰাজশেখৰৰ আজুককাক আছিল। 'সুভাষিতাৱলী', 'শাৰ্ঙ্গধৰ-পদ্ধতি' আদিত অকাল-জলদৰ দুই এটা কবিতাৰ বাহিৰে অন্য সাহিত্য-কীৰ্তি পোৱা নাযায়। সেয়ে হ'লেও এওঁ যে এগৰাকী পণ্ডিত ব্যক্তি আছিল ৰাজশেখৰৰ বিদূষকৰ উক্তিৰ জৰিয়তে উপলব্ধি কৰিব পাৰি।

৫৩. হাতৰ কঙ্কনত লগোৱা সৰু সৰু কাঁচত মুখ চাব পৰাৰ দৰে বিদূষকেই স্বয়ং পণ্ডিত—আনক কিতাবিৰ লাগে কিয়; তেওঁৰ পাণ্ডিত্যই পণ্ডিত-বংশৰ পৰম্পৰা প্ৰতিফলিত কৰিছে। এই প্ৰবাদ-বাক্যৰ মাজেদি বিদূষকৰ অন্তঃসাৰশূন্য গৰ্বাভিমান সুন্দৰ ৰূপত ফুটি উঠিছে।

অনুবাদ ঃ

বিচক্ষণা ঃ (ভাবি) ঠিকেইতো, গতিশীল ঘোঁৰাৰ গতি পৰীক্ষাৰ কাৰণে সাক্ষীৰ প্ৰয়োজন কি ?[৫৪] বসন্তৰ বৰ্ণনা কৰাঁচোন বাৰু।

মূল পাঠ ঃ

বিদূষকঃ ঃ কধং পঞ্চবাণদা সাবিআ বিঅ কুৰকুৰাঅন্তি; চিট্‌ঠ দাসি। ন কিং পি জানাসি। তা পিঅবঅসসদেবীনং পুকলো পরিসদং। জদো ন কথ্‌ুবিআ কুগ্‌গামে বণে বা বিক্‌কিণীঅদি ন উত্তম কসবট্টিঅং বিনা কসীঅদি। (ইতি পঠতি)

ফুল্লকৃকবং কলমকুবসমং বহন্তি
জে সিন্দুবাববিভবা বহ বজহা তে।
জে গালিঅস্‌স মহিসীদহিনো সবিজ্জা
তে কিং চ মুদ্ধবিঅইলপসুন পুঞ্জা ॥ ১৯ ॥

অনুবাদ ঃ তই কেৱল সঁজাত থকা শালিকাৰ দৰে কুৰকুৰাই আছ, নহ'লেনো তই জান কি ? মই মাত্ৰ আমাৰ প্ৰিয়বয়স্য আৰু দেৱীৰ কাৰণেহে পঢ়িম, কাৰণ মৃগনাভি হাবিত অথবা কু-গাঁৱত[৫৫] বিক্ৰী নহয়, সোণক কষটি শিলৰ বাহিৰে আনত পৰীক্ষা কৰিব নোৱাৰি[৫৬]। (এই বুলি পঢ়ে)

---

৫৪ দ্ৰুতগামী ঘোঁৰাৰ দ্ৰুততা কিমান সেইকথা দেখাজনে নিজে ক'ব পাৰে, অৰ্থাৎ চকুৰে দেখা কথাটোৰ প্ৰমাণ কৰিবলৈ সাক্ষীৰ কোনো প্ৰয়োজন নাই। ইয়াৰ দ্বাৰা বিদূষকৰ প্ৰতিভা কিমান তাক বিচক্ষণাই ব্যৰ্থবোধকতাৰে বুজাইছে; অৰ্থাৎ বিদূষকৰ প্ৰতিভা-শক্তিৰ দৈন্যতা প্ৰমাণ কৰিবৰ কাৰণে কোনো প্ৰমাণৰ প্ৰয়োজন নাই।

৫৫. মৃগনাভি অতি মূল্যবান সুগন্ধি বস্তু; যি সকলে প্ৰকৃততে মূল্য বুজে তেওঁলোকেহে তাক কিনে; কিন্তু যি গাঁৱত তাৰ মূল্য বুজা লোক নাই তেনে গাঁৱত তাৰ মূল্যও নাই, অৰ্থাৎ বিচক্ষণাৰ নিচিনা সামান্য দাসীয়ে মৃগনাভিৰ দৰে মূল্যবান বিদূষকৰ কাব্য-প্ৰতিভাৰ মূল্য অনুধাৱন কৰিব নোৱাৰে। ইয়াৰ মাজেদি বিদূষকৰ বিচক্ষণাৰ প্ৰতি তাচ্ছিল্যৰ ভাব প্ৰকাশ পাইছে।

৫৬. সোণক কিমতে কষটি শিলতহে পৰীক্ষা কৰি তাৰ বিশুদ্ধতা নিৰূপণ

কলমা ধানৰ ভাতৰ দৰে সিন্ধুবাৰ গছে
যি ফুলৰ জন্ম দিয়ে সি মোৰ প্ৰিয় ;
ছানাত পৰিণত ম'হৰ গাখীৰৰ দৈৰ দৰে
যুঁইফুলৰ সুন্দৰ থোপাবিলাক মোৰ প্ৰিয় ॥ ১৯ ॥[৫৭]

**মূল পাঠ :**

**বিচক্ষণা :** (বিহস্য) নিঅকন্তাবঞ্জনজোগ্গং দে বঅনং।

**বিদূষকঃ :** তা উআববঅণে তুমং পঢ়।

**দেবী :** (কিঞ্চিত স্মিত্বা) সহি বিঅকৃখনে অমহানং পুঙ্খদো তুমং গাঢ়কইত্তনেন গব্বুত্তানা হোসি। তা পঢ় সংপদং অজ্জউত্তস্স পুৰদো সঅংকিদং কিং পি কব্বং। জদো তং কব্বং জং সহাসুং পটীঅদি তং সুৱন্ন জং কসবট্টিআএ নিব্বডসি সা ঘৰিণী জা পদিং বঞ্জেদি সো পুত্তো জো কুলং উজ্জলেদি।

**অনুবাদ :**

**বিচক্ষণা :** তোমাৰ কবিতা তোমাৰ প্ৰিয়াৰ মনোৰঞ্জনৰহে যোগ্য।

**বিদূষক :** হেৰ মধুৰভাষিণী, তয়ে পঢ়চোন বাক এটা।

**দেবী :** ( সামান্যভাৱে হাঁহি ) সখী বিচক্ষণা, আমাৰ ওচৰত তুমি তোমাৰ কবিত্বৰ বিষয়েতো খুবেই গৌৰব কৰা। এতিয়া বাক

---

কৰিব পাৰি, আন যি কোনো শিলত নোৱাৰি—তেনেদৰে বিদূষকৰ কাব্য-প্ৰতিভা ইমানেই উচ্চস্তৰৰ যে ৰজা বা তেনে উচ্চশ্ৰেণীৰ লোকেহে প্ৰকৃত কাব্যগ্ৰাহী হ'ব পাৰিব ; সামান্য দাসী বা তেনে নিম্নশ্ৰেণীৰ লোকে তাৰ প্ৰকৃত ৰসাস্বাদন কৰিব নোৱাৰিব। বিদূষকৰ এনে আত্মভাৰী উক্তিৰ জৰিয়তে নাট্যকাৰে লঘু কৌতুকৰ ৰস উদ্ৰেক কৰিবলৈ বিচাৰিছে।

৫৭. সংস্কৃত নাটকৰ দৰেই প্ৰাকৃত নাটকতো বিদূষকক উদৰ-সৰ্বস্ব আৰু হাস্যোজ্জ্বল কৰি বৰ্ণনা কৰা হৈছে। খোৱা বস্তুৰ প্ৰতি দুৰ্বলতা বিদূষকৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য ; সেই অনুৰূপে তেওঁৰ কবিতাৰ বৰ্ণনাতো খোৱা বস্তুৰে উপমা দিয়া হৈছে। সেয়েহে সিন্ধুবাৰ গছৰ বগা ফুলক কলমো ধানৰ বগা চাউলৰ ভাতৰ লগত আৰু যুঁই ফুলৰ থোপাক ম'হৰ দৈৰ লগত তুলনা কৰি নাট্যকাৰে বিদূষকৰ চাৰিত্ৰিক বৈশিষ্ট্য আৰু লগতে প্ৰতিভাৰ দৈন্যতা প্ৰদৰ্শনত কঢ়িয়াই তুলিছে।

আৰ্যপুত্ৰৰ ওচৰত নিজৰ কবিতা এটি পঢ়ি শুনুৱাচোন। কাৰণ সভাত যাক পাঠ কৰিব পৰা যায় সিয়েই প্ৰকৃত কবিতা; কষ্টিশিলাত যাক পৰীক্ষা কৰা যায় সিয়েই প্ৰকৃত সোণ; যিয়ে পতিৰ মনোৰঞ্জন কৰে তেৱেঁই প্ৰকৃত গৃহিণী; যি বংশ উজ্জ্বল কৰে সিয়েই যথাৰ্থ পুত্ৰ।

মূল পাঠ:

বিচক্ষণা: জং দেৱী আণৱেদি ( ইতি পঠতি )

জে লঙ্কাগিৰিমেহলাহি খলিআ সম্ভোঅখিণ্ণোৰঈ-
ফাৰপ্ফুল্লফণাৱলীকৱলনে পত্তা দৰিদ্দত্তণং।
তে এণ্হিং মলআনিলা বিৰহিণীণীসাসসম্পক্কিণো
জাআ ঝত্তি সিসুত্তণে বি বহলা তাৰুণ্ণপুণ্ণা বিঅ ॥ ২০ ॥

অনুবাদ:

বিচক্ষণা: মহাৰাণীৰ যি আদেশ (এই বুলি পঢ়ে) যি মলয়া বতাহ লংকাগিৰিৰ পাদদেশৰ পৰা স্খলিত হৈ সম্ভোগ-ক্লান্ত নাগিনী বিলাকৰ বিস্তাৰিত ফণাৰ গ্ৰাসত ক্ষীণ হৈ পৰিছিল, এতিয়া বিৰহিণীৰ দীৰ্ঘশ্বাসৰ লগ লাগি ক্ষীণত্বৰ পৰা পৰিপূৰ্ণ যৌৱনৰ দশা লাভ কৰিছে।[৫৮]

মূল পাঠ:

ৰাজা: সচ্চং বিঅক্খণা বিঅক্খণা চহুৰত্তেণণ উত্তীণ' বিচিত্তদাএ বীদীনং। তা কিং অণ্ণং কইচুডামণিত্তণে ঠিদা এসা।

---

৫৮. বসন্ত কালত মলয়া বতাহ কোনেৰে বলাৰ কাৰণ ইয়াত বৰ্ণনা কৰা হৈছে। মলয়া বতাহ লংকাগিৰিৰ পাদদেশৰ পৰা ধীৰ গতিৰে বৈ আহে আৰু ৰতি-সম্ভোগত ক্লান্ত নাগিনীবিলাকৰ মেল খোৱা ফণাত সোমাই যেন গতি-প্ৰবাহ ক্ষীণ হৈ পৰে; আনহাতে প্ৰিয়-বিৰহত নাগিনীবিলাকে দীৰ্ঘ নিশ্বাস পেলাই; এই দীৰ্ঘ-নিশ্বাসত মলয়া বতাহৰ গতিবেগ পুনৰ বঢ়াই তোলে আৰু কোবাল গতিৰে মলয়া বতাহ বলিব ধৰে। সেয়েহে ক্ষীণৰ পৰা যৌৱনৰ দশা লাভ কৰা বুলি কোৱা হৈছে।

বিদূষক: : (সক্রোধম্) তা উজ্জুঅং জেব কিং ন ভণীঅদি অচ্চুত্তমা বিঅক্খণা কব্বম্মি অচ্চহমো কবিঞ্জলো বম্হণো ত্তি।

অনুবাদ :

রজা : উক্তিৰ চাতুৰ্য আৰু ৰীতিৰ বৈচিত্ৰ হেতু বিচক্ষণা সঁচাকৈয়ে বিচক্ষণা (বিদগ্ধা)। অধিক আৰু কি কম—বিচক্ষণা সঁচাই কবি-শিৰোমণি (কবি শ্ৰেষ্ঠা)।

বিদূষক : (খঙেৰে) তাতকৈ সহজ কথাত এই কথাকে নকয় কিয় যে কবি হিচাপে বিচক্ষণা অতি উত্তম আৰু এই কপিঞ্জল ব্ৰাহ্মণ অতি অধম।

মূল পাঠ :

বিচক্ষণা : অজ্জ মা কুপ্প। কব্বং জেব দে কেইত্তণং পিসুনেদি। জদো কন্তাবত্তনিন্দনিজ্জে ব্রি অথে সুউমারা দে বাণী লম্বথনীএ বিঅ একাবলী তুন্দিলাএ বিঅ কঞ্চুলিআ, কানাএ বিঅ কজ্জলসলাআ ন সুট্ঠুঅং রমনিজ্জা।

বিদূষক: : তুজ্ঝ উন রমণিজ্জে বি অথে ন সুন্দরা সদ্দাবলী। কনঅকডিসুত্তএ বিঅ লোহকিঙ্কিনীমালা, পডিবট্টএ বিঅ তসর-বিরঅনা, গোরঙ্গীএ বিঅ চন্দনচচ্চা ন চঙ্গত্তনং অবলম্বেদি। তথা বি তুমং বন্নীঅসি।

বিচক্ষণা : অজ্জ মা কুপ্প। কা তুমেহিং সমং পাড্ডিসিদ্ধী। জদো তুমং নারাও বিঅ নিরক্খরো বি বদনতুলাএ নিউঞ্জীঅসি। অহং উন তুলা বিঅ লদ্ধক্খরা বি ন সুবন্নতুলনে নিউঞ্জীআমি।

অনুবাদ :

বিচক্ষণা : খং নকৰিবা, ভাওৰীয়া; তোমাৰ কবিত্বশক্তি তোমাৰ কবিতায়ে প্ৰকাশ কৰিছে। প্ৰতিভাৰ দাৰিদ্ৰ্য হেতু তোমাৰ কবিতাৰ সুমধুৰ শব্দবিলাকে শোভা বৰ্ধন কৰা নাই—যেনেকৈ প্ৰলম্বিত-স্তনাই একাৱলী ব্যৱহাৰ কৰা, স্থূলাংগীয়ে কাঁচুলি পিন্ধা, কাণীয়ে চকুত কাজল সনা—এইবোৰে শোভা নাপায়।

বিদূষক : তোৰ কবিতাৰ অৰ্থ ৰমণীয় হলেও শব্দসম্ভাৰ সুন্দৰ নহয়; সেইবোৰ সোণৰ কমৰ-বন্ধত লোহাৰ ঘুঙুৰ বান্ধি দিয়া, ভাঠ পাটৰ কাপোৰত সূক্ষ্ম ফুলতোলা আৰু গৌৰাংগীয়ে চন্দন প্ৰলেপ কৰাৰ দৰে ভাল দেখা নাই। তথাপি তয়ে প্ৰশংসিত।

বিচক্ষণা : খং নাথাব ডাঙৰীয়া, তোমাৰ লগত প্ৰতিদ্বন্দ্বিতা কৰা জানো মোৰ শুৱাই? নিৰক্ষৰ হলেও তুমি নিক্তিৰ দৰে (সোণ জোখা সৰু তুলাচনী) বস্তু ওজনত নিয়োজিত। মই কিন্তু অক্ষৰ-জ্ঞানসম্পন্না হৈও তুলাদণ্ডৰ দৰে (দগা-পাল্লাৰ দৰে) সোণ ওজনত নিযুক্ত হোৱা নাই।[৫১]

মূল পাঠ :

বিদূষকঃ : এবং মং হসন্তীএ তুহ বামং দক্খিণং চ জুহিট্‌ঠিৰ জেট্‌ঠ-ভাদৰনামহেঅং অজং ওড্ডি খণ্ডইস্‌সং।

বিচক্ষণা : অহং পি উত্তৰফগ্‌গুণীপুৰস্‌সৰনক্খত্ত নামহেয়ং অজং তুহ তড্ডি খণ্ডিস্‌স।

ৰাজা : বঅস্‌স, মা এবং ভন। কইত্তনে ঠিদা এসা।

বিদূষকঃ : (সক্ৰোধম) তা উজ্জুঅং জেব কিং ন ভণীঅদি অম্হাণং চেড্ডিআ হৰিউড্‌ঢ নন্দিউড্‌ঢ পোট্টিস হাল প্পহুদীনং পি পুৰদো সুকই ত্তি (ইতি পৰিক্ৰামতি।)

অনুবাদ :

বিদূষক : এনেদৰে মোক ঠাট্টা-মস্কৰা কৰি থাকিলে যুধিষ্ঠিৰৰ

৫১. এই উপমাৰে বিচক্ষণাই কবলৈ বিচাৰিছে যে বিদূষক মূৰ্খ হৈও ৰজাৰ প্ৰিয়সখা হৈ উচ্চপদ লাভ কৰিছে আৰু বিচক্ষণা শিক্ষিতা হৈও দাসীৰূপেই থাকিব লগা হৈছে। 'নাৰাচ' (নাৰাও) লোহা নিৰ্মিত সৰু তুলাচনী বা নিক্তি - সোণ আদি জোখাত ব্যৱহাৰ হয়; তুলাদণ্ড বা ডাঙৰ পাল্লা, সাধাৰণ বস্তু জোখাত ব্যৱহাৰ হয়; তাৰ মূল্য কম। ইয়াত নিক্তি যেন বিদূষক আৰু সাধাৰণ পাল্লা বিচক্ষণা। ইয়াত বিচক্ষণাই বিদূষকক উপহাস কৰাৰ লগতে নিজৰ ক্ষোভ প্ৰকাশ কৰিছে।

ককায়েকৰ নামেৰে তোৰ সোঁৱে-বাঁৱে থকা অংগ দুটি চিঙি পেলাম।[৬০]

বিচক্ষণা: ময়ো উত্তৰ-ফাল্গুণীৰ পিছৰ নক্ষত্ৰৰ নামত[৬১] তোমাৰ যি অংগ আছে, তাক কাটি পেলাম।

ৰজা: সখা, এনেদৰে নক'বা। এওঁ এগৰাকী প্ৰতিষ্ঠিতা কবি।

বিদূষক: (খঙেৰে) তাতকৈ ৰৰং স্পষ্টকৈ কৈ নেপেলাই কিয় যে আমাৰ পৰিচাৰিকাজনী হৰিবৃদ্ধ,[৬৩] নন্দিবৃদ্ধ,[৬৪] পোট্টিশ,[৬৫] হাল[৬৬] প্ৰভৃতি কবিতকৈও সুকবি। (এই বুলি যাব খোজে।)

মূল পাঠ:

বিচক্ষণা: (বিহস্য) তহিং গচ্ছ জহিং মে পঢমসাহলিআ গদা।

বিদূষক: (চলিত গ্ৰীবম) তুমং উন তহিং গচ্ছ জহিং মে মাদাএ পঢমা দন্তাৱলী গদা। ঈদিসস্‌স ৰাঅউলস্‌স ভদ্দং ভোদু জহিং চেড়িআ বম্‌হনেন সমসীসিআএ দীসদি, মইৰা পঞ্চগৱ্বং চ একসিসং ভণ্ডএ কৰীঅদি, কচ্চং মানিক্কং চ সমং আহৰণে পউঞ্জীঅদি।

বিচক্ষণা: ইধ ৰাঅউলে তং দে ভোদু কণ্ঠট্‌ঠিদং জং অভৰং তিলোঅণো সীসে সমুব্বহদি, তেন অ দে মুহং চূৰীঅদু জেন অসোঅতক দোহলং লদহি।

---

৬০. বৃদ্ধিছিৰৰ ককায়েক হ'ল কৰ্ণ; গাঁতকে কৰ্ণ বা কাণ চিঙি পেলোৱাৰ কথা কৈছে।

৬১. উত্তৰফাল্গুনী নক্ষত্ৰৰ পিছৰ নক্ষত্ৰৰ নাম 'হস্তা' নক্ষত্ৰ; গাঁতকে হস্তা বা হাত দুখন কাটি পেলোৱাৰ কথাৰ ইংগিত দিছে।

৬৩. হৰিবৃদ্ধ; এগৰাকী প্ৰসিদ্ধ কবি। এওঁ ৰাজশেখৰৰ পূৰ্ববৰ্তী কবি আছিল।

৬৪. নন্দিবৃদ্ধ; এৱোঁ ৰাজশেখৰৰ পূৰ্ববৰ্তী এগৰাকী প্ৰসিদ্ধ কবি।

৬৫. পোট্টিশ; ৰাজশেখৰৰ পূৰ্ববৰ্তী কবি; 'গাহাসত্তসই'ত এওঁৰ চাৰিটা গাথা সংকলিত হৈছে।

৬৬. হাল; বিখ্যাত প্ৰাকৃত-কবিতাৰ সংকলন 'গাহাসত্তসই'ৰ সংগ্ৰহকৰ্তা; এগৰাকী প্ৰাচীন ভাৰতীয় ভাওৰ কবি।

**অনুবাদ ঃ**

বিচক্ষণা ঃ (হাঁহি) মোৰ প্ৰথম শাৰীখন মইলৈ গ'ল, তলৈকে, যোৱা তুমি।

বিদূষক ঃ (ভিতি ঘূৰাই) তইও তলৈকে যা, মইলৈ মোৰ আইৰ প্ৰথম দাঁতবিলাক গ'ল। এনে ৰাজকুলৰ ভাল হওক, য'ত এজনী পৰিচাৰিকা আৰু এজন ব্ৰাহ্মণক একে সমানভাৱে চোৱা হয়। মদ আৰু পঞ্চগব্যক একে পাত্ৰতে থোৱাৰ দৰে, কাঁচ আৰু মাণিকক একে অলংকাৰতে লগোৱাৰ দৰে কথা।

বিচক্ষণা ঃ এই ৰাজকুলত ভগৱান ত্ৰিলোচনে যাক মূৰত স্থান দিয়ে সি তোমাৰ কণ্ঠত পৰক;[67] অশোক তৰুৱে যি লাভ কৰিবলৈ অভিলাষ কৰে তাৰে সতে তোমাৰ মুখ চূৰ্ণ কৰা হওক।[68]

**মূল পাঠ ঃ**

বিদূষকঃ ঃ আ দাসীএ পুত্তি টেণ্টাকৰালে কোসসদচট্টিনি বন্ধালোট্টনী এৱং মা ভনাসি। তা মহ মহাবম্হণস্স বঅনেন তং তুমং লহ জং ফগ্‌গুণসমএ সোহঞ্জনো দোহলং লহদি, জং চ পামৰাহিংতো গলিবইল্লো লহদি।

বিচক্ষণা ঃ অহং উন তুহ এৱং ভনন্তস্স নেউৰস্স বিঅ পাঅলগ্গস্স পাত্রণ মুহং চুৰইস্সং। অন্নং চ উত্তৰাসাঢ়াপুৰস্সবনকৃখত্তনামহেঅং অজ্জুঅলং উপ্পাডিঅ ঘল্লিস্সং।

বিদূষকঃ ঃ (সক্ৰোধম্ পৰিক্ৰামতি, জবনিকান্তৰে কিঞ্চিদুচ্চৈঃ) ঈদিসং ৰাঅউলং দূৰে বন্দীঅদি জহিং দাসী বম্হনেন সমং পাড্ডিসিদ্ধিং

---

৬৭. ত্ৰিলোচন বা শিৱই মূৰত অৰ্ধচন্দ্ৰ ধাৰণ কৰে; ডিঙিত ধৰি গতা যাবোতে হাতে অৰ্ধচন্দ্ৰাকৃতি ৰূপ লয়; বিচক্ষণাই ত্ৰিলোচনে মূৰত ধাৰণ কৰা বিদূষকৰ কণ্ঠত পৰিবলৈ কোৱাৰ অৰ্থ হ'ল—ডিঙিত ধৰি গতা মৰা।

৬৮. ৰাণীৰ পদাঘাতত অশোক গছ ফুলে বুলি কবি-প্ৰসিদ্ধি আছে। "অশোক তৰুৱে যি লাভ কৰিবলৈ অভিলাষ কৰে—এই উক্তিৰে বিচক্ষণাই পদাঘাতেৰে বিদূষকৰ মুখ চূৰ্ণ কৰাৰ কথা ক'বলৈ বিচাৰিছে।

কৰেদি। তা অজ্জপহুদি নিঅবম্ভুংধবাবমহণীএ চলনসুসূসুসস্ত ভবিঅ ঘবে জেব চিট্ঠিস্সং ( সর্বে হসন্তি )।

**অনুবাদ :**

বিদূষক : হেৰ বান্দীৰ জী, টেটকুটিয়ানী, পইছা-চুৰুণী, বেশ্যা—তই মোক এনে কথা কৱ ? তেতিয়াহলে এই মহা ব্ৰাহ্মণৰ কথামতে ফাগুন মাহত ছজিনা গছে মানুহৰ পৰা যি পায়[৬৯] আৰু গাঁৱৰ লোকে উদণ্ড গৰুক যি দিয়ে,[৭০] তই তাকে পাবি।

বিচক্ষণা : পুনৰাই যদি তুমি ভ.বিৰ নুপুৰৰ দৰে এনেকুৱা কথাকে বকি থাকা তেন্তে ভবিৰে মুখ গুৰি কৰি পেলাম ; নহ'লে উত্তৰাষাঢ়াৰ পিছৰ নক্ষত্ৰৰ নামেৰে[৭১] তোমাৰ যি অ'গ দুটি আছে উঘালি পেলাম।

বিদূষক : ( খণ্ডেৰে ইফালে সিফালে ঘূৰি নেপথ্যৰ পৰা কিছু চিঞৰি কয় ) এজনী দাসীয়ে য'ত এজন ব্ৰাহ্মণৰ লগত সমানে সমানে কেৰ মাৰিব পাৰে, এনে ৰাজকুলক দূৰৰ পৰাই নমস্কাৰ কৰোঁ। আজিৰ পৰা নিজা ব্ৰাহ্মণী বসুন্ধৰাৰ চৰণ সেৱা কৰিয়েই ঘৰত থাকিম। ( সকলোৱে হাঁহে। )

**মূল পাঠ :**

দেৱী : কীদিসী অজ্জকবিঞ্জলেন বিনা গোট্ঠী, কীদিসী নিঅনঞ্জনেন বিনা পসাহনলচ্ছী।

( নেপথ্যে )

বিদূষকঃ : ন হু ন হু আগমিস্সং। অন্নো কোবি পিঅবিঅস্সো

---

৬৯. ফাগুন মাহত ছাঁজনা পাঁবোতে ছাঁজনা গছৰ ডাল কটা বা ভঙা হয় ; এনেদৰে বিচক্ষণাকো কটা বা মৰা হ'ব।

৭০. উদণ্ড গৰুক মাৰিহে বা নাকী পিন্ধাই শাসন কৰা হয় ; এনেদৰে বিচক্ষণাকো শান্ত কৰা হ'ব বুলি কোৱা হৈছে।

৭১. উত্তৰাষাঢ় নক্ষত্ৰৰ পিছৰ নক্ষত্ৰৰ নাম 'শ্ৰৱণা' নক্ষত্ৰ ; ইয়াত 'শ্ৰৱণা' বা কাণ দুখন উঘালি পেলোৱাৰ কথা কোৱা হৈছে।

অন্বেসীঅন্তু। এসা বা ছুট্‌ঠদাসী লম্বকুচ্চং টপ্পৰকণ্ণং পডিসীসঅং দইঅ মহ ঠানে কৰীঅন্তু। অহং এক্কো মুদো তুম্হানং মঝ্‌ঝে, তুম্হে উন বৰিসসদং জীৱধ।

বিচক্ষণা : মা অনুসন্ধেধ। অমুনঅকৃকলো ক্‌খো কবিঞ্জলো বম্‌হনো সলিলসিত্তো বিঅ সনগুণগ্‌গণ্ঠী গাঢ়দৰো ভোদি।

দেৱী : ( সমাস্তাদৱলোক্য )

গাঅন্তগোৰঅবহুপঅপেশ্বিআসু
দোলাসু বিব্‌ভমৰঙ্গিসু নিবিট্‌ঠদিট্‌ঠী।
জং জাই খঞ্জিঅভুবঙ্গৰহো দিনেসো
তেন চ্চ হোন্তি দিঅহা অহীদীহৰীহা॥ ২১॥

অনুবাদ :

দেৱী : আৰ্য কপিঞ্জল অবিহনে সভা কেনেকৈ? কাজল অবিহনে প্ৰসাধনৰ শোভা কেনেকৈ?

( নেপথ্যৰ পৰা )

বিদূষক : নাই নাই, মই আৰু নাহোঁ। অন্য কোনো সখাৰ অনুসন্ধান কৰক। নহ'লে এই দুষ্টা দাসীক দীঘল দাড়ি-গোঁফ লগাই আৰু ডাঙৰ কাণ থকা মুখা পিন্ধাই মোৰ ঠাইত সখী কৰি লওক। আপোনালোকৰ মাজত মোক মৰা বুলি ধৰি লওক; আপোনালোক এশবছৰ জীয়াই থাকক।

বিচক্ষণা : তেওঁৰ আৰু বিচাৰ নল'ব। অনুনয় কৰিলেই কপিঞ্জল ব্ৰাহ্মণ পানীত তিতা শণৰ গাঁঠিৰ দৰে বেছি শক্তিমান হ'ব।

দেৱী : ( সন্মুখৰ পিনে চাই )

ভৰিৰ বাবা দোলায়িত কৰি গান গাই থকা গোপবধূসকলৰ মনোমুগ্ধকৰ দোলনাৰ প্ৰতি দৃষ্টি নিবদ্ধ কৰি সূৰ্যই খোৰা ঘোঁৰাৰে ৰথ চালনা কৰি থোৱাত দিন অতি দীঘলীয়া হেন হৈছে।[৭২]

৭২. শীতকালতকৈ কান্তকালত দিনবোৰ দীঘলীয়া হোৱাৰ কাৰণ ব্যাখ্যা কৰাৰ কাৰণেই এই চিত্ৰকল্পত্ব কথাটি উল্লেখ কৰা হৈছে।

মূল পাঠ :

( প্রবিশ্য পটাক্ষেপেন )

বিদূষকঃ : আসনং আসনং।

রাজা : কিং তেন।

বিদূষক : ভেরবানন্দো দুবারে চিট্ঠদি।

দেবী : কিং সো জো জনবঅনাদো অচ্চব্ভুদসিদ্ধী সুনীঅদি।

বিদূষকঃ : অধ ইং।

রাজা : পবেসঅ।

( বিদূষকো নিষ্ক্রম্য ভেরৈব সহ প্রবিশতি )

ভৈরবানন্দ : ( কিঞ্চিন্মদমভিনীয় )

মন্তান তন্তান ন কিং পি জানে
ঝানং চ নো কিংপি গুরুপ্পসাআ।
মজ্জং পিআমো মহিলং রমামো
মোক্খং চ জামো কলমগ্গলগ্গা ॥ ২২ ॥

অবি অ।

রণ্ডা চণ্ডা দিক্খিআ ধম্মদারা
মজ্জং মংসং পিজ্জএ খজ্জএ অ।
ভিক্খা ভোজ্জং চম্মখণ্ডং চ সেজ্জা
কোলো ধম্মো কস্স নো ভাই রম্মো ॥ ২৩ ॥

কিং চ।

মুত্তিং ভনন্তি হরিবম্হমুহা বি দেবা
ঝানেন বেঅপঢনেন কউক্কিআহিং।
এক্কেন কেবলমুমাদইএন দিট্ঠো
মোক্খো সমং সুরঅকেলিসুরাবসেহি ॥ ২৪ ॥

অনুবাদ : ( পট আঁতর করি বিদূষকর বেগেরে প্রবেশ। )

বিদূষক : আসন, আসন।

ৰজা : কিহৰ কাৰণে ?

বিদূষক : ভৈৰৱানন্দ দুৱাৰত উপস্থিত।

দেৱী : মানুহৰ মুখত যাৰ অলৌকিক সিদ্ধিৰ কথা শুনো, তেৱেঁই নেকি ?

বিদূষক : অঁ, তেৱেঁই।

ৰজা : আহিবলৈ দিয়া।

( বিদূষক ওলাই গৈ ভৈৰৱানন্দৰ সৈতে প্ৰবেশ কৰে। )

ভৈৰৱানন্দ : ( সামান্য মত্ততাৰ অভিনয় কৰি )

মন্ত্ৰ-তন্ত্ৰ মই একো নাজানো ; গুৰুৰ অনুগ্ৰহত ধ্যানৰো প্ৰয়োজন নাই। কৌলপন্থা অনুসৰণ কৰি মদপান কৰোঁ, মহিলা ৰমণ কৰোঁ আৰু মোক্ষপথ লাভ কৰোঁ ॥ ২২ ॥

আৰু—

কৌলধৰ্মত দীক্ষিতা ভ্ৰষ্টা, উগ্ৰা সকলো নাৰীয়েই মোৰ ধৰ্মপত্নী। মদ খাওঁ, মাংস খাওঁ, ভিক্ষাৰে ভোজন কৰোঁ, চৰ্মখণ্ডত শয়ন কৰোঁ ; এনে ধৰণৰ কৌলধৰ্ম কাৰণো ৰমণীয় নহয় ॥ ২৩ ॥

আৰো—

হৰি-ব্ৰহ্মা প্ৰমুখ দেৱতাই ধ্যান, বেদপাঠ, যাগ-যজ্ঞত মোক্ষ হয় বুলি কয়। একমাত্ৰ উমাপতিয়েহে ( শিৱই ) সুৰতি-কেলি আৰু সুৰাপানৰ যোগেদি মোক্ষ লাভ হয় বুলি বিধান দিছে ॥ ২৪ ॥

মূল পাঠ :

ৰাজা : ইদং আসনং। উৱৱিসদু ভেৰৱানন্দো।

ভৈৰৱানন্দঃ : ( উপবিশ্য ) কিং কাদব্বং।

ৰাজা : কহিং পি কিংএ অচ্ছৰিঅং দট্ঠুং ইচ্ছামি।

ভৈৰৱানন্দঃ : দংসেমি তং পি সসিনং বসুহাবইণ্ণং

থাম্ভেমি তস্স বি ৰইস্স ৰহং নহদ্ধে।

আনেমি জক্‌খসুবসিদ্ধগণজনাও
তং নথি ভুমিবলএ মহ জং ন সজ্ঝং ॥ ২৫ ॥

তং ভন কিং কবীঅহু।

ৰাজা : (বিদূষকং বিলোক্য) বঅস্‌স ভন। কহিংপি অপুব্বং দিট্‌ঠং মহিলাবদনং।

বিদূষকঃ : অথি এথ দক্‌খিণাবথে বচ্ছোমং নাম নঅবং। তহিং মএ এক কন্নাবদনং দিট্‌ঠং। তং ইধ আনীঅহু।

ভৈবৰানন্দঃ : আনীঅদি।

ৰাজা : আবদাবীঅহু পুন্নিমাহবিণকো ধবণীদলে।

(ভৈবৱানন্দো ধ্যানং নাটয়তি)

(ততঃ প্ৰবিশতি পটাক্ষেপেণ নায়িকা। সৰ্বেহৱলোকয়ন্তি)

অনুবাদ :

ৰজা : এয়া আসন ; বহক ভৈবৱানন্দ।

ভৈবৱানন্দ : (বহি) কি কৰিব লাগিব ?

ৰজা : যি কোনো এটা আচৰিত কাম চাবৰ ইচ্ছা কৰোঁ।

ভৈবৱানন্দ : চন্দ্ৰক মাটিলৈ নমাই আনি দেখুৱাব পাৰোঁ ; আকাশৰ মাজপথত সূৰ্যৰ ৰথ ৰখাব পাৰোঁ ; যক্ষ, দেৱতা, সিদ্ধসকলৰ ৰমণীক ইয়ালৈ আনিব পাৰোঁ ; এই ভূমণ্ডলত মোৰ সাধ্যৰ অতীত একো নাই ॥ ২৫ ॥

এতিয়া কওক, কি কৰিব নালাগে।

ৰজা : (বিদূষকৰ পিনে চাই) সখা কোৰাঁচোন, কেনিবাদি কোনো অপূৰ্ব নাৰীৰয় তোমাৰ চকুত পৰিছেনেকি ?

বিদূষক : দক্ষিণাপথত বিদৰ্ভ নামেৰে এখন নগৰ আছে ; তাতে মই এগৰাকী কন্যাৰত্ন দেখিছিলোঁ। তেওঁকেই ইয়ালৈ অনা হওক।

ভৈবৱানন্দ : আনিছোঁ বাৰু।

ৰজা : সেই পূৰ্ণিমাৰ চন্দ্ৰকেই পৃথিৱীলৈ নমাই আনক।
( ভৈৰৱানন্দই ধ্যানৰ অভিনয় কৰে )

( তাৰপিছত পৰ্দা আঁতৰাই নায়িকাই প্ৰবেশ কৰে, সকলোৱে চাই থাকে। )

মূল পাঠ :

ৰাজা : অহহ অচ্ছৰিঅং অচ্ছৰিঅং।
অং ধোঅঞ্জনসোনলোঅনজুঅং লগ্‌গালঅগ্‌গং মুহং
হত্থা লম্বিঅকেসপল্লবচএ দোলন্তি জং বিন্দুনো।
জং একং সিঅঅম্বলং নিবসিঅং তং ণ্হানকেলিট্ঠিআ
আনীআ ইঅমব্‌ভুএকজননী জোঈসবেণামুনা ॥ ২৬ ॥

অবি অ।

একেন পানিনলিনেন নিবেসঅন্তী
পোত্তঅলং ঘনথনথলসংসমানং।
চিত্তে লিহিজ্জই ন কস্‌স বি সংজমন্তী
অন্নেন চঙ্কমনও চলিঅং কডিল্লং ॥ ২৭ ॥

অনুবাদ :

ৰজা : আহ ; আচৰিত আচৰিত।
কাজল ধুই যোৱাত চকু দুটা ঈষৎ ৰক্তাভ হৈ পৰিছে, চুলিৰ আগ মুখত লিপিত খাই আছে ; হাতেৰে ধৰি থকা পল্লৱৰ দৰে কেশগুচ্ছৰ পৰা বিন্দু বিন্দু পানী ওলমি পৰিছে। এখন মাত্ৰ তিতা কাপোৰ পিন্ধি থকা এওঁ স্নানক্ৰীড়াৰত হৈ আছিল ; বিস্ময় সৃষ্টি কৰিব পৰা এওঁকেই যোগীশ্বৰে ইয়ালৈ লৈ আনিছে ॥ ২৬ ॥

আৰু—

স্থূল পয়োধৰযুগলৰ পৰা খহি পৰিব খোজা চাদৰৰ আগটোক পদুমৰ দৰে হাত এখনেৰে ঠিক কৰি দিছে ; আনখন হাতেৰে খোজৰ লহৰ বাবে পিচলি পৰিব খোজা ককালৰ কাপ ধৰি

বাখিবলৈ বিচৰা হৈছে। এনে অৱস্থাৰ এই নায়িকাৰ চিত্ৰ কেতিয়াও অংকন কৰিব পৰা নাযাব ॥ ২৭ ॥

মূল পাঠ ঃ

বিদূষকঃ ঃ ন হানাৱ মুক্কাহৰণুচ্ছআএ তৰঙ্গভংগকৃখঅমণ্ডণাএ।
ওল্লংসুওল্লাসিতমুল্লআএ সুন্দেৰসব্বসৃসমিমীএ দিট্‌ঠী ॥ ২৮ ॥

নায়িকা ঃ (সৰ্বাণৱলোক্য, স্বাগতম্) এসো মহাৰাও কোবি ইমিনা গম্ভীৰমহুৰেন সোহাসমুদএন জানীঅদি। এসা বি এদস্‌স মহাদেবী তক্কীঅদি। অদ্ধনাৰীস্‌সৰস্‌স বামদ্ধে অকখিদো বি গোৰী মুনীঅদি। এসো বি জোঙ্গসৰো। এস উন পৰিঅনো। (বিচিন্ত্য) তা কিং ত্তি এদস্‌স দইদাসহিদস্‌স বি দিট্‌ঠী মং বহু মন্নেদি। (ইতি ত্ৰ্যস্ৰং বীক্ষ্যতে)

ৰাজা ঃ (বিদূষকমপবাৰ্য্য)

জং মুক্কা সবণন্তৰেণ সহসা তিকৃখা কডকৃখচ্ছডা
ভিন্নাঅভ্‌টিঅকেঅঅগি্‌গম দলদ্দোনী সবিচ্ছচ্ছৰী।
তং কৰ্পূৰৰসেন নং ধৱলিও জোন্‌হাএ নং ন্‌হাবিও
মুত্তানং ঘনবেণুনব্ব ছুবিও জাও-ম্‌হি এথন্তৰে ॥ ২৯ ॥

অহো সে ৰূবসোহা।

মন্নে মজ্‌ঝং তিবলিবলিঅং ডিম্ভমুট্‌ঠীঅ গেজ্‌ঝং
নো বাহূহিং ৰমণফলঅং বেঢ্‌ঠিউং জাই দোহিং।
নেত্তকৃখেত্তং তৰুণপসঈদিজ্জমানোৰমানং
তা পচ্চকৃখং মহ বিলিহিউং জাই এসা ন চিত্তে ॥ ৩০ ॥

বিদূষকঃ ঃ কধং মহানখোলবিলেৰনা-বি সমুত্তাবিদঙ্গসনা বি ৰমণিজ্জা।

অথ বা—

ৰূবেণ মুক্কা বি বিহূসঅন্তি, তানং অলংকাৰৰসেন সোহা।
নিসগ্‌গচঙ্গস্‌স বি মানুসস্‌স সোহা সমুম্মীলই ভূসণেহিং ॥ ৩১ ॥

অনুবাদ ঃ

বিদূষক ঃ মানব কাৰণে সকলো আভৰণ খুলি থৈ দিছে,

পানীৰ খলকণিত প্ৰসাধনৰ প্ৰলেপ উঠি গৈছে ;
তিতাকাপোৰ গাত থকাত তনুলতা প্ৰকট হৈছে ;
দৃষ্টি যেন তেওঁৰ সকলো সৌন্দৰ্যৰ থুপ ॥ ২৮ ॥

নায়িকা ঃ (সকলোৰে পিনে চাই, নিজে নিজে) এখেতেই বোধহয় ৰজা—গম্ভীৰ অথচ মধুৰ সৌন্দৰ্য-সম্ভাৰ দেখিয়েই বুজিব পৰা গৈছে। এখেতেই বোধহয় মহাৰাণী—অৰ্ধনাৰীশ্বৰৰ (শিৱৰ) বাওঁফালে বহা গৰাকীৰ নাম নক'লেও গৌৰী বুলি জনা যায়। এখেত বোধহয় যোগীশ্বৰ আৰু এইসকল পাৰিষদ। (চিন্তা কৰি) কিন্তু, স্ত্ৰী-সমন্বিত যদিও এখেতে মোক বিমুগ্ধ দৃষ্টিৰে চাইছে (এই বুলি কটাক্ষ দৃষ্টিৰে চালে।)

ৰজা ঃ (বিদূষকৰ কাষ চাপি মনে মনে)
ভ্ৰমৰ-আকৃষ্ট কেতেকী ফুলৰ পাহিৰ দৰে[৭৩] তেওঁৰ চকুৰ কটাক্ষ দৃষ্টি কাণৰ কাষেদি আহি মোৰ পিনে নিক্ষিপ্ত হ'ল ; মই যেন কৰ্পূৰ বসত ধৰলিত হ'লো, জোনাকত যেন গা ধুলোঁ, মুকুতাৰ ঘন ৰেণুৰে ৰঞ্জিত হ'লো ॥ ২৯ ॥

আহ্ কি ৰূপৰ শোভা !
ভাৱ হয় এওঁৰ ত্ৰিবলী-শোভিত মাজভাগ শিশুৰ হাতৰ মুঠিৰেও যেন ধৰিব পৰা যাব ; কিন্তু জঘন-প্ৰদেশ দুই বাহুৰেও আঁকোৱালি ধৰিব পৰা নাযাব। তৰুণৰ (শিশুৰ) মেলি ধৰা হাতৰ অলুৱাৰ লগতহে[৭৪] এওঁৰ চকু দুটা তুলনা কৰিব পাৰি। মই চকুৰ আগত এওঁক যেনেদৰে দেখিবলৈ পাইছোঁ, তেনেদৰে কোনেও চিত্ৰত অংকন কৰিব নোৱাৰিব ॥ ৩০ ॥

বিদূষক ঃ গা ধোওঁতে সকলো প্ৰসাধন ধুই গ'লেও, সমস্ত আভৰণ

৭৩. নায়িকাই কটাক্ষ দৃষ্টি নিক্ষেপ কৰোঁতে চকুৰ মণি একোনটে গৈছে আৰু বাকী অংশ বগা হৈ আছে ; একোনটে যোৱা মণি যেন এটা ভ্ৰমৰ আৰু বগা অংশ যেন দীঘল, সামান্য গভীৰ কেতেকীৰ পাহি।

৭৪. নায়িকাৰ চকুৰ বিস্তৃতি তৰুণৰ মেলি ধৰা হাতৰ অলুৱাৰ লগত তুলনা কৰা হৈছে।

শৰীৰৰ পৰা সোলোকাই ৰাখিলেও তেওঁক কেনে যে সুন্দৰ দেখা গৈছে। অথবা—

কুৰূপাই নিজকে অলংকাৰেৰে বিভূষিত কৰে আৰু তাৰ দ্বাৰা নিজৰ সৌন্দৰ্য বঢ়াই, যি স্বভাৱতে সুন্দৰী অলংকাৰত তেওঁৰ সৌন্দৰ্য আৰু বিকশিত হয়॥ ৩১॥

মূল পাঠঃ

ৰাজা : এদাএ দাব এদং। জদো।

লাৱন্ন নবজচ্চকঞ্চননিহং নেত্তান দীহত্তন'

কন্নেহিং খলিঅং কবোলফলআ দোথগুচন্দোবমা।

এসা পঞ্চসবেণ কডঢিঅধমুদ্দণ্ডেন বকৃখিজ্জএ

জেনং সোসনমোহনপ্‌পহুইনো বিদ্ধন্তি মং মগ্‌গনা॥ ৩২॥

বিদূষকঃ : ( বিহস্য ) জানাদি বচ্ছাবাদো লৰীসোডীবত্তনং।

অনুবাদ :

ৰজা : এই কথা এওঁৰ ক্ষেত্ৰতো খাটে। কিয়নো—

এওঁৰ ৰূপৰ জেউতি নতুন খাটি সোণৰ দৰে ; চকু দুটা কাণলৈকে বৈ পৰা ; গাল দুখন যেন সোনৰ দুটা কালে ; কামদেৱে সজ্জিত ধনুৰে এওঁক নিশ্চয় ৰক্ষা কৰি আছে—সেয়েহে শোষণ, মোহন প্ৰভৃতি শৰৰ দ্বাৰা মই বিদ্ধ হৈছোঁ॥ ৩২॥

বিদূষক : ( হাঁহি ) লতাৰ শৌৰ্য কিমান ধুমুহাই ভালদৰে জানে।[৭৫]

মূল পাঠঃ

ৰাজা : ( বিহস্য ) পিঅবঅস্‌স, কধেমি দে।

অজং চজং নিঅগুণগণালংকিঅং কামিনীনং

পচ্চা অন্তী উন তনুসিৰিং ভাই নেবচ্ছলচ্ছী।

ইথং জানং অবঅবগআ কা বি সুন্দেৰমুদ্দা

মন্নে তানং বলইঅধনু নিচ্চডিজ্জো অনজো॥ ৩৩॥

৭৫. ধুমুহাত লতা বিদৰে বাগৰি পৰে তেনেদৰে ৰজাৰ অনুৰোগৰূপী ধুমুহাত লতাৰূপী নায়িকাই আত্মসমৰ্পণ কৰিব।

অবি অ। এদা এ।

তহা ৰমণবিথৰো জহ ন ঠাই কঞ্চীলআ
তহা সিহিনতুঙ্গিমা জহ নিএই নাহিং ন হু।
তহা নঅনবাড্‌ঢিমা জহ ন কিং পি কম়ূপ্পলং
তহা অ মুহমুজ্জলং দুসসিনী জহা পুন্নিমা ॥ ৩৪ ॥

অনুবাদ :

ৰজা : (হাঁহি) সখা, কওঁ শুনা—

কামিনীসকলৰ অংগৰ সৌন্দৰ্য নিজ গুণেৰেই অলংকৃত হয়, প্ৰসাধনৰ দ্বাৰা শৰীৰৰ সৌন্দৰ্য আবৃত হৈহে প্ৰকাশ লাভ কৰে। যাৰ অংগত স্বাভাৱিক সৌন্দৰ্য বিৰাজমান, তেওঁৰ ওচৰত অনংগই ধনু ধৰি থাকি ভৃত্যৰ কাম কৰে বুলি মোৰ ধাৰণা হয় ॥ ৩৩ ॥

আৰু—

এওঁৰ নিতম্ব ইমান বিশাল যে তাত কাঞ্চীলতাৰ[৭৬] ঠাই নাই, স্তনযুগল ইমান উন্নত যে নিজৰ নাভিকো দেখা নাপায়, চকু দুটি ইমানেই বিস্তৃত যে কৰ্ণোৎপলৰ[৭৭] ঠাই নাই, মুখমণ্ডল ইমানেই উজ্জ্বল যে দুটা চন্দ্ৰযুক্ত পূৰ্ণিমাহে[৭৮] ॥ ৩৪ ॥

মূল পাঠ :

দেৱী : অজ্জ কবিঞ্জল, পুচ্ছিঅ জান কা এস ত্তি।

বিদূষক : (তাং প্ৰতি) এহি মুহুত্তং, উবৱিসিঅ নিবেদেহি কা তুমং ত্তি।

দেৱী : আসনং ইমাএ।

বিদূষক : এদং মে উত্তৰীঅং।

(বিদূষক নায়িকে বস্ত্ৰাসনোপৱেশনে নাটয়তঃ।) সংপদং কহীঅদু।

৭৬. নাৰীয়ে সৌন্দৰ্য বৰ্ধনৰ বাবে কঁকালত পিন্ধা অলংকাৰ বিশেষ।

৭৭. নায়িকাৰ চকু আকৰ্ণ বিস্তৃত কাৰণে কাণক অলংকৃত কৰিবৰ কাৰণে উৎপলৰ ঠায়েই নাই, অৰ্থাৎ কাণক উৎপলেৰে অলংকৃত কৰিব নোৱাৰি।

৭৮. নায়িকাৰ মুখৰ উজ্জ্বলতা পূৰ্ণিমাৰ পূৰ্ণচন্দ্ৰৰ দৰে: ‘দুটা চন্দ্ৰযুক্ত পূৰ্ণিমা’ৰ অৰ্থ হৈছে পূৰ্ণিমাত দুটা চন্দ্ৰৰ উদয়;—এটা আকাশৰ আৰু আনটো নায়িকাৰ মুখমণ্ডল।

নায়িকা : অথি এথ দক্খিনাবধে কুন্তলেসুং সঅলজন বল্লহবাও নাম ৰাআ।

দেৱী : (স্বগতম্) জো মহ মাতুচ্ছও ভোদি।

নায়িকা : তস্স ঘৰিণী সসিপ্পহা নাম।

দেৱী : (স্বগতম্) সা বি মে মাতুচ্ছিআ।

নায়িকা : (বিহস্য) তেহিং অহং খলখণ্ডেহিং কিনিদা ত্তি বুচ্চামি।

দেৱী : (স্বগতম্) ন হু সসিপ্পাহগব্ভুপত্তিং অন্তৰেণ ঈদিসী ৰূবসোহা। ন হু বিডুৰভূমিং অন্তৰেণ বেরুলিঅ মণিসলাআ নিপ্পজ্জদি। (প্ৰকাশম্) নং তুমং কৰ্পূৰমঞ্জৰী।

(নায়িকা অধোমুখী তিষ্ঠতি)

অনুবাদ :

দেৱী : আৰ্য কপিঞ্জল, সুধি জানাচোন এওঁনো কোন ?

বিদূষক : (তেওঁৰ প্ৰতি) হেৰা মুগ্ধমুখী ; বহাঁ। তুমিনো কোন কোৱাচোন।

দেৱী : তেওঁক বহিবলৈ দিয়া।

বিদূষক : এয়া মোৰ চাদৰখনতে বহা।

(বিদূষকে নায়িকাক গাৰ চাদৰখন দিয়ে ; নায়িকা তাতে বহে।) এতিয়া কোৱাঁ।

নায়িকা : দক্ষিণাপথৰ কুন্তলৰাজ্যত বল্লভৰাজ নামেৰে সকলোৰে প্ৰিয় এজন ৰজা আছে।

দেৱী : (নিজে নিজে) তেওঁ দেখোন মোৰ মহা।

নায়িকা : তেখেতৰ গৃহিণীৰ নাম শশীপ্ৰভা।

দেৱী : (নিজে নিজে) তেওঁতো মোৰ মাহী।

নায়িকা : (হাঁহি) তেওঁলোকে খলখণ্ড দি কিনি[৭৯] লোৱা মোক তেওঁলোকৰে জীয়াৰী বুলি কোৱা হয়।

---

৭৯. অনেক সম্প্ৰদায়ৰ মাজত সন্তান ওপজাৰ পিছত সন্তান ভালে-কুশলে থাকিবৰ কাৰণে সামান্য বস্তু, যেনে কড়ি, মুদ্ৰা, খলিচ আদিৰে কিনি লোৱাৰ প্ৰথা আছে। এনে লোক-বিশ্বাস ৰাজশেখৰৰ সময়তো প্ৰচলিত আছিল। কৰ্পূৰমঞ্জৰীকো এনেদৰে মাক-বাপেকে খলখণ্ড বা খলিচ দি কিনি লৈছিল।

দেৱী : ( নিজে নিজে ) শশীপ্ৰভাৰ গৰ্ভজাত নহ'লে এনে ৰূপৱতী আন কোনো হ'ব নোৱাৰে। বৈদূৰ্যমণি বৈদূৰ্যখনিৰ অবিহনে আনৰ পৰা উৎপন্ন হ'ব নোৱাৰে। ( প্ৰকাশ কৰি ) তুমি জেছে কৰ্পূৰমঞ্জৰী ?

( নায়িকা তলমুৰা হৈ থাকে )

মূল পাঠ :

দেৱী : এহি বহিনিএ আলিঙ্গসু মং। ( ইতি পৰিৰজতে )

নায়িকা : অম্‌হে কৰ্পূৰমঞ্জৰীএ অসো পঢমো পনামো।

দেৱী : অজ্জ মএ ভেৰবানন্দ তুম্ব পসাএণ অপূৰ্ব্বং সংবিহানঅং অনুভবিদং বহিনিআএ দংসনেন। তা চিট্‌ঠদু দাব পঞ্চদস দিবসাইং। পচ্ছা ঝানবিমানেন পুনো নইস্‌সধ।

ভৈৰবানন্দঃ : জং ভনাদি দেৱী।

অনুবাদ :

দেৱী। আহা ভনী, মোক আলিংগন কৰঁা। ( এই বুলি আলিংগন কৰে )

নায়িকা : কৰ্পূৰমঞ্জৰীৰো এই প্ৰথম প্ৰণাম লওক।

দেৱী : আৰ্য ভৈৰবানন্দ, আপোনাৰ অনুগ্ৰহতে অপূৰ্ব ঘটনাটো সংঘটিত হৈ ভনীক দেখা পালো। এওঁ পাঁচ-দহ দিনমান ইয়াতে থাকক। পিছত ধ্যান-বিমানেৰে পুনৰ লৈ যাব।

ভৈৰবানন্দ : মহাৰাণীয়ে যি কয়।

মূল পাঠ :

বিদূষকঃ : ( ৰাজানমুদ্দিশ্য ) ভো অম্‌হে পৰং দুৱে বি ৰাহিৰা তুমং অহং চ। জদো এদানং মিলিদং কুডুবং বট্টেদি। জদো ইমাও দুবে-বি বহিনিআও। ভেৰৱানন্দো উন এদানং সংজোঅঅৰো অজ্জিদো মহগ্‌ঘিও অ। এসো-বি মহীদলসবস্‌সদী কুট্টিনী দেহজ্জৱেণ দেৱী জেব।

দেৱী : বিঅক্‌খনে, নিঅজেট্‌ঠবহিনিমং সুলক্‌খনং ভনিঅ ভেৰবানন্দস্‌স হিঅইচ্ছিআ সবজ্জা কাদব্বা'।

বিচক্ষণা : জং দেৱী আনবেদি।

দেৱী : (ৰাজানং প্ৰতি) অজ্জউত্ত, পেসেহি মং জেন অহং বহিনিআএ এদাৰথাএ নেৰচ্ছলচ্ছীলীলানিমিত্তং অন্তেউৰং গমিস্সং।

ৰাজা : জুজ্জদি চম্পঅলদাএ কথ্ বিআকপ্পূৰেহিং আলবালপূৰণং।

অনুবাদ :

বিদূষক : (ৰজাক উদ্দেশ্য কৰি) হেৰি আপুনি আৰু মই—এই দুইজনহে এতিয়াৰ পৰা বাহিৰা মানুহ। এওঁলোক আত্মীয় হিচাপে মিলিত হৈছেই—কাৰণ এওঁলোক দুয়ো বাই-ভনী। দুয়েকে মিলাই দি ভৈৰৱানন্দইও মান-সংকাৰ লাভ কৰিছে। আৰু এই পৃথিৱীৰ সৰস্বতী কুটনীজনী (বিচক্ষণা) ৰাণীৰ দ্বিতীয় দেহ যেন।

দেৱী : বিচক্ষণা, তোমাৰ বাইদেউৰা সুলক্ষণাক কোঁৱাৰীগৈ ভৈৰৱানন্দৰ ইচ্ছানুসাৰে পৰিচৰ্যা কৰে যেন।

বিচক্ষণা : মহাৰাণীৰ যি আদেশ।

দেৱী : (ৰজাৰ প্ৰতি) আৰ্যপুত্ৰ, এনে অৱস্থাত থাকিবলগা হোৱা ভনীৰ বেশভুষাৰ বাবে মোক অন্তেষপুৰলৈ যাবলৈ দিয়ক।

ৰজা : চম্পকলতাৰ পানীৰখা গাঁত কস্তুৰী আৰু কৰ্পূৰেৰেহে পূৰ্ণ কৰাতো উচিত।[৮০]

মূল পাঠ :

(নেপথ্যে)

বৈতালিকয়োৰেকঃ : সুহাঅ সংঝা ভোদু দেৱস্স্।

এঅং ৰাসৰজীৰ পিণ্ডসৰিসং চণ্ডংসুনো মণ্ডলং
কো জানাই কহিং পি সংপই গতং পত্তম্মি কালন্তৰে।
জাআ কিং-চ ইঅং-পি দীহৰিৰহং, সোউন নাহে গএ
মুদ্দামুদ্দিঅলোঅন-ৰা নলিনী মীলন্তপত্তেক্কহা ॥৩৫॥

৮০. চম্পকলতাৰ গুৰিত পানী ধৰি ৰাখিবৰ কাৰণে বিভিন্ন গছ-পাত আদিৰে বান্ধ দিয়া হয়—যাতে পানী ওলাই যাব নোৱাৰে। এনেদৰে চম্পকলতা সদৃশ কৰ্পূৰমঞ্জৰীকো কৰ্পূৰ আৰু কস্তুৰীৰে পূৰ্ণ কৰিব লাগে অৰ্থাৎ মূল্যৱান বস্ত্ৰ-অলংকাৰেৰে সজাই তুলিব লাগে।

দ্বিতীয়ঃ ঃ উহ্ঘাডিজ্জন্তি লীলামণিমঅবলহীচিত্তভিত্তীনিল্লো
পল্লঙ্কো কিংকৰীহিং উভুসমঅসুহা পথবিজ্জন্দি ঋত্তি।
সেৰন্ধীলোলহথঙ্গুলিচলনকলা পট্টসদ্দো পঅট্টো
হুংকাৰো মণ্ডবেসুং বিলসই মহুৰো কণ্ঠঠকুট্‌ঠঅনাৰ্বং ॥৬৯॥

ৰজা ঃ অম্হে বি সংঝং বন্দিছুং গমিস্সামো।

( ইতি নিষ্ক্রান্তাঃ সৰ্বে )

## ॥ প্ৰথমং জৱনিকান্তৰম্ ॥

**অনুবাদ ঃ**

বৈতালিক দুজনৰ এজন ঃ সঙ্খিয়াটো মহাৰাজৰ সুখৰ হওক'। দিনৰ হৃৎপিণ্ডস্বৰূপ তীক্ষ্ণ কিৰণযুক্ত সূৰ্য তাৰ কালান্তত এতিয়া কেনি গ'ল কোনেও নাজানে। সূৰ্যৰ অস্তগমনত দীৰ্ঘ বিৰহৰ কথা শুনি পদুমেও শোকত মূৰ্ছা গৈ মুদ্রিত নয়না নায়িকাৰ দৰে পংকজ-নয়ন জপাই পেলালে।

দ্বিতীয়জন ঃ মণিময় কাৰুকাৰ্যখচিত আৰু বহু চিত্ৰৰে শোভিত মন্দিৰৰ চূড়াসদৃশ ওপৰ মহলৰ বাসগৃহৰ দুৱাৰবোৰ লিগিৰীবিলাকে মুকলি কৰিছে ; সন্ধ্যাসময়ত তেওঁলোকে সুখদায়ক বিলাসী শয্যা-সমূহ সজাবলৈ ধৰিছে , সৈৰন্ধ্ৰীৰ চঞ্চল আঙুলিৰ স্পৰ্শত পাটৰ কাপোৰত খচমচনিৰ শব্দ উঠিছে , কুঞ্জে কুঞ্জে কণ্ঠ-তুষ্ট নাৰী-সকলৰ আনন্দময় ধ্বনি বিয়পি পৰিছে।

ৰজা ঃ আমিও সন্ধ্যাৰ বন্দনা কৰোঁ গৈ, ৰলা।

( সকলো ওলাই যায় )

প্ৰথম যৱনিকা

## ॥ অপভ্ৰংশ সাহিত্য ॥

গ্ৰীয়ৰ্ছন প্ৰমুখ একাংশ আধুনিক ভাৰতীয় ভাষাতাত্ত্বিক পণ্ডিতে প্ৰাকৃত যুগৰ শেষ উপস্তৰৰ ভাষাক বা প্ৰাকৃত ভাষাৰ বিৱৰ্তনৰ সৰ্বশেষ স্তৰক (খৃষ্টাব্দ ষষ্ঠ শতাব্দীৰ পৰা দশম শতাব্দীমান পৰ্যন্ত) 'অপভ্ৰংশ' বুলি অভিহিত কৰিছে; সাহিত্যত ব্যৱহৃত প্ৰাকৃততকৈ ই সবলতৰ আৰু ইয়াৰ পৰাই আধুনিক ভাৰতীয় ভাষাসমূহৰ উৎপত্তি হৈছে। কিন্তু 'অপভ্ৰংশ'ৰ প্ৰাচীন উল্লেখ, সাহিত্যৰ নিদৰ্শন, প্ৰাচীন ভাৰতীয় আলংকাৰিক আৰু বৈয়াকৰণসকলৰ দ্বাৰা ইয়াৰ স্বকীয় অস্তিত্বৰ কথা ঘোষণা ইত্যাদি কথা বিচাৰ-বিশ্লেষণ কৰি চালে অপভ্ৰংশক কেৱল প্ৰাকৃতৰ শেষ স্তৰতে উদ্ভূত বা বিকাশ হোৱা ভাষা বুলি মত পোষণ কৰিব নোৱাৰি।

খৃষ্ট-পূৰ্ব দ্বিতীয় শতাব্দীতে বৈয়াকৰণ পতঞ্জলিয়ে তেওঁৰ 'মহাভাষ্য'ত অপভ্ৰংশক কোনো প্ৰতিষ্ঠিত ভাষা বুলি উল্লেখ নকৰি সংস্কৃতৰ বিকৃত ৰূপৰ বা সাধাৰণ লোকৰ কথ্য-ৰূপৰ অৰ্থত 'অপভ্ৰংশ' শব্দৰ সৰ্বপ্ৰথম উল্লেখ কৰিছিল। ভাষাৰ স্বাভাৱিক পৰিবৰ্তনৰ গুণত অথবা বিভিন্ন আৰ্যেতৰসকলৰ ধ্বনি-উচ্চাৰণৰ প্ৰভাৱৰ ফলত বৈদিক-সংস্কৃত শব্দৰ যি বিকৃতি ঘটিছিল বা পৰিবৰ্তিত ৰূপ লাভ কৰিছিল তাক লক্ষ্য কৰিয়েই তেওঁ মন্তব্য কৰিছিল: 'অপশব্দ অনেক, শুদ্ধ শব্দ অল্পীয়া; একো একোটা শব্দৰ অনেক অপভ্ৰষ্ট শব্দ দেখা যায়, যেনে 'গো' এই শব্দৰ গাবী, গোনী, গোতা, গোপ-তালিকা ইত্যাদি অপভ্ৰংশ শব্দ দেখা যায়।'* গতিকে খৃষ্ট-পূৰ্ব যুগত 'অপভ্ৰংশ' শব্দ তদানীন্তন কথ্যৰূপৰ অৰ্থত বা অপাণিনীয় অপশব্দৰ অৰ্থত ব্যৱহাৰ কৰা হৈছিল।

---

*'ভূয়াংসোঽপশব্দাঃ অল্পীয়াংসঃ শব্দাঃ। একৈকস্য হি শব্দস্য বহবোঽপভ্ৰংশাঃ, তদ্যথা গৌৰিত্যস্য শব্দস্য 'গাবী', 'গোণী', 'গোতা' 'গোপোতালিকা' ইত্যেবমাদয়োঽপভ্ৰংশাঃ।'
পতঞ্জলিঃ 'মহাভাষ্য'।

কিন্তু খৃষ্টোত্তৰ যুগত সংস্কৃত আলংকাৰিক আৰু প্ৰাকৃত-বৈয়াকৰণ-সকলে অপভ্ৰংশক সাহিত্যিক-প্ৰাকৃতৰ লগতে অন্যতম এক প্ৰাকৃত বুলি স্বীকৃতি দিছে আৰু অপভ্ৰংশৰ বিভিন্ন উপভাষা সম্পৰ্কেও বিশদ আলোচনা কৰিছে। ইয়াৰ কাৰণ হ'ল,—সাহিত্যিক-প্ৰাকৃতৰ লগে লগে সাহিত্যত অপভ্ৰংশৰো প্ৰয়োগ। খৃষ্টীয় দ্বিতীয়-তৃতীয় শতাব্দীৰ বুলি অনুমান কৰা বিমলসূৰীৰ জৈন-ৰামায়ণ 'পউমচৰিয়' নামৰ কাব্যত মহাৰাষ্ট্ৰী প্ৰাকৃতৰ লগতে প্ৰচুৰ অপভ্ৰংশ শব্দ আৰু ৰূপৰ প্ৰয়োগ লক্ষ্য কৰা যায়। চতুৰ্থ শতাব্দীৰ মহাকবি কালিদাসৰ 'বিক্ৰমোৰ্বশীয়' নাটকৰ ৪ৰ্থ অংকৰ গীতসমূহ অপভ্ৰংশতে লেখা হৈছে।

সময়ৰ অগ্ৰগতিৰ লগে লগে যেতিয়া প্ৰাকৃতৰ কথ্য-ৰূপৰ অৱলম্বনত ধৰ্মীয়-শিষ্টৰূপ গঢ়ি উঠি যেতিয়া বৌদ্ধ আৰু জৈন ধৰ্ম-সাহিত্যত ব্যৱহাৰ হ'বলৈ ধৰিল আৰু সাহিত্যত ব্যৱহৃত আঞ্চলিক ৰূপবোৰ ক্ৰমশঃ স্পষ্ট হৈ শিষ্ট-জনোচিত হৈ উঠিল, তেতিয়া এই সাহিত্যিক ৰূপৰ লগে লগে জনসাধাৰণৰ যি কথ্যৰূপ বৰ্তি আছিল তাতো লোককথা বা লোকগীত-পদ সৃষ্টি নোহোৱাকৈ থকা নাছিল। কিন্তু এই কথ্য-ৰূপত যেতিয়া উচ্চমানৰ কবিতা আদি সৃষ্টি হৈ জনসাধাৰণৰ মাজত জনপ্ৰিয় হৈ পৰিল আৰু ধৰ্মীয় সাহিত্যিক সকলে (বিশেষকৈ জৈন ধৰ্মাৱলম্বীসকলে) সাহিত্যত ব্যৱহাৰ কৰিবলৈ ধৰিল তেতিয়া প্ৰাচীন সংস্কৃত আলংকাৰিক আৰু বৈয়াকৰণ সকলে কথ্যাশ্ৰিত এই সাহিত্যিক ৰূপটোক 'প্ৰাকৃতম অপভ্ৰষ্টম' বুলি 'অপভ্ৰংশ প্ৰাকৃত' বা 'প্ৰাকৃতৰে এক ৰূপ' বুলি স্বীকৃতি দিবলৈ ধৰিল। ষষ্ঠ শতাব্দীৰ চণ্ডই 'প্ৰাকৃত-লক্ষণ'ত স্পষ্টৰূপে অপভ্ৰংশক এটা ভাষাৰূপে অভিহিত নকৰিলেও মহাৰাষ্ট্ৰীৰ বৈকল্পিক প্ৰয়োগ হিচাপে অপভ্ৰংশৰ কথা উল্লেখ কৰিছিল; অৰ্থাৎ মহাৰাষ্ট্ৰীৰ লগে লগে অপভ্ৰংশও সাহিত্যত ব্যৱহাৰ হৈছিল। সপ্তম শতাব্দীৰ আলংকাৰিক আচাৰ্য দণ্ডীয়ে তেওঁৰ 'কাব্যাদৰ্শ'ত 'আভীৰ প্ৰভৃতি জাতিৰ কাব্যৰ ভাষাক 'অপভ্ৰংশ' বুলি

কোৱা হয়' * বুলি উল্লেখ কৰিছিল। রুদ্রট, বাগ্‌ভট আদিয়েও তেওঁলোকৰ অলংকাৰশাস্ত্ৰত স্পষ্টভাৱে অপভ্ৰংশৰ স্বতন্ত্ৰ অস্তিত্বৰ কথা স্বীকাৰ কৰি গৈছে। রুদ্রটৰ 'কাব্যালংকাৰ'ৰ টীকাকাৰ নমিসাধুৱে উক্তি কৰিছিল: 'প্ৰাকৃতমেৱাপভ্ৰংশঃ' অৰ্থাৎ অপভ্ৰংশও অন্যান্য প্ৰাকৃতৰ দৰে একপ্ৰকাৰ প্ৰাকৃত। গতিকে আলংকাৰিক সকলৰ উক্তিৰ জৰিয়তে অপভ্ৰংশই সাহিত্যিক-ভাষা ৰূপে ৬ষ্ঠ—৭ম শতাব্দীৰ পূৰ্বতে প্ৰতিষ্ঠা লাভ কৰিছিল আৰু পণ্ডিতসকলৰো সুবিদিত আছিল সেই কথা স্পষ্ট ৰূপে উপলব্ধি কৰিব পৰা যায়।

পৰৱৰ্তী প্ৰাকৃত-বৈয়াকৰণ পুৰুষোত্তম, হেমচন্দ্ৰ, মাৰ্কণ্ডেয় আদিয়ে অপভ্ৰংশক স্বতন্ত্ৰ এক শিষ্ট ভাষাৰূপে আলোচনা কৰাৰ উপৰিও ইয়াৰ বিভিন্ন উপভাষাসমূহো আলোচনা কৰিছিল। পুৰুষোত্তমে তেওঁৰ 'প্ৰাকৃতানুশাসন'ত অপভ্ৰংশৰ নাগৰক, উপনাগৰক আৰু ব্ৰাচড়ক এই তিনিটা প্ৰধান উপভাষাৰ আলোচনা কৰি 'নাগৰক'ক শিষ্টসম্মত সাহিত্যিক ভাষাৰূপে বৰ্ণনা কৰিছে; হেমচন্দ্ৰইও তেওঁৰ 'সিদ্ধহৈম-শব্দানুশাসন' নামৰ প্ৰসিদ্ধ ব্যাকৰণত অপভ্ৰংশৰ লক্ষণ সম্বন্ধে বিতৃত ৰিবৰণ দিছে। ঠিক এনেদৰে মাৰ্কণ্ডেয়ও তিনিটা উপভাষাৰ উল্লেখ কৰিছে।

এই অপভ্ৰংশ-প্ৰাকৃত সাহিত্যিক-প্ৰাকৃতৰ কালতে উদ্ভৱ হৈছিল কাৰণে ইয়াত সাহিত্যিক-প্ৰাকৃতৰ আদৰ্শ অনুসৃত হৈছিল আৰু শব্দসমূহো অধিক পৰিমাণে প্ৰাকৃতৰে আছিল। সেয়েহে প্ৰাকৃত আৰু অপভ্ৰংশ অধিকাংশ ক্ষেত্ৰতে একেকাৰ (overlapping) হৈ উঠিলেও সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰিলে লক্ষ্য কৰিব পাৰি যে সাহিত্যিক-প্ৰাকৃত সমূহতকৈ ই আছিল অধিক সৰলতৰ আৰু কথ্য-উপাদানেৰে সমৃদ্ধ। সেয়েহে তুলনামূলক বিচাৰত সাহিত্যিক-প্ৰাকৃত সমূহতকৈ অশোকৰ-অনুশাসনৰ কথ্যৰূপৰ লগতহে ইয়াৰ সবদ্ধ আৰু সাদৃশ্য বেছি নিবিড়। এই কাৰণে ইয়াক সাহিত্যিক-প্ৰাকৃত কালৰ

* 'আভীৰাদিগিৰঃ কাব্যেষ্বপভ্ৰংশ ইতি স্মৃতাঃ' দণ্ডী—'কাব্যাদৰ্শ' ১/৩৬

কথ্য-উপাদানেৰে সমৃদ্ধ এক পৰিমাৰ্জিত বা শিষ্ট ৰূপ বুলি ধৰ পাৰি। ইয়ে অপভ্ৰংশৰ সাহিত্যৰ প্ৰাচীন স্তৰ বা প্ৰাচীন-অপভ্ৰংশ বা অপভ্ৰংশ; অৰ্থাৎ যি কথ্যাশ্ৰিত ভাষাই সাহিত্যানুশীলিত হৈ সাধুভাষাৰূপে সাহিত্যিক-প্ৰাকৃতৰ কালতে প্ৰতিষ্ঠিত হৈ উঠিছিল সিয়ে অপভ্ৰংশৰ প্ৰাচীন স্তৰ বা প্ৰাচীন অপভ্ৰংশ। ইয়াৰ উদ্ভৱ আৰু বিকাশৰ সময়সীমা খৃষ্টীয় তৃতীয় শতাব্দীমানৰ পৰা খৃষ্টীয় অষ্টম শতাব্দী পৰ্যন্ত নিৰ্ধাৰণ কৰিব পাৰি যদিও সাহিত্যৰ ধাৰা প্ৰাচীন ৰূপতে খৃষ্টীয় দশম-একাদশ শতাব্দী পৰ্যন্ত অব্যাহত আছিল। কালিদাসৰ 'বিক্ৰমোৰ্বশীয়'ৰ গীতসমূহৰ কথা বাদ দিলে এই অপভ্ৰংশ ভাষা প্ৰধানতঃ জৈনসকলৰ পৃষ্ঠপোষকতাতে পৰিপুষ্ট হৈছিল। অপভ্ৰংশত ৰচিত প্ৰধান সাহিত্য ৰাজিৰ স্বয়ম্ভুদেৱৰ 'পউম চৰিউ', 'হৰিবংশ পুৰাণ'; পুষ্পদন্তৰ 'মহাপুৰাণ', 'জসহৰ চৰিউ', 'নায়কুমাৰ চৰিউ'; ধনবাল বা ধনপালৰ দ্বাৰা ৰচিত 'ভৱিস্‌সয়ত্তকহা' বা 'ভৱিষ্যদত্তকথা' বিশেষ উল্লেখযোগ্য।

কিন্তু আনকালে, এই সাহিত্যিক অপভ্ৰংশ কালতো জনসাধাৰণৰ দৈনন্দিন বাক্ ব্যৱহাৰত কথ্যৰূপটো পৰিবৰ্তিত ৰূপত বা ক্ৰমশঃ সৰলতৰ ৰূপত অব্যাহত হৈ আছিল আৰু বিবিধ লৌকিক গীত-পদ ৰচিত হৈছিল। এই লোক-ব্যৱহাৰৰ কথ্য-ৰূপটো প্ৰাকৃত অথবা সাহিত্যিক অপভ্ৰংশতকৈ সৰল বা কিছু বেলেগ আছিল কাৰণে তাক 'অপিভ্ৰষ্ট' বা 'অৱিহট্‌ঠ' আখ্যা দিয়া হ'ল; সিয়ে শেষত নাম পালে 'অবহট্‌ঠ'; (অপভ্ৰষ্ট + বিভ্ৰষ্ট > অপভ্ৰষ্ট > অপিভ্ৰষ্ট > অৱিহট্‌ঠ > অবহট্‌ঠ।) প্ৰকৃততে এই শব্দ প্ৰাকৃত-অপভ্ৰংশৰ বিকৃত ৰূপক (বা জনসাধাৰণৰ বাক্-ব্যৱহাৰত সৰলতৰ হৈ আত্মপ্ৰকাশ কৰা ৰূপক) লক্ষ্য কৰিয়েই বুজুৱা হৈছিল। এই অবহট্‌ঠ ৰূপটোৱেই হ'ল লৌকিক বা অৰ্বাচীন অপভ্ৰংশ আৰু প্ৰাকৃতযুগৰ শেষভাগত সমগ্ৰ উত্তৰাপথৰ লোকজীৱনৰ ভাষা আছিল। অৱশ্যে প্ৰথম অৱস্থাত অবহট্‌ঠত লৌকিকেই আছিল যদিও ইয়াতো জৈন, বৌদ্ধ আৰু শৈৱ-নাথ সম্প্ৰদায়ে

সাহিত্যাদি সৃষ্টি কৰিবলৈ লয় ; ইয়াৰ ফলত ই প্ৰাচীন অপভ্ৰংশ বা অপভ্ৰংশৰ সাহিত্যিক ৰূপ অনুসৃত হৈ পৰিছিল। তথাপিতো অপভ্ৰংশতকৈ অৱহট্‌ঠ্‌তত কথ্যধৰ্মীগুণ বা লৌকিক উপাদান যথেষ্ট বেছি ; সেয়েহে ই লৌকিক বা অৰ্বাচীন্। ইয়েই আধুনিক ভাৰতীয় আৰ্য-ভাষাসমূহৰ পূৰ্ববৰ্তী স্তৰ। ইয়াৰ সময়-সীমা খৃষ্টীয় অষ্টম-নৱম শতাব্দীৰ পৰা দশম-দ্বাদশ শতাব্দী বুলি ক'ব পাৰি ; অৱশ্যে সাহিত্যৰ ধাৰা পঞ্চদশ শতাব্দী পৰ্যন্ত চলি আছিল। পূব-ভাৰতৰ আধুনিক ভাষা-সমূহৰ প্ৰথম সাহিত্যিক নিদৰ্শন বুলি ক'ব পৰা 'চৰ্যাপদ' প্ৰকৃততে পূব-ভাৰতত প্ৰচলিত অৱহট্‌ঠৰে নিদৰ্শন। মৈথিলী কবি বিদ্যাপতি অৱহট্‌ঠৰ প্ৰতিনিধি আৰু তেওঁৰ 'কীৰ্তিলতা' অৱহট্‌ঠৰ শেষ ৰচনা। গ্ৰীয়াৰ্ছনে প্ৰাকৃতৰ শেষ স্তৰ হিচাপে যি অপভ্ৰংশৰ কথা উল্লেখ কৰিছিল, প্ৰকৃততে এই অৱহট্‌ঠৰ স্তৰৰ কথাহে কবলৈ বিচাৰিছিল বুলি ভাবিব পাৰি।

গতিকে সামগ্ৰিকভাৱে বিচাৰ কৰি চালে অৰ্থাৎ অপভ্ৰংশৰ প্ৰাচীন সাহিত্যিক নিদৰ্শন পোৱাৰ পৰা পঞ্চদশ শতাব্দীৰ বিদ্যাপতিৰ কাললৈকে অপভ্ৰংশৰ যি সুদীৰ্ঘ পৰিবৰ্তিত গতি-প্ৰকৃতিৰ ইতিহাস তাক বিচাৰ-বিশ্লেষণ কৰিলে, দুটা প্ৰধান ভাগত ভাগ কৰিব পাৰি : (ক) প্ৰাচীন অপভ্ৰংশ বা অপভ্ৰংশ আৰু (খ) অৰ্বাচীন অপভ্ৰংশ বা অৱহট্‌ঠ।

তলত অপভ্ৰংশৰ সাহিত্যিক নিদৰ্শন স্বৰূপে কালিদাসৰ 'বিক্ৰমোৰ্বশীয়ম্' নাটকৰ চতুৰ্থ অংকৰ পৰা ৮টা গীতৰ মূল পাঠ দি তাৰ অসমীয়া অনুবাদ দিয়া হ'ল।

॥ বিক্ৰমোৰ্বশীয়ম্ ॥ ( ৪ৰ্থ অংক )

১। সহঅৰী-দুক্খালিদ্ধঅং।
সৰৱৰম্মি সিনিদ্ধঅং ॥
অবিৰল-বাহ্‌জলোল্লঅং।
তম্মই হংসী-জুঅলঅং ॥

অনুবাদ : সহচৰীৰ বিৰহ দুখত কাতৰ হৃদয়েৰে এই হংসীযুগলে অবিৰল বাষ্পধাৰাৰে ( অশ্ৰুধাৰাৰে ) আৰ্দ্ৰ হৈ এই সৰোবৰত বিলাপ কৰিছে।

২। চিন্তা-দুম্মিঅ-মানসিআ।
সহঅৰী দংসন লালসিআ॥
বিঅসিঅ কমল মনোহৰএ
বিহৰই হংসী সৰোবৰএ॥

অনুবাদ : চিন্তাপীড়িত মানসা হংসী সহচৰীৰ দৰ্শনত উল্লসিত হৈ বিকশিত কমলেৰে মনোহৰ সৰোবৰত বিহাৰ কৰিছে।

৩। গহনং গইন্দ-নাহো।
পিঅ-বিৰহুম্মাঅ অপলিঅ বিআৰো॥
ৱিসই তৰু-কুসুম-কিসলঅঅ
ভূসিঅ-নিঅ-দেহ পৰ্ভাৰো॥

অনুবাদ : প্ৰিয়-বিৰহৰ উন্মত্ততা প্ৰকাশ কৰি গজেন্দ্ৰনাথে গছৰ ফুল আৰু পাতৰ দ্বাৰা নিজৰ দেহৰ অগ্ৰভাগ ভূষিত কৰি গহন অৰণ্যত প্ৰবেশ কৰিছে।

৪। দইআ-ৰহিও অহিঅং দুহিও।
বিৰহানুগও পৰিমন্থৰও॥
গিৰি-কাননএ কুসুমুজ্জলএ
গজ-জূহ-ৱঈ বহু-খিন-গঈ॥

অনুবাদ : দয়িতাৰহিত হৈ বিৰহপীড়িত গজযূথপতি কুসুমোজ্জল গিৰিকাননত ঘূৰি ঘূৰি ক্ৰমশঃ ক্ষীণগতিৰ হৈ পৰিছে।

৫। মইং জানিঅ মিঅ-লোঅনি।
নিসঅৰ কোই হৰেই॥
জাৱ নু নৱতলি সামল।
ধাৰাহৰ বৰিসেই॥

অনুবাদ : মই জানিছোঁ কোনো নিশাচৰ মৃগলোচনাই প্ৰিয়াক হৰণ কৰিছে, কিয়নো শ্যামল নভস্তলে ধাৰাসাৰ বৰ্ষণ কৰিছে।

৬। গন্ধুম্মাইঅ-মহুঅৰ-গীএহিং।
ৰজ্জন্তেহিং পৰহুঅ-তূৰেহিং॥
পসৰিঅ-পৱনুব্বেল্লিঅ-পল্লৱ-নিঅরু।
সুললিঅ-ৱিৱিহ-পআৰং নচ্চই কপ্পঅরু॥

অনুবাদ : গন্ধোন্মত্ত মধুকৰৰ গীতৰ দ্বাৰা মুখৰিত, কোকিলৰূপ তূৰ্যৰ দ্বাৰা শব্দময়, প্ৰবহমান পবনৰ দ্বাৰা উদ্বেলিত পল্লৱযুক্ত কল্পতৰুৱে বিবিধ প্ৰকাৰে সুললিত নৃত্য কৰিছে।

৭। পৰহুঅ মহুৰ-পলাৱিণি কন্তি।
নন্দন-ৱন সচ্ছন্দ ভমন্তি।
জই তুইঁ পিঅঅম সা মহু দিট্‌ঠী।
তা আঅকখহি মহু পৰপুট্‌ঠি॥

অনুবাদ : হেৰা মধুৰ প্ৰলাপিনী কোকিল, তুমিতো নন্দন-বনত স্বচ্ছন্দে বিচৰণ কৰি ফুৰা ; যদি মোৰ প্ৰিয়তমাক তাত তুমি দেখিবলৈ পাইছা তেন্তে মোক কোৱা।

৮। হউঁ পঈঁ পুচ্ছিমি অক্‌খহি গঅৱরু।
ললিঅ-পহাৰে ণাসিঅ তরুৱরু॥
দূৰ-ৱিণিজ্জিঅ সসহৰ কন্তী।
দিট্‌ঠী পিঅ-পইঁ সম্মুহ জন্তী॥

অনুবাদ : হেৰা গজবৰ, তুমিতো ললিত প্ৰহাৰেৰে গছ গছনি বিনাশ কৰি ফুৰাই ; তোমাক মই পুনৰ সুধিছোঁ—দূৰৰ পৰাই শশধৰ-কান্তিকো নিষ্প্ৰভ কৰিব পৰা মোৰ প্ৰিয়াক সন্মুখেদি গৈ থকা তুমি বাৰু দেখিছা নেকি?

## ॥ অৰ্বাচীন অপভ্ৰংশ বা অবহট্‌ঠৰ সাহিত্যৰ নিদৰ্শন ॥

### ॥ পশ্চিমা-অৱহট্‌ঠৰ নিদৰ্শন ॥

#### ॥ সংনেহ ৰাসউ বা সন্দেশ ৰাসক ॥

প্ৰাকৃতযুগৰ শেষস্তৰত, খৃষ্টীয় অষ্টম-নৱম শতাব্দীমানত অপভ্ৰংশৰ যি অৰ্বাচীন বা লৌকিক ৰূপ এটা পূৰ্ব-ভাৰতৰ পৰা পশ্চিম-ভাৰত পৰ্যন্ত সমগ্ৰ ভূখণ্ডতে জনসাধাৰণৰ বাক-ব্যৱহাৰত ব্যৱহৃত হৈ প্ৰচলিত হৈছিল আৰু শেষত সাহিত্যাদি সৃষ্টি হৈ আত্মপ্ৰতিষ্ঠ হৈছিল, তাকে 'অৰ্বাচীন অপভ্ৰংশ' বা 'অৱহট্‌ঠ' বুলি কোৱা হয়। 'প্ৰাকৃত-অপভ্ৰংশৰ বিকৃত ৰূপ' এই অৰ্থতে 'অবহট্‌ঠ' নামকৰণ কৰা হৈছে। 'প্ৰাকৃত-পৈঙ্গল'ৰ টীকাকাৰ লক্ষ্মীনাথ ভট্টই পিঙ্গলৰ ভাষাক 'অবহট্' বা 'অৱহট্‌ঠ' বুলি পোনপ্ৰথম উল্লেখ কৰিছিল (অপভ্ৰষ্ট+ৱিভ্ৰষ্ট>অপভ্ৰট্ট>অপিভ্ৰট্ট> অৱিহট্‌ঠ>অৱহট্‌ঠ।) প্ৰকৃততে প্ৰাচীন অপভ্ৰংশ আছিল সাহিত্যিক-প্ৰাকৃতাশ্ৰয়ী আৰু অৰ্বাচীন অপভ্ৰংশ বা অৱহট্‌ঠ লোকাশ্ৰয়ী,—কথ্য ভাষাৰ গুণবিশিষ্ট। এই ভাষাই প্ৰকৃততে নব্যভাৰতীয় আৰ্য-ভাষাৰ উদ্ভৱৰ অগ্ৰদূত। অৱহট্‌ঠ ভাষা লোক-জীৱনৰ বাক্-ব্যৱহাৰৰ ভাষা আছিল কাৰণেই লোক-সাহিত্যৰো বাহন হৈ উঠিছিল; কিন্তু এই ভাষাৰ মাধ্যমেৰে জৈন, শৈৱ-নাথ আৰু বৌদ্ধ সহজযানী, বজ্ৰযানী সকলে সাহিত্যাদি সৃষ্টি কৰিবলৈ ধৰিছিল আৰু ইয়াৰ ফলত ভাষাটোৱে এটা নিৰ্দিষ্ট ৰূপ লাভ কৰিছিল; এই ভাষাত সাহিত্য-চৰ্চা পঞ্চদশ শতাব্দী পৰ্যন্ত অব্যাহত আছিল। অৱশ্যে ধৰ্মীয় সাহিত্যৰ উপৰিও বিবিধ ৰস সাহিত্যও এই ভাষাত সৃষ্টি হৈছিল। কামৰূপ-বঙ্গৰ পৰা গুজৰাট-ৰাজস্থান-পঞ্জাব পৰ্যন্ত অৱহট্‌ঠত সাহিত্য সৃষ্টি হোৱাৰ কাৰণে

ভৌগোলিক বিস্তৃতিৰ কালৰ পৰা অৱহট্‌ঠক প্ৰাচ্য বা পূৰ্বী আৰু পশ্চিমা ( পশ্চিমা অপভ্ৰংশক 'শৌৰসেনী অপভ্ৰংশ' বুলিও কোৱা হয় ) এই দুটা বহল ভাগত ভাগ কৰিব পাৰি। পূৰ্বী-অৱহট্‌ঠত ৰচনা কৰা সাহিত্যৰ ভিতৰত সৰহপাদৰ 'দোহাকোষ', পিঙ্গলাচাৰ্যৰ 'প্ৰাকৃত-পৈঙ্গল' বিদ্যাপতিৰ 'কীৰ্তিলতা' আৰু 'কীৰ্তি-পতাকা' যিদৰে বিশেষ উল্লেখযোগ্য, তেনেদৰে পশ্চিমা-অৱহট্‌ঠত ৰচনা কৰা দ্বাদশ শতাব্দীৰ বা পৰৱৰ্তীকালৰ ৰাজস্থানৰ 'ডিঙ্গল সাহিত্য', আব্দুল ৰহমানৰ 'সন্দেশ-ৰাসক', চান্দ্‌ বৰ্দাঈ ৰচিত 'পৃথ্বীৰাজ ৰাসৌ', জৈনযোগী ৰামসিংহৰ 'পাহুড দোহা' প্ৰভৃতি বিশেষ উল্লেখযোগ্য সাহিত্য-সম্ভাৰ।

আব্দুল ৰহমানৰ 'সন্দেশ ৰাসক' ( সংনেহ ৰাসউ ) ভাৰতীয় দূত-কাব্যৰ পৰম্পৰাৰ শেহতীয়া নিদৰ্শন বুলি ক'ব পাৰি আৰু ই এখন শৃংগাৰাত্মক গীতি-কাব্য। এগৰাকী বিৰহিনী পত্নীয়ে দূৰত থকা প্ৰিয়জনক এজন বাটৰুৱাৰ জৰিয়তে তেওঁৰ মনৰ বাতৰি দিবলৈ কোৱাৰ এক কাব্যৰূপ। কাব্যখন তিনিটা 'প্ৰক্ৰম'ত বিভক্ত। প্ৰথম প্ৰক্ৰমত কবিৰ পৰিচয়ৰ লগতে আত্মনিবেদন বৰ্ণনা কৰা হৈছে; দ্বিতীয় প্ৰক্ৰমত প্ৰোষিতভৰ্তৃকা নায়িকাৰ করুণ অৱস্থাৰ বৰ্ণনা, এজন বাটৰুৱাক স্বামীৰ প্ৰতি তেওঁৰ 'সন্দেশ' বা খবৰ নিবৰ বাবে কাতৰ অনুনয়, বাটৰুৱাৰ সন্দেশ-বহনৰ সম্মতি আদি বৰ্ণনা কৰা হৈছে; তৃতীয় প্ৰক্ৰমত ছয়-ঋতু ভেদে বিৰহিনীৰ কাতৰতা আৰু স্বামী ঘৰলৈ ঘূৰি অহাৰ বৰ্ণনা আছে। 'সন্দেশ' বা খবৰ প্ৰেৰণ কৰাৰ কথাই এই কাব্যত প্ৰাধান্য বিস্তাৰ কৰিছে। 'ৰাসক' শব্দই এবিধ গীতি-ছন্দ অৰ্থ প্ৰকাশ কৰিছে। ৰাসক গীতি-ছন্দত ৰচনা কৰি সন্দেশ বা খবৰ প্ৰেৰণ কৰাই কাব্যৰ বিষয়বস্তু হোৱাৰ কাৰণে কাব্যখনৰ নাম 'সন্দেশ ৰাসক'।

কাব্যখনিৰ এটা উল্লেখযোগ্য দিশ হ'ল এজন মুছলমান সম্প্ৰদায়ৰ লোকে সম্পূৰ্ণ হিন্দু পৰিবেশত কাব্যখন ৰচনা কৰিছে। মুছলমান হৈও ভাৰতীয় সংস্কৃতিৰ আধাৰত এই কাব্য ৰচনা কৰি আব্দুল ৰহমানে একালে যিদৰে ভাৰতীয় সংস্কৃতিৰ বৈশিষ্ট্য প্ৰকাশ কৰিছে, আনকালে

ভাৰতীয় হিচাপে সমন্বয়ৰ এক গভীৰ আদৰ্শ দাঙি ধৰি এক মহান কৰ্তব্যও সম্পাদন কৰিছে। কবিৰ পূৰ্ব-পুৰুষ পশ্চিম-পঞ্জাবৰ মুলতান অঞ্চলৰ লোক আছিল বুলি অনুমান কৰা হয় যদিও, কাব্যৰ ভাষা লক্ষ্য কৰি কবিক গুজৰাট-ৰাজস্থান অঞ্চলত বসতি কৰা লোক বুলি ক'ব পাৰি আৰু তেওঁৰ সময় আনুমানিক খৃষ্টীয় দ্বাদশ শতাব্দী।

তলত 'সন্দেশ ৰাসক'ৰ প্ৰথম প্ৰক্ৰমৰ সম্পূৰ্ণ অনুবাদ আৰু লগতে কাব্যৰ মূল বিষয়বস্তু অনুধাৱন কৰিবৰ কাৰণে দ্বিতীয় প্ৰক্ৰমৰ পৰা ২০টা গাথা অনুবাদ কৰা হ'ল।

## ॥ প্ৰথমঃ প্ৰক্ৰমঃ ॥

১। ৰয়ণায়ৰ গিৰিতৰুবৰাইঁ গয়নংগনংমি বিক্‌খাইঁ।
জেনহজ্জ সয়ল সিৰিয়ং সো বুহয়ণ ৱো সিৱং দেউ ॥ ১ ॥

অনুবাদঃ হে বিদ্বানজন, যিজনে আৰম্ভণিতে সমুদ্ৰ, পৃথ্বী, পৰ্বত, বৃক্ষ আৰু আকাশৰূপী আংগিনাত তৰা আদি সৃষ্টি কৰিলে, তেওঁ সকলোৰে কল্যাণ কৰক।

২। মানুস্‌সদিৱ্ব বিজ্জাহৰেহিঁ নহমগ্‌গি সুৰ-সসিবিংবে।
আএহিঁ জো নমিজ্জই তং নয়ৰে-নমহ কত্তাৰং ॥ ২ ॥

অনুবাদঃ হে নাগৰজন, সেই কৰ্তাজনক নমস্কাৰ কৰক যিজনে মানুহ, দেৱতা, বিদ্যাধৰ আৰু আকাশ-মাৰ্গৰ সূৰ্য, চন্দ্ৰবিম্ব তথা অন্তৰ দ্বাৰা নমস্কৃত হয়।

৩। পচ্চাএসি পহূও পুৱ্বপসিদ্ধো য মিচ্ছদেসো ত্থি।
তহ বিসএ সংভূও আৰদ্দো মীৰসেনস্‌স ॥ ৩ ॥

অনুবাদঃ পশ্চিমদেশত প্ৰাচীনকালৰে পৰা অতি প্ৰসিদ্ধ যি ম্লেচ্ছদেশ আছে, সেই দেশতে মীৰসেন নামেৰে এজন তাঁতীৰ জন্ম হৈছিল।

৪ । তহ তনও কুলকমলো পাইঅ কৰেসু গীয় বিসয়েসু ।
অদ্দহমানপসিদ্ধো সংনেহৰাসয়ং ৰইয়ং ॥ ৪ ॥

**অনুবাদঃ** তেওঁৰে পুত্ৰ অদ্দহমান ( আব্দুল ৰহমান )—যিজন কুলৰ কমল স্বৰূপ আৰু প্ৰাকৃত কাব্য তথা গীত বিষয়ত সুপ্ৰসিদ্ধ,—তেওঁৱেই সংদেশ ৰাসক ৰচনা কৰিছে ।

৫ । পুৰুচ্ছেয়ান নমো সুকইন য সদ্দসত্থকুসলান ।
তিয়লোএ সুচ্ছংদং জেহিঁ কয়ং জেহি নিদ্দিট্‌ঠ ॥ ৫ ॥

**অনুবাদঃ** শব্দশাস্ত্ৰত কুশল প্ৰাচীন বিদগ্ধসকলক আৰু কবি-সকলক মই নমস্কাৰ কৰোঁ, যিসকলে ত্ৰিলোকত সুন্দৰ ছন্দ ৰচনা কৰিলে আৰু নিৰ্দিষ্ট কৰি থৈ গ'ল—

৬ । অৱহট্‌ঠয়-সক্কয়-পাইয়ংমি পেসাইয়ংমি ভাসাএ ।
লক্খনছংদাহৰণে সুকইত্তং ভূসিয়ং জেহিঁ ॥ ৬ ॥

**অনুবাদঃ** যিসকলে অৱহট্‌ঠ, সংস্কৃত. প্ৰাকৃত আৰু পৈশাচী ভাষাত কাব্য ৰচনা কৰি সুন্দৰ কাব্যৰ লক্ষণ, ছন্দ আৰু অলংকাৰেৰে বিভূষিত কৰিলে ।

৭ । তানহনু কইন অমৃত্তাবিসান সুইসদ্দসত্থ ৰহিয়ান ।
লক্খনছংদপমুক্কং কুকবিত্তং কো পসংসেই ॥ ৭ ॥

**অনুবাদঃ** তেনে কবিসকলৰ পিছত মোৰ নিচিনা শ্ৰুতি, শব্দশাস্ত্ৰ নজনা এজনৰ আৰু লক্ষণ-ছন্দ ৰহিত কু-কবিতাক কোনে প্ৰশংসা কৰিব ?

৮ । অহৱা ন ইত্থ দোসো জই উইয়ং সসহৰেণ নিসিসমএ ।
তা কিং ন হু জোইজ্জই ভুঅনে ৰয়ণীসু জোইক্খং ॥ ৮ ॥

**অনুবাদঃ** অথবা, ইয়াত কোনো দোষৰ কথাও নাই ; কাৰণ ৰাতি চন্দ্ৰ উদয় হয় যদিও ঘৰত চাকি নজ্বলোৱাকৈ জানো থকা হয় ?

৯ । জই পৰহুএহি ৰডিয়ং সৰসং সুমনোহৰং তকসিহৰে ।
তা কিং ভুৱনাৰূঢ়া মা কায়া কৰকৰাৱংতু ॥ ৯ ॥

অনুবাদ : যদি গছৰ আগত পৰি কুলিয়ে সকস আৰু মনোহৰ শব্দ কৰে তেনেহলে জানো ঘৰৰ ওপৰত পৰি কাউৰীয়ে কলনকলাৰ ?

১০। তংতীবায়ং নিসুয়ং জই কিবি কৰপল্লৱেহি অই মহুৰং।
তা মদ্দল কৰডি বৰং মা সুম্মউ ৰামৰমণেসু ॥ ১০ ॥

অনুবাদ : পল্লৱৰ দৰে কোমল হাতেৰে বজোৱা বীণাৰ অতি মধুৰ সুৰ শুনা হয় বুলি সাধাৰণ তিকতাই আনন্দ-বিনোদনৰ কাৰণে বজোৱা ঢোলৰ মাত জানো নুশুনাকৈ থকা হয় ?

১১। জই ময়গলু মউ ঝৰএ কমলদলৰদলগংধ ছুপ্পিছো।
জই অইৰাৱই মত্তো সেস গয়া ম মচ্চংতু ॥ ১১ ॥

অনুবাদ : যদি মত্ত গজে পদুমৰ গাঢ় ৰসৰ সমান উৎকট গন্ধময় মদ ক্ষৰণ কৰাৰ কাৰণে ঐৰাৱতো অত্যন্ত মত্ত হৈ উঠে, তেন্তে সাধাৰণ গজ জানো মত্ত হৈ নুঠিব ?

১২। জই অথি পাৰিজাও বহুবিহ গন্ধড্‌ঢ় কুসুম আমোও।
ফুল্লই সুৰিন্দভুৱনে তা সেসতৰু ম ফুল্লংতু ॥ ১২ ॥

অনুবাদ : যদিও বিবিধ প্ৰকাৰৰ উগ্ৰ গন্ধময় পুষ্প পাৰিজাত ইন্দ্ৰৰ নন্দন-কাননত ফুলি থাকে, সাধাৰণ ফুল জানো নফুলাকৈ থাকে ?

১৩। জই অথি নই গংগা তিঅলোএ নিচ্চপয়ডিয় পহাৱা।
বচ্চই সায়ৰসমুহা তা সেসসৰী ম বচ্চংতু ॥ ১৩ ॥

অনুবাদ : তিনিও লোকত যাৰ প্ৰভাৱ সদায়েই প্ৰকটিত সেই গংগা সাগৰ উদ্দেশ্যী বৈ যায় কাৰণে সাধাৰণ নদী জানো নোবোৱাকৈ থাকে ?

১৪। জই সৰৱবংভি বিমলে সুৰে উইএসু বিঅসিআ নলিনী।
তা কিং বাড়িৱিলগ্‌গা ম্বিঅসউ তুম্বিনী কহবি ॥ ১৪ ॥

অনুবাদ : যদি সূৰ্য উদয়ৰ বিমল কিৰণত সৰোবৰত নলিনী বিকশিত হৈ উঠে, তেন্তে জানো বাৰীত লগোৱা তুম্বিনী ফুল নফুলাকৈ থাকিব ?

১৫। জই ভৰহভাৱছন্দে নচ্চই নৱৰংগ চংগিমা তৰুণী।
তা কিং গাম গহিল্লী তালী সদ্দে ন নচ্চেই ॥ ১৫ ॥

অনুবাদ : যদি ভৰত মুনিয়ে[৮১] নিৰ্দিষ্ট কৰা ভাৱ আৰু ছন্দ অনুসৰি নৱযৌৱনা সুন্দৰী তৰুণীয়ে নাচে, তেনেহ'লে গাৱঁৰ সাধাৰণ ছোৱালীয়ে চাপৰি বজাই নেনাচিব জানো ?

১৬। জই বহুলদুদ্ধসংমিলিয়া য উল্ললই তংদুলা খীৰী।
তা কনকুক্ক সসহিআ ৰব্বড়িআ মা দডব্বডউ ॥ ১৬ ॥

অনুবাদ : যদি প্ৰচুৰ পৰিমাণৰ দুগ্ধমিশ্ৰিত চাউলৰ খীৰ উতলি উঠে, তেন্তে জানো তুঁহ-খুদেৰে সিজোৱা মণ্ড দগবগাই নুতলিব ?

১৭। জা যস্স কব্বসত্তী সা তেন অলজ্জিৰেণ ভনিয়ব্বা।
জই চউমুহেন ভনিয়ং তা সেসা মা ভনিজ্জংতু ॥ ১৭ ॥

অনুবাদ : যাৰ যি কাব্যশক্তি তেওঁ সেই অনুসাৰেই নিঃসংকোচেৰে কাব্য ৰচনা কৰিব লাগে ; চতুৰ্মুখে[৮২] কয় কাৰণে অন্য সাধাৰণজনে কথা নক'ব নেকি ?

১৮। নথি তিহুঅনি জং চ নহু দিট্‌ঠু,
তুম্‌হেহিং বি জং ন সুউ বিঅডবংধু সুচ্ছংদু সৰসউ।
নি সুনেবিনু কো ৰহই ললিয়হীমু মুক্‌খাই ফৰসউ।
তো দোগ্‌গচ্চিয় ছেঅবিহিঁ পত্তিহি অলহংতেহিঁ
আসাসিজ্জই কহ কহিবি সইবত্তী বসিএহিঁ ॥ ১৮ ॥

অনুবাদ : ত্ৰিভুৱনত এনে একো নাই যিবোৰ আপোনালোকে

৮১. 'নাট্যশাস্ত্ৰ' প্ৰণেতা আচাৰ্য ভৰত মুনি ; এওঁৰ সময় আনুমানিক খৃষ্টীয় দ্বিতীয় শতাব্দী। এই গ্ৰন্থত নাট্য-কলা সম্বন্ধে আলোচনা থকাৰ উপৰিও গীত সম্বন্ধেও বিস্তৃত কথা আছে। নাট্যশাস্ত্ৰৰ ৩২শ অধ্যায়ত 'ধ্ৰুৱা' গীতবোৰেই প্ৰাকৃত সংগীতৰ প্ৰাচীনতম নিদৰ্শন ; উপযুক্ত সুৰ, তাল আৰু লয়ৰ সংযোগত এই গীতবিলাক গোৱাৰ বিধান দিয়া হৈছে।

৮২. 'চতুৰ্মুখ' অৰ্থাৎ ব্ৰহ্মা ; ব্ৰহ্মাই তেওঁৰ চাৰিখন মুখেৰে সমানে কথা ক'ব পাৰে।

দেখা আৰু শুনা নাই ; তাৰপিছত বিকটৰন্ধ আৰু সৰস সুছন্দ শুনি উঠি, মোৰ দৰে মূৰ্খৰ লালিত্যহীন কঠিন কাব্যক কোনে প্ৰশংসা কৰিব ? তথাপিতো দুৰ্দশাপীড়িত জ্ঞানীজনে পাত্ৰৰ অভাৱত পথ্যম পাত্ৰত আহাৰ খাই পৰিতৃপ্ত হোৱাৰ দৰে মোৰ এই কু-কবিতাকো কোনোবাই কেতিয়াবা পঢ়িব।

১৯। নিঅ কৱিত্তহ ৰিজ্জ মাহপ্প,
পণ্ডিত্ত পৰিথৰণু মনুয়জম্মি কোলিয় পয়াসিউ।
কোউহলি ভাসিঅউ সৰলভাই সংনেহ বাসউ।
তং জানৱি নিমিসদ্ধ্ খমু বুহয়ন কমবি সনেহ।
পামৰজন থুলক্খৰিহিং জং বইয়উ নিসনেহ ॥ ১৯ ॥

অনুবাদ : নিজৰ কবিত্ব প্ৰতিভাৰ মাহাত্ম্য আৰু পাণ্ডিত্য বঢ়াবলৈ বুলি মানুহৰ জন্ম লৈ এই কোলিক (তাঁতী) জনে কৌতূহল-বশতঃ এই সন্দেশ ৰাসক নামৰ কাব্যখন সৰলভাৱে ৰচনা কৰিছে। এই কথা জানি, হে বিদ্বানসকল, স্নেহ কৰি ক্ষন্তেকপৰ পামৰজনৰ দ্বাৰা স্থূল অক্ষৰেৰে লেখা এই কাব্যখন শুনক।

২০। সংপডিউ জু সিক্খই কুই সমথ্,
তস কহউ বিবুহ সংগহৱি হথ্।
পণ্ডিত্তহ মুক্খহ মুনহি ভেউ
তিহি পুৰউ পঢ়িৱউ ন হু বি এউ ॥ ২০ ॥

অনুবাদ : যদি কোনো সমৰ্থ ব্যক্তিৰ হাতত এইখন পৰে আৰু পঢ়িবলৈ মন মেলে তেন্তে সেই বিদ্বান গৰাকীক হাত কৰযোৰে মই কওঁ যে যি পণ্ডিত আৰু মূৰ্খৰ ভেদ কৰে তেনেলোকৰ আগত ইয়াক নপঢ়িব।

২১। নহু ৰহই বুহহ কুকৱিত্ত ৰেসু
অবুহত্তনি অবুহহ নহু পৱেসু।
জিন মুক্খ ন পণ্ডিয় মজ্ঝয়াৰ
তিহ পুৰউ পঢ়িৱউ সব্বয়াৰ ॥ ২১ ॥

অনুবাদ ঃ পণ্ডিতৰ কু-কবিতাৰ লগত লেশমানো সম্বন্ধ নাথাকে আৰু অবোধজনৰ অবোধ্য হয় কাৰণে কবিতাত প্ৰবেশ নঘটে; এই কাৰণে যি সকল মূৰ্খও নহয় আৰু পণ্ডিতো নহয়,—মধ্যম শ্ৰেণীৰ লোক,—তেওঁলোকৰ আগতহে যেন ইয়াক পঢ়া হয়।

২২। অনুৰাইয় ৰইহৰু কামিয়মনহৰু
ময়ন মহপ্পহ দীৱয়ৰো।
বিৰহিনিমইৰদ্ধউ সুনহু বিসুদ্ধউ
ৰসিয়হ ৰস সঞ্জীৱয়ৰো॥ ২২॥

অনুবাদ ঃ ই (সন্দেশ ৰাসক) অনুৰাগীসকলৰ কাৰণে ৰতিগৃহ, কামিসকলৰ মন হৰণ কৰা মদনৰ মাহাত্ম্য প্ৰকাশক, বিৰহিনীৰ কাৰণে মকৰধ্বজ আৰু ৰসিকসকলৰ কাৰণে সুন্দৰ বিশুদ্ধ ৰস-সঞ্জীৱক।

২৩। অইনেহিন ভাসিউ ৰইমইৱাসিউ,
সৱণসকুলিয়হ অম্ময়ৰো।
লই লিহই বিয়কৃখনু অথহ লকৃখনু
সুৰইসংগি জু রিঅড্‌হ নাৰো॥ ২৩॥

অনুবাদ ঃ অতি স্নেহেৰে ইয়াক ৰচনা কৰা হৈছে, ই ৰতিৰসেৰে পৰিপূৰ্ণ; শ্ৰৱণকুহৰত ই অমৃতস্ৰাৱী; ইয়াৰ অৰ্থ আৰু লক্ষণ সেই বিচক্ষণজনেহে বিচাৰি লব পাৰিব যিজন সুৰতি সংগত বিদগ্ধ।

---

॥ দ্বিতীয়ঃ প্ৰক্ৰমঃ ॥

১। বিজয়নয়ৰহ কাৰি ৰৰৰমণি,
উত্তুংগথিৰথোৰথনি, বিকডলক্কি, ধয়ৰট্‌ঠপউহৰি।
দীনাননহি পহনিহই, জলপৱাহ পৱহংতি দীহৰি।
বিৰহগ্‌গিহি কনয়ংগিতন্থ তহ সামলিমপৱহ্‌,
নজ্জই ৰাহি রিডংবিঅউ তাৰাহিৱই সউহ্‌॥ ২৪॥

অনুবাদ : বিজয়নগৰত উন্নত পয়োধৰা, ৰাজহংসগামিনী, ভোমোৰাৰ দৰে ক্ষীণ কঁকাল বিশিষ্টা এগৰাকী সুন্দৰী ৰমণী আছিল। বাটৰ পিনে চাই চাই তেওঁৰ মুখমণ্ডল মলিন হৈ পৰিছিল আৰু চকুযুগল অশ্রুপ্লাৱিত হৈ আছিল। ৰাহুৱে পূৰ্ণচন্দ্ৰক গ্ৰাস কৰাৰ দৰে তেওঁৰ সোণবৰণীয়া দেহটো শ্যামবৰণীয়া হৈ পৰিছিল।

২। ফুসই লোয়ণ কৰুই দুক্‌খত,
ধম্মিল্লপমুক্কমুহ বিজ্জম্ভই অণু অংগু মোড়ুই।
বিৰহানলি সংতবিঅ, সসই দীহ কৰসাহ তোড়ই।
ইম মুদ্ধহ বিলৱন্তিয়হ মহি চলনেহি ছিহংতু।
অদ্দ্ধড্ডীনউ তিনি পহিউ পহি জোয়উ পৱহংতু ॥ ২৫ ॥

অনুবাদ : দুখত আতুৰ হৈ তেওঁ কান্দি আছিল আৰু চকু মচিছিল ; চুলিকোচা মুকলি হৈ মুখত সিঁচৰতি হৈ পৰিছিল ; বাৰে বাৰে হামিয়াইছিল, কোমল শৰীৰটোত এঙামুৰি দি আছিল। বিৰহৰ অনলত দগ্ধ হৈ দীৰ্ঘশ্বাস পেলাই আঙুলিবোৰ মোটোকাই আছিল। এনেদৰে সেই ৰূপৱতীয়ে কান্দি-কাতি থাকোঁতে বাটেদি এজন পথিকক ভৰিৰে মাত্ৰ মাটি স্পৰ্শ কৰি আধা উৰি যোৱাৰ দৰে যোৱা দেখিবলৈ পালে।

৩। তং জি পহিয় পিক্‌খেৱিণু পিঅউক্কংখিৱিঅ,
মংথৰগয় সৰলাইৱি উত্তাৱলি চলিয়।
তহ মনহৰ চল্লংতিয় চংচলৰমণভৰি,
ছুড়ৱি খিসিয় ৰসনাৱলি কিংকিনিৰৱ পসৰি ॥ ২৬ ॥

অনুবাদ : সেই পথিকক দেখি স্বামীৰ কাৰণে উৎকণ্ঠিতা ৰমণী-গৰাকীয়ে মন্থৰ গতি পৰিত্যাগ কৰি উত্ৰাৱল হৈ পোনে পোনে আগবাঢ়িল ; মনোহৰ গতিৰ গমনত তেওঁৰ চঞ্চল নিতম্বৰ পৰা কিংকিনীযুক্ত অলংকাৰ ( কৰধনি ) খহি পৰিল আৰু কিংকিনীৰ শব্দ বিয়পি পৰিল।

৪। তং জং মেহল ঠৱই গংঠি নিট্‌ঠুৰ সুহয়,
তুড়িয় তাৱ থুলাৱলি নৱসৰহাৰলয়।
তা তিরি কিরি সংৰৰিৱি চইৱি কিৱি সংচৰিয়,
নেৱৰ চৰণ বিলগ্‌গিৱি তহ পহি পংখুড়িয় ॥ ২৭ ॥

**অনুবাদ**ঃ যেতিয়া তেওঁ পুনৰাই কৰধনি টানকৈ বান্ধি ল'লে, তেতিয়া আকৌ ডাঙৰ ডাঙৰ মুকুতাযুক্ত নতুন হাৰলতাডাল চিগি পৰিল। সেইবোৰৰ কিছুমান বুটলি আৰু কিছুমান এৰি বেগেৰে যাওঁতে নূপুৰত ভৰি জোট-পোত খাই বাটতে পৰি গ'ল।

৫। পডি উট্‌ঠিয় সৰিলকৃথ সলজ্জিৰ সংঝসিয়,
তং সিয় সচ্চ নিয়ংসন মুদ্ধহ বিৱলসিয়।
তং সংবৰি অনুসৰিয় পহিয় পারয়নমন,
ফুডরি নিও কুপ্পাস ৱিলগ্‌গিয় দৰ সিহন ॥ ২৮ ॥

**অনুবাদ**ঃ হৃতচকিতা, লজ্জিতা আৰু সংভ্ৰামিতা তেওঁ পৰাৰ পৰা উঠোঁতেই তেওঁৰ শুভ্ৰ আৰু স্বচ্ছ ওৰণিখন খহি পৰিল; সেইখন তুলি লৈ পথিকৰ ওচৰলৈ আগবাঢ়োতেই পাটৰ কাঁচলীখন ফাটি পৰি স্তনযুগল সামান্যভাৱে জিলিকি উঠিল।

৬। ছায়ংতী কহ কহৰ সলজ্জিৰ নিয়কবিহি,
কনয়কলস ঝংপংতী নং ই ইংদীবৰিহি।
তো আসন্ন পুহত্ত সগ্‌গিগ্‌ৰগিৰবয়নি
কিয়উ সদ্দহ সবিলাসু কৰুণ দীহৰনয়নি ॥ ২৯ ॥

**অনুবাদ**ঃ অত্যন্ত লজ্জিতা হৈ কোনোমতে তেওঁ নিজৰ হাতৰ দ্বাৰা ঢাকি (স্তনযুগল) ধৰিলে—এনেহে হ'ল যেন নীলপদ্মৰ দ্বাৰা কোনো স্বৰ্ণকুম্ভকহে ঢাকি ধৰা হৈছে। তাৰপিছত সেই দীৰ্ঘনয়নাই পথিকৰ ওচৰলৈ গৈ বিলাসপূৰ্ণ কৰুণ শব্দৰে গদ্‌গদ্‌ভাৱে ক'বলৈ ধৰিলে।

৭। ঠাহি ঠাহি নিমিসদ্ধ্‌, সুথিক অৱছাবি মনু,
নিসুনি কিংপি জং জংপউ পহিয় পসিজ্জি থন্মু।
এয় বয়ন আয়ন্নি পহিউ কোউহলিউ
নেয় নিঅওউ তা সু কমদ্ধুৰি নহু চলিউ ॥ ৩০ ॥

অনুবাদ ঃ 'ৰ'বচোন, বব; ক্ষন্তেকপৰ থিৰভাৱে বৈ মোৰ কথা মনোযোগেৰে শুনি যাওক; হে পথিক, ক্ষন্তেক মাথোন ক্ষান্ত হৈ শুনকচোন।' এই কথা শুনি পথিকৰ কৌতূহল হ'ল আৰু তেওঁ উভতিবও নোৱাৰা হ'ল, এখোজ আগলৈকো দিব নোৱাৰা হ'ল।

৮। কুসুমসৰাউহ ৰূৱনিহি বিহি নিম্মৱিয় গবিট্‌ঠ।
তং পিক্‌খেৱিণু পহিয়-নিহি গাহা ভনিয়া অট্‌ঠ ॥ ৩১ ॥

অনুবাদ ঃ কামদেৱৰ অস্ত্ৰসদৃশ, ৰূপৰ নিধি যি গবাক্ষীক বিধাতাই অত্যুৎকৃষ্টা কৰি সৃষ্টি কৰিছিল, তেওঁক দেখি সেই হৃদয়বান পথিকে আঠোটা গাথা গালে।

৯। পহিউ ভণই বিৱি মোহা তস্সু সু ৱিয়ড্‌ঢপৰি
ইকু মণি বিংভউ থিয়উ স ৰূৱিণি পিক্‌খিকবি।
কিং মু পয়াৱই অংধলউ অহব বিয়ড্‌ঢলু আহি
জিনি এবিসি তিয় নিম্মৱিয় ঠৱিয় ন অপ্‌পহ পাহি ॥
অইকুডিল মাইপিছনা ৱিৱিহতৰংগিণিসু সলিলকল্লোলা,
কিসনত্তনংমি অলয়া অলিউলমাল ব্ব বেহংতি ॥ ৩২ ॥

অনুবাদ ঃ তেওঁৰ (বিধাতাৰ) বিচক্ষণ সৃষ্টি দেখি পথিকে দুটা 'দোহা মাতিলে, 'এই ৰূপৱতীক দেখি মোৰ মনত এক বিস্ময় উপস্থিত হৈছে। প্ৰজাপতি অন্ধ অথবা ৰস-চেতনাহীন আছিল নিশ্চয়— —নহ'লেনো এনে এক ৰূপৱতী সৃষ্টি কৰি নিজৰ ওচৰত ৰাখি নথ'লে কিয়?'

শোভিত তেওঁৰ অলকৰাশি খলব্যক্তিৰ দৰে অতিশয় কুটিল; বিবিধৰূপে তৰংগায়িত সলিলকল্লোল স্বৰূপ; ভ্ৰমৰৰ মালাৰ দৰে কৃষ্ণবৰ্ণ।

১০। বয়নীতমরিন্দৱণো অমিয়ং ঝৰণো সুপুন্নসোমো য়।
অকলংকমাই বয়নং বাসবণাহস্স পডিবিংবং ॥ ৩৩ ॥

**অনুবাদ:** ৰাতিৰ অন্ধকাৰ দূৰকাৰী, অমৃতবৰ্ষী পূৰ্ণচন্দ্ৰৰ দৰে তেওঁৰ নিষ্কলংক মুখখন সূৰ্যৰ প্ৰতিবিম্বহে যেন।

১১। লোয়নজুয়ং চ নজ্জই ৰবিংদল দীহৰং চ ৰাইল্লং।
পিংডীৰকুসুমপুংজং তৰুণিকবোলা কলিজ্জংতি ॥ ৩৪ ॥

**অনুবাদ:** দীৰ্ঘ, ৰক্তিমাভ চকুযুগল পদুমৰ পাহিৰ দৰে শোভিত; কোমল গাল দুখনি ডালিমফুলৰ দৰে ৰমণীয়।

১২। কোমল মুণালনলয়ং অমৰসৰূপন্ন বাহুজুয়লং সে।
তানংতে কৰকমলং নজ্জই দোহাইয়ং পউমং ॥ ৩৫ ॥

**অনুবাদ:** তেওঁৰ বাহু দুটি অমৰাৰ সৰোবৰত উৎপন্ন কোমল মৃণাল নলৰ দৰে, তাৰ (বাহু দুটিৰ) শেষপ্ৰান্তত থকা কৰকমল দুখনি দুভাগ কৰা পদুমৰ দৰে শোভা পাইছে।

১৩। সিহনা সুয়ন-খলা ইব থড্ঢা নিচ্চুন্নয়া য় মুহৰহিয়া।
সংগমি সুয়নসৰিচ্ছা আসাসহি বেরি অংগাইঁ ॥ ৩৫ ॥

**অনুবাদ:** তেওঁৰ স্তনযুগল সুজন আৰু খলৰ দৰে, সেই দুটি কঠিন, নিত্য-উন্নত আৰু ছিদ্ৰ ৰহিত (অৰ্থাৎ খলৰ দৰে বেয়া লক্ষণৰ); আনহাতে মিলনৰ সময়ত সেই দুটিয়ে সুজনৰ দৰে অংগসমূহক আশ্বস্ত কৰে।

১৪। গিৰিণই সমআৱত্তং জোইজ্জই নাহিমংডলং গুহিৰং।
মজ্ঝ মচ্চসুহং মিব তুচ্ছং তবলগ্গই হুবণং ॥ ৩৭ ॥

**অনুবাদ:** তেওঁৰ গভীৰ নাভিমণ্ডল গিৰি-নদীৰ আৱৰ্তন দৰে শোভা পাইছে; মাজ ভাগ (অৰ্থাৎ কঁকাল) মৰ্ত্য সুখৰ দৰে ক্ষীণ[৮৩] কাৰণে গতিবেগ লোপ পাইছে।[৮৪]

৮৩. পৃথিৱীৰ সুখ যিদৰে ক্ষণস্থায়ী বা ক্ষীণ তেনেদৰে নায়িকাৰ কঁকালো ক্ষীণ।

৮৪. মধ্যদেশ বা কঁকাল ক্ষীণ হোৱাৰ কাৰণে নায়িকাই বেগেৰে খোজ দিব

১৫। জালংধৰিথংভজিআ উৰু বেহংতি তাসু অইবম্মা।
বট্‌টা য নাইদীহা সৰসা সুমনোহৰা জংঘা ॥ ৩৮ ॥

অনুবাদ: তেওঁৰ অতি মনোৰম উৰুদ্বয়ে জালন্ধৰীৰ কলগছকো জয় কৰি শোভিত হৈছে[৮৫]; জংঘাপ্ৰদেশ বৃত্তাকাৰ, অনতিদীৰ্ঘ, সৰস আৰু অতি মনোহৰ।

১৬। ৰেহংতি পউমৰাই র চলনংগুলি কলিহকুট্টি নহপাংতী।
তুচ্ছং ৰোমতৰংগং উব্বিন্নং কুসুমনলএসু ॥ ৩৯ ॥

অনুবাদ: ভৰিৰ আঙুলিবিলাক পদ্মৰাগৰ দৰে আৰু নখবিলাক স্ফটিকৰ টুকুৰাৰ দৰে শোভিত; সেই আঙুলিৰ ক্ষুদ্ৰ মোমবোৰ পদুম নলৰ পৰা ওলোৱা আঁহৰ দৰে।

১৭। সয়লজ্জ সিৰেব্বিনু পয়ডিয়াইঁ অংগাই তীইবি সুসবিসেসং
কো কবিয়নান দূসই সিট্‌ঠং বিহিনারি পুনরুত্ত ॥ ৪০ ॥

অনুবাদ: বিধাতাই শৈলজাক (পাৰ্বতীক) সৃষ্টি কৰি তেওঁতকৈও অধিক বিশেষত্বৰে এই নায়িকাৰ অংগ সমূহক প্ৰকাশিত কৰিছে; বিধাতায়েই যদি সৃষ্টিৰ পুনৰুক্তি কৰে কবিসকলৰ দোষনো কি?[৮৬]

১৮। গাহা তং নিসুণেব্বিনু ৰায়মৰাল গই,
চলনংগুট্‌ঠি ধৰত্তি সলজ্জিৰ উল্লিহই।
তউ পংথিউ কনয়ংগি তথ ৰোলারিয়উ
কহি জাইসি হিৰ পহিয় কঁইর তুহ আইয়উ ॥ ৪১ ॥

---

পৰা নাই; সেই কাৰণে গতিবেগ লোপপোৱা বা হৰণ হোৱা বৰ্ণিল বৰ্ণনা কৰা হৈছে।

৮৫. জলন্থৰ প্ৰদেশৰ কলগছ প্ৰসিদ্ধ; দেখাত স্তম্ভসদৃশ। নায়িকাৰ উৰু এনে মসৃণ আৰু মনোৰম যে জালন্থৰী কলগছৰ স্তম্ভকো জয় কৰি শোভিত হৈছে।

৮৬. স্বয়ং বিধাতায়ে যদি পাৰ্বতীক সৃষ্টি কৰি পুনৰ অপূৰ্ব সুন্দৰী কৰি এই নায়িকাক সৃষ্টি কৰি পুনৰুক্তি কৰিব পাৰে তেন্তে কবিসকলে পুনৰুক্তি অৰ্থাৎ আন কবিৰে কোবাকে যদি কয় তেন্তে কবিসকলক দোষ দিলে কি হব? কবিৰ বৰ্ণনাত পুনৰুক্তি থাকিলেও সি দোষণীয় নহয়।

**অনুবাদ ঃ** সেই গাথা শুনি ৰাজহংসগামিনীয়ে লাজতে ভৰিৰ আঙুলিৰে মাটি খুচৰিবলৈ ধৰিলে, তাৰ পিছত সেই কণকাংগীয়ে পথিকক ক'বলৈ ধৰিলে ঃ 'হে পথিক, আপুনি ক'ৰ পৰা আহিছে অথবা কোন ফালে যাব ?'

১৯। নয়ৰ নামু সামোৰু সবোৰুহদলনয়নি,
নায়ৰজন সংপুন্নু হৰিস সসিহৰবয়নি।
ধৱলভুংগপায়াৰিহি তিউৰিহি মংডিয়উ,
নহু দীসই কুই মুক্খু সয়লু জমু পংডিয়উ ॥ ৪২ ॥

**অনুবাদ ঃ** হেৰা পদ্মনয়না, নগৰখনৰ নাম সাম্বপুৰ ; চন্দ্ৰবদনা, তাৰ নাগৰিকসকল সম্পূৰ্ণ সুখী। শুভ্ৰ উচ্চ প্ৰাচীৰৰ দ্বাৰা আৰু তিনিটা নগৰ-দুৰ্গৰ দ্বাৰা ই পৰিশোভিত। তাত কোনো মূৰ্খ লোক দেখা পোৱা নাযায়, সকলোৱেই পণ্ডিত।

২০। ৱিৱিহৱিঅক্খন সত্থিহি জই পৱসীই নৰু,
সুম্মই ছংদু মনোহৰু পায়উ মহুৰয়ৰু।
কহব ঠাই চউৱেইহিঁ ৱেউ পয়াসিয়ই,
কহ বহুৰুৱি নিৱদ্ধউ ৰাসউ ভাসিয়ই ॥ ৪৩ ॥

**অনুবাদ ঃ** কোনো বিচক্ষণ ব্যক্তিৰ সৈতে সেই নগৰত প্ৰবেশ কৰিলে শুনিবলৈ পোৱা যাব যে কোনো ঠাইত মনোহৰ ছন্দত মধুৰতম প্ৰাকৃত কাব্য ধ্বনিত হৈছে ; কোনো ঠাইত বেদজ্ঞসকলে বেদ ব্যাখ্যা কৰিছে, কোনো ঠাইত অভিনেতাসকলে বিবিধ ৰূপত নিবদ্ধ ৰাসক অভিনয় কৰিছে।

## পূৰ্বী-অৱহট্‌ঠ সাহিত্যৰ নিদৰ্শন

### ॥ বিদ্যাপতিৰ 'কীৰ্তিলতা' ॥

খৃষ্টীয় অষ্টম-নৱম শতাব্দীৰ পৰা পঞ্চদশ শতাব্দী পৰ্যন্ত পূবৰ পৰা পশ্চিমলৈকে সমগ্ৰ উত্তৰ-ভাৰতৰ ভূখণ্ডতে লোক-সাহিত্যৰ ভাষাৰূপে অপভ্ৰংশৰ যি অৰ্বাচীন ৰূপ অৱহট্‌ঠৰ ( <অপভ্ৰষ্ট) প্ৰচলন আছিল— তাৰ পশ্চিমা-ৰূপৰ প্ৰতিফলন হিচাবে 'সন্দেশ-ৰাসক'ৰ মাজত পোৱা যায়, তেনেদৰে পূৰ্বী-ৰূপৰ শেষ প্ৰতিফলন বিচাৰি পোৱা যায় সুপ্ৰসিদ্ধ মৈথিলী কবি বিদ্যাপতিৰ 'কীৰ্তিলতা' আৰু 'কীৰ্তিপতাকা' নামৰ গ্ৰন্থত।

পূৰ্বাঞ্চলত প্ৰচলিত অৱহট্‌ঠত বৌদ্ধ সহজযানী-বজ্ৰযানী আৰু শৈৱনাথ-পন্থী যোগী আৰু সিদ্ধাচাৰ্যসকলে তেওঁলোকৰ সাধন-মাৰ্গ বিষয়ক কিছুমান গীত-পদ ৰচনা কৰিছিল যদিও অন্যান্য বিভিন্নজনেও বহু নীতি আৰু উপদেশমূলক নানা কথা আৰু কবিতা ৰচনা কৰিছিল। খৃষ্টীয় চতুৰ্দশ শতাব্দীত ৰচনা কৰা 'প্ৰাকৃত-পৈঙ্গল' নামৰ প্ৰাকৃত ছন্দোগ্ৰন্থত অৱহট্‌ঠত ৰচিত ভালেখিনি কবিতা পোৱা যায়। এই সমূহ সাহিত্যই আছিল নব্য-ভাৰতীয় আৰ্যভাষাৰ সাহিত্যৰ 'উপক্ৰম-পৰ্ব' বা অগ্ৰদূত।

পূৰ্বী-অৱহট্‌ঠত লেখা কবিসকলৰ ভিতৰত বিদ্যাপতিয়েই আছিল শেষ প্ৰতিনিধি। মিথিলাৰ অন্তৰ্গত বিসপী গাঁৱত এই গৰাকী জনপ্ৰিয় কবিৰ জন্ম হয় আৰু তেওঁৰ জীৱন-কাল খৃষ্টীয় চতুৰ্দশ শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা পঞ্চদশ শতিকাৰ প্ৰথমাৰ্ধ পৰ্যন্ত। তেওঁৰ উল্লেখযোগ্য কীৰ্তি 'কীৰ্তিলতা' আৰু ইয়াৰ বিষয়বস্তু কবিৰ পৃষ্ঠপোষক ত্ৰিহুতৰ ৰজা কীৰ্তিসিংহৰ কাহিনী আৰু চৰিত্ৰ। কাব্যখনিৰ মূল ৰস বীৰ, হ'লেও শৃংগাৰ আৰু বীভৎস ৰসৰো সমাৱেশ ঘটিছে। কীৰ্তিসিংহৰ কাহিনী বৰ্ণনাৰ লগতে তৎকালীন সমাজ, নাগৰিক জীৱন, মুছলমানৰ অত্যাচাৰ আদিৰ বৰ্ণনাও ইয়াত সন্নিৱিষ্ট হৈছে।

'কীৰ্তিলতা'ৰ ভাষা পূৰ্বী-অৱহট্‌ঠ যদিও ই মৈথিলী-মিশ্ৰিত। কাব্যখন চাৰিটা 'পল্লব'ত ভাগ কৰি গদ্য আৰু পদ্য উভয়তে ৰচনা কৰা হৈছে।

তলত 'কীৰ্তিলতা'ৰ আৰম্ভণিৰ পৰা আঠোটা পদৰ অসমীয়া অনুবাদ দিয়া হ'ল। এই অংশত কবিয়ে সুজন আৰু দুৰ্জনৰ পাৰ্থক্য নিৰ্দেশ কৰি অৱহট্‌ঠত কাব্য ৰচনা কাৰণ ব্যাখ্যা কৰিছে।

১। তিহুঅন-খত্তেহি কাঞ্চি তসু কিত্তিৱল্লি পসৰেই।
অকৃখৰঅ খমবাৰমভঞো মাঞচো বন্ধি ন দেই॥

অনুবাদ: ত্ৰিভুৱন-ক্ষেত্ৰৰ মাজত তেওঁৰ কীৰ্তি কেনেকৈ বিয়পি পৰিব যদিহে আখৰৰ স্তম্ভ ৰচনা কৰি বান্ধি দিব পৰা নাযায়?

২। তেং মোঞে ভলঞো নিৰুঢ়ি গঅ জইসও তইসও কব্ব।
খল খেল-চ্ছল দূসিহই সুঅন পসংসই সব্ব॥

অনুবাদ: দুৰ্জন লোকক ধেমালিৰ ছলেৰে ব্যংগ কৰি আৰু সজ্জনক প্ৰশংসা কৰি মই ভালদৰে কাব্যৰ স্বৰূপ নিৰূপণ কৰিছোঁ।

৩। সুঅন পসংসই কব্ব মঝু দুজ্জন বোলই মন্দ।
অবসও বিসহৰ বিস বমই অমিঞ বিমুক্কই চন্দ॥

অনুবাদ: সুজনে মোৰ কাব্য প্ৰশংসা কৰে, দুৰ্জনে বেয়া বুলি কয়; অৱশ্যে বিষধৰে বিষকে ত্যাগ কৰে, চন্দ্ৰইহে অমৃত বৰ্ষণ কৰে।

৪। সজ্জন চিন্তই মনহি মনে মিত্ত কৰিঅ সব কোঅ।
ভেঅ কহন্তা সজ্জহু জই দুজ্জন ভইৰি ন হোঅ॥

অনুবাদ: দুৰ্জন লোকে যেতিয়া ভেদ ভাব প্ৰকাশ কৰে তেতিয়া সজ্জনে সকলোৰে সৈতে মিত্ৰতা ৰক্ষা কৰি বৈৰীহীন হৈ থাকে।

৫। বালচন্দ বিজ্জাবই ভাসা
দুহু নহি লগ্‌গই দুজ্জন হাসা।
ও পৰমেসৰ হৰসিৰ সোহই
ঈ নিচ্চই নাঅৰমন মোহই॥

অনুবাদ : বালচন্দ্ৰ আৰু বিদ্যাপতিৰ ভাষা—এই দুইক দুৰ্জনৰ উপহাসে স্পৰ্শ নকৰে ; তেওঁ হৰৰ শিৰত শোভা পায় আৰু এওঁ ( বিদ্যাপতি ) বিদগ্ধজনৰ মন সদায়ে মোহিত কৰে।

৬। কা পৰবোধৰঞো কমন জনাবঞো।
কিমি নীৰস মনে ৰস লএ লাবঞো॥
জই সুৰসা হোসই মঝু ভাষা।
জো বুজ্‌ঝহিঅ সো কৰিহ্‌ পসংসা॥

অনুবাদ : নীৰস মন লৈ মই কেনেকৈ প্ৰবোধ দিব পাৰোঁ, কেনেকৈ মই ৰস সঞ্চাৰ কৰিম ? মোৰ ভাষা যদি ৰসসমৃদ্ধ হয় তেন্তে বুজি পোৱা জনে প্ৰশংসা কৰিব।

৭। মহুঅৰ বুজ্‌ঝই কুসুম-ৰস কব্ব-কলাউ চইল্ল।
সজ্জন পৰউআৰ মন দুজ্জন নাম মইল্ল।

অনুবাদ : মধুকৰে ফুলৰ মৌ আস্বাদন কৰে ; বিদগ্ধজনে কাব্য-কলা উপভোগ কৰে। সজ্জন পৰোপকাৰী, কিন্তু দুৰ্জনৰ মন কলুষতাপূৰ্ণ।

৮। সক্কঅ বাণী বহুঅ ন ভাবই।
পাউঅ ৰস কো মম্ম না পাবই॥
দেসিল বঅনা সব সন মিট্‌ঠা।
তং তৈসন জংপিঅ অবহট্‌ঠা॥

অনুবাদ : সংস্কৃত ভাষা বহুজনে ভাল নাপায়, প্ৰাকৃত ৰসৰ মৰ্ম উপলব্ধি কৰিব নোৱাৰে ; দেশী বচন ( সৰ্বসাধাৰণৰ কথ্য ভাষা ) সকলোতকৈ মধুৰ আৰু সেই কাৰণেই অৱহট্‌ঠত জল্পনা কৰিছোঁ।



# প্ৰাকৃত সাহিত্যৰ নিৰ্বাচিত নিদৰ্শন

## দ্বিতীয় ভাগ

সন্নিবিষ্ট 'অশোকৰ অনুশাসন', 'ধম্মপদ', 'গাহাসত্তসঈ', 'কর্পূৰমঞ্জৰী', 'অভিজ্ঞান-শকুন্তলম্' আৰু 'সন্দেশ ৰাসক'ৰ পাঠৰ ভাষা-বিষয়ক টোকা আৰু শব্দাৰ্থ।

# ॥ অশোকৰ অনুশাসন ॥

অশোকৰ অনুশাসন (Asokan Edicts) বুলি খ্যাত প্ৰাকৃত-ভাষাত লেখিত প্ৰত্নলিপি বা প্ৰত্নলেখসমূহ একালে যিদৰে প্ৰাচীন ভাৰতৰ ঐতিহাসিক তথ্য, ধৰ্মীয় চিন্তাধাৰা, সামাজিক দৃষ্টিভঙ্গী, লিপিৰ অধ্যয়ন, ভাস্কৰ্য-ৰীতি ইত্যাদিৰ কাৰণে মহামূল্যবান সম্পদ, আনকালে তেনেদৰে ভাৰতীয় আৰ্য-ভাষাৰ বিবৰ্তিত ধাৰাৰ গতি-প্ৰকৃতি, ঔপভাষিক বৈচিত্ৰ, কথ্য-ভাষাৰ স্বৰূপ ইত্যাদিৰ অধ্যয়নৰ কাৰণেও অতি প্ৰামাণিক আৰু নিৰ্ভৰযোগ্য সম্বল। অশোক-লিপিমালাই ভাৰতৰ প্ৰথম লিপি-ব্যৱহাৰৰ নিদৰ্শন অথবা গদ্যৰ লেখন-ভঙ্গীকে প্ৰতিফলন কৰা নাই,—এই সমূহ প্ৰাকৃতৰো সৰ্বপ্ৰথম লেখিত নিদৰ্শন; সেয়েহে ভাৰতীয় আৰ্যভাষাৰ ক্ৰমবিকাশৰ গতিৰ কথ্যৰূপৰ আঞ্চলিক উপভাষাসমূহৰ বৈশিষ্ট্যও সুস্পষ্টকৈ দাঙি ধৰাত সহায় কৰিছে।

অশোকৰ অনুশাসনসমূহ ভাৰতৰ পূৱৰ উৰিষ্যাৰ পৰা পশ্চিমৰ কাশ্মীৰ-পাঞ্জাবকে ধৰি পাকিস্থান, কান্দাহাৰ পৰ্যন্ত; উত্তৰৰ নেপালৰ পৰা দক্ষিণৰ কৰ্ণাটক ৰাজ্য পৰ্যন্ত বিভিন্ন ঠাইত সিঁচৰতি হৈ আছে। পৰিবেশন ৰীতিৰ ওপৰত ভিত্তি কৰি এইবোৰক বৃহৎ শিলানুশাসন, ক্ষুদ্ৰ শিলানুশাসন, স্তম্ভানুশাসন আৰু গুহানুশাসন এনে দৰে চাৰিটা ভাগত ভাগ কৰা হৈছে; এইবোৰে তৎকালীন ভাৰতৰ আৰ্যভাষাৰ চাৰিটা আঞ্চলিক ৰূপ প্ৰতিফলন কৰিছে: উত্তৰ-পশ্চিমা, পশ্চিমা, প্ৰাচ্য-মধ্যা আৰু প্ৰাচ্যা।

বৃহৎ শিলালিপিসমূহ প্ৰধানতঃ চৈধ্যখনৰ সমষ্টি যদিও ধৌলী আৰু জৌগড়ত দুখন পৃথক শিলালিপি পোৱা যায় আৰু সেই হিচাপে এইবোৰৰ সংখ্যা ষোল্লখন। এইসমূহ স্থাপিত বা খোদিত কৰা হৈছিল উত্তৰ-পশ্চিম সীমান্ত অঞ্চলৰ শাহ্‌বাজগঢ়ী আৰু মানসেহৰাত, পশ্চিম সীমান্তৰ মহাৰাষ্ট্ৰৰ সোপাৰা আৰু গুজৰাটৰ জুনাগড়ৰ গিৰ্ণাৰ

বা গিৰ্‌নাৰত ; উত্তৰপ্ৰদেশৰ মৌছুৰীৰ ওচৰৰ কালছীত আৰু উৰিষ্যাৰ পুৰী জিলাৰ ধৌলী আৰু গঞ্জাম জিলাৰ জৌগড়ত। ভাষাৰ উপাদান, ঐতিহাসিক তথ্য, ধৰ্মীয় মনোভংগী ইত্যাদিৰ কাৰণে এই বৃহৎ শিলালিপি সমূহেই হ'ল প্ৰধান আৰু বিশেষ উল্লেখযোগ্য।

ক্ষুদ্ৰ শিলানুশাসনসমূহ ৰাজস্থান আৰু দক্ষিণ-ভাৰততে প্ৰধানকৈ পোৱা যায়। এইবোৰ সংখ্যাত তিনিখন। ইয়াৰ ভিতৰত ৰাজস্থানৰ বৈৰাটৰ 'ভাব্ৰু-বৈৰাট অনুশাসন' খনি বিশেষ প্ৰসিদ্ধ।

স্তম্ভানুশাসন সমূহক সাতখন স্তম্ভানুশাসন, সংঘভেদ স্তম্ভানুশাসন, সাম্ৰাজ্ঞীৰ স্তম্ভানুশাসন, লুম্বিনী স্তম্ভলিপি আৰু নিগালীসাগৰ স্তম্ভলিপি—এনেদৰে পাঁচভাগত ভাগ কৰিব পাৰি। এইসমূহ উত্তৰ-প্ৰদেশ, মধ্য-প্ৰদেশ, বিহাৰ, পঞ্জাব আৰু নেপালত প্ৰতিষ্ঠাপিত হৈছিল।

গুহানুশাসনৰ সংখ্যা তিনি আৰু পোৱা যায় বিহাৰৰ গয়া জিলাৰ বৰাবৰ পাহাৰৰ বুকুত থকা চাৰিটা গুহাৰ তিনিটাত। এই কেইখন লিপি সৰু আৰু তাত 'আজীৱক' নামৰ ধৰ্ম-সম্প্ৰদায়ৰ সন্ন্যাসীসকলক বসবাসৰ কাৰণে উৎসৰ্গা কৰাৰ কথা পোৱা যায়।

যোল্লখন অনুশাসন সম্বলিত বৃহৎ শিলানুশাসন সমূহ ভাষাতত্ত্ব অধ্যয়নৰ কাৰণে অত্যন্ত গুৰুত্বপূৰ্ণ ; কিয়নো সেইবোৰত অশোকৰ ধৰ্মানুশাসন জনসাধাৰণৰ সহজবোধ্যৰ কাৰণে তদানীন্তন জনসাধাৰণৰ ভাষা অঞ্চলে অঞ্চলে যেনেদৰে ব্যৱহৃত বা প্ৰচলিত হৈছিল তেনেদৰেই লিপিবদ্ধ কৰাৰ ব্যৱস্থা কৰা হৈছিল। সেই কাৰণে এইসমূহত কথ্য-প্ৰাকৃতৰ চাৰিটা আঞ্চলিক ৰূপ প্ৰতিফলিত হোৱা লক্ষ্য কৰা যায়। উত্তৰ-পশ্চিম সীমান্তৰ শাহ্‌বাজগঢ়ী আৰু মানসেহ্‌ৰা অনুশাসনে উত্তৰ-পশ্চিমা উপভাষা ; পশ্চিমৰ গিৰ্‌নাৰ বা গিৰ্নাৰ অনুশাসনে পশ্চিমা উপভাষা ; মধ্য অঞ্চলৰ কালছী অনুশাসন আৰু টোপ্‌ৰা স্তম্ভলিপিয়ে প্ৰাচ্য-মধ্য উপভাষা আৰু পুব অঞ্চলৰ ধৌলী আৰু জৌগড় অনুশাসনে প্ৰাচ্য উপভাষাৰ নিদৰ্শন বহন কৰে। উত্তৰ-পশ্চিমৰ

অনুশাসন খৰোষ্ঠী লিপিত আৰু অন্যসমূহ ব্ৰাহ্মী লিপিত লেখা হৈছিল। পাঠ উদ্ধাৰ কৰিব নোৱাৰা মহেঞ্জোদাৰোৰ লিপিৰ কথা বাদ দিলে এইবোৰেই ভাৰতৰ সৰ্বপ্ৰথম পাঠযোগ্য লিপি আৰু প্ৰথম গদ্য-ৰচনা।

অনুশাসনসমূহৰ ভাষা তুলনামূলকভাৱে অধ্যয়ন কৰি দেখা গৈছে যে উত্তৰ-পশ্চিমাৰ ভাষা অধিক প্ৰাচীন ধৰ্মী আৰু অন্য উপভাষাত নথকা না না বৈশিষ্ট্যৰে পৰিপুষ্ট; পশ্চিমা উপভাষা বৈদিক-সংস্কৃতৰ বেছি ওচৰচপা; বিশেষকৈ বৈদিক ভাষাৰ ৰূপতত্ত্বৰ লগত সম্বন্ধ নিবিড়। আনহাতে প্ৰাচ্য-মধ্যা আৰু প্ৰাচ্যা উপভাষা ধ্বনিতাত্ত্বিক দিশত, লগতে ৰূপতাত্ত্বিক দিশতো অধিক নব্যধৰ্মী তথা পৰিবৰ্তনমুখী।

## অনুশাসনসমূহৰ ভাষাৰ সাধাৰণ উমৈহতীয়া লক্ষণ :

অনুশাসনসমূহৰ ভাষাত এনে কিছুমান উমৈহতীয়া সাধাৰণ লক্ষণ আছে, যি বোৰ পৰৱৰ্তী কালৰ পালি-প্ৰাকৃতৰো সাধাৰণ বৈশিষ্ট্য হিচাপে দেখা দিছে আৰু এইবোৰে বৈদিক-সংস্কৃতৰ কথ্য-ৰূপৰ পৰা সবলীকৃত হৈ প্ৰাকৃত ভাষা যে উদ্ভৱ আৰু বিকাশ হৈছে, সেই কথা অধিক দৃঢ়বদ্ধ কৰি তোলে।

উমৈহতীয়া সাধাৰণ লক্ষণ কিছুমান হ'ল :

(ক) 'ঋ' ধ্বনি সকলোতে 'অ', 'ই', 'উ' বা 'ৰ' ধ্বনিত পৰিণত হৈছে।

(খ) 'ঐ' আৰু 'ঔ' সকলোতে যথাক্ৰমে 'এ' আৰু 'ও' হৈছে।

(গ) 'অয়' আৰু 'অৱ' এই ব্যঞ্জন ধ্বনি দুটা কোনো কোনো ক্ষেত্ৰত পৰিবৰ্তন নোহোৱাকৈ ব্যৱহাৰ হোৱা দেখা পোৱা গলেও বেছিভাগ ক্ষেত্ৰতে 'এ' আৰু 'ও'-ত পৰিণত হোৱা দেখা যায়।

(ঘ) সংযুক্ত বৰ্ণৰ পূৰ্বৱৰ্তী দীৰ্ঘস্বৰ আ, ঈ, ঊ যথাক্ৰমে হ্ৰস্বস্বৰ অ, ই, উ-ত পৰিণত; কেৱল পশ্চিমা উপভাষাতহে ইয়াৰ ব্যতিক্ৰম দেখা পোৱা যায়।

(ঙ) শ, ষ, স—এই তিনিটাৰ পাৰ্থক্য উত্তৰ-পশ্চিমাত ৰক্ষিত যদিও আন উপভাষাত 'স'-বহে ব্যৱহাৰ হৈছে।

(চ) 'ক্ষ' ধ্বনি 'ছ' অথবা 'খ'ত পৰিণত।

(ছ) ৰ-যুক্ত আৰু স-যুক্ত সংযুক্ত ব্যঞ্জন উত্তৰ-পশ্চিমা আৰু পশ্চিমা উপভাষাত ৰক্ষিত যদিও সমীভৱন হোৱাৰ লক্ষণো দেখা যায়। কিন্তু প্ৰাচ্য-মধ্যা আৰু প্ৰাচ্যাত সকলো ক্ষেত্ৰতে সমীভূত। স-যুক্ত ব্যঞ্জন সাধাৰণতে গিৰ্নাৰ বা পশ্চিমাত লক্ষ্য কৰা যায়।

(জ) 'দ' আৰু 'ধ ৰ লগত 'য়' সংযুক্ত হ'লে তালব্যীভৱন হোৱা সকলোতে দেখা যায়।

(ঝ) ধ্বনিতত্ত্বৰ আন তিনিটা উল্লেখযোগ্য উমৈহতীয়া লক্ষণ হ'ল : স্বৰমধ্যৱৰ্তী অঘোষ ব্যঞ্জনৰ ঘোষীভৱনৰ প্ৰৱণতা, ঋ বা ৰ যুক্ত দন্ত্যবৰ্ণৰ মূৰ্ধনীভৱন হোৱাৰ লক্ষণ আৰু অধিকাংশ ক্ষেত্ৰতে পদান্ত ব্যঞ্জনৰ লোপ হোৱাৰ প্ৰৱণতা।

(ঞ) শব্দৰূপ আৰু ধাতুৰূপৰ ক্ষেত্ৰত দেখা সাধাৰণ বৈশিষ্ট্য হ'ল : দ্বিবচনৰ লুপ্ত, তৃতীয়াৰ বহুবচনত '-এহি'ৰ প্ৰয়োগ ; পশ্চিমাৰ বাহিৰে আন সকলো উপভাষাতে আত্মনেপদীৰ লুপ্ত ; লিট্ প্ৰয়োগ লুপ্ত আৰু 'লঙ্' আৰু 'লুঙ'ৰ একাকাৰ হোৱাৰ লক্ষণ ; কৰ্মবাচ্য গঠনত সংস্কৃতৰ 'য' প্ৰত্যয় 'ইঅ' বা 'ঈঅ' হোৱা তুমন্ত বা নিমিত্তাৰ্থক ক্ৰিয়া গঠনত '-তৱে'-ৰ ব্যৱহাৰ ইত্যাদি প্ৰধান।

## গিৰ্নাৰ বা পশ্চিমা উপভাষাৰ সাধাৰণ লক্ষণ :

পূৰ্বতে উল্লেখ কৰা হৈছে যে পশ্চিমা উপভাষা বৈদিক সংস্কৃতৰ বেছি ওচৰচপা আৰু সেই কাৰণে আন কেইটা উপভাষাৰ তুলনাত অধিক সংৰক্ষণশীল। 'ঋ' ধ্বনি অ, ই, উ বা ৰ-ত পৰিণত হোৱা ; ঐ আৰু ঔ যথাক্ৰমে 'এ' আৰু 'ও' হোৱা ; 'অয়' আৰু 'অব', 'এ' আৰু 'ও'-ত পৰিণত হোৱা ( উদাহৰণ : মৃগঃ>মগো ; বৃক্ষ>ব্ৰচা ;

দ্বৌ>দ্বো ; আজ্ঞা পয়্> আঞা পয়্ ; ভৱতি>হোতি ইত্যাদি) আদি কেইটামান বৈশিষ্ট্যত এই উপভাষাৰ আন কেইটা উপভাষাৰ লগত মিল থকা দেখা গলেও, নিজস্ব বৈশিষ্ট্য ভালেখিনি আছে। তলত তাৰে কেইটামান উল্লেখ কৰা হল :

(ক) অ-কাৰান্ত বিসৰ্গৰ 'ও'-কাৰত পৰিণত ; যেনে—মৃগঃ> মগো, ধ্ৰুবঃ>ধ্ৰুবো, কৰ্ত্তব্যঃ>কতব্যো। (অৱশ্যে এই বৈশিষ্ট্য শাহবাঝগঢ়ী অনুশাসনতো লক্ষ্য কৰা যায়।)

(খ) শ, ষ, স—এই তিনিটা শিশ্‌ধ্বনিৰ ঠাইত কেৱল 'স'-ৰ ব্যৱহাৰ আছে, যেনে—পশ্যতি>পসতি ; প্ৰত্যন্তেষু>প্ৰচংতেসু ; ঔষধানি>ওসঢানী ইত্যাদি।

(গ) 'ক্ষ', 'ৎস'—'ছ' লৈ পৰিবৰ্তন হৈছে ; যেনে—ক্ষুদ্ৰ>খুদ ; চিকিৎসা>চিকীছা।

(ঘ) 'শ্চ'—চ, ছ দুই ধ্বনিত ৰূপান্তৰিত হোৱা দেখা যায় ; যেনে—কশ্চিৎ>কিংচি, পশ্চাৎ>পছা। 'ত্য'—'চ' ধ্বনিলৈ পৰিবৰ্তন হৈছে, যেনে—প্ৰত্যন্তেষু>প্ৰচংতেসু।

(ঙ) জ্ঞ, ন্য, ণ্য>ঞ, যেনে—ৰাজ্ঞা>ৰাঞো ; অন্য>অঞ ; অপুণ্য>অপুংঞ। 'ম্ন'—'ম্ন' আৰু 'মৃহ' দুই ধৰণে ব্যৱহাৰ হৈছে। 'দ্য', 'ধ্য' যথাক্ৰমে 'জ' আৰু 'ঝ' হৈ তালব্যীভৱন হৈছে, যেনে—অদ্য>অজ, মধ্যম>মঝম। 'ব্য' পৰিবৰ্তন নোহোৱাকৈ ব্যৱহাৰ হৈছে ; যেনে—কৰ্তব্যঃ>কতব্যো।

(চ) 'স' যুক্ত ব্যঞ্জন সাধাৰণতে পৰিবৰ্তন নোহোৱাকৈ ব্যৱহাৰ হৈছে ; যেনে—অস্তি>অস্তি ; হস্তি>হস্তি ; শ্ৰেষ্ঠ>সেস্ট বা সেস্ঠ ; আনহাতে 'স্থ' থ বা 'স্ট' দুই ধৰণে পৰিবৰ্তন হোৱা দেখা যায় ; যেনে স্থবিৰ>থইৰ ; স্থিত>স্টিত।

(ছ) ৰেফ্‌যুক্ত ব্যঞ্জনৰ 'ৰ্' কোনো পৰিবৰ্তন নোহোৱাকৈ ব্যৱহাৰ হৈছে যদিও 'ৰ্' সমীভৱন হৈ অথবা অনুস্বাৰ সংযুক্ত হৈ ব্যৱহাৰ হৈছে ; সৰ্বত্ৰ>সৰ্বত ; ধৰ্ম>ধ্ৰম ; ধৰ্ম>ধংম ইত্যাদি।

(জ) 'ৰ'-যুক্ত সংযুক্ত ব্যঞ্জন, যেনে—ক্ৰ, ত্ৰ, প্ৰ, ব্ৰ, ভ্ৰ, শ্ৰ, স্ৰ আদি দুই ধৰণেৰে পৰিবৰ্তন হৈ ব্যৱহাৰ হোৱা দেখা যায়ঃ একক ধ্বনিলৈ অৰ্থাৎ 'ৰ' বিহীন হৈ আৰু সংযুক্ত অৱস্থাৰে।

যেনে—ত্ৰম>ক্ৰম, কম ;
পুত্ৰ->পুত্ৰ-, পুত- ;
প্ৰিয়->প্ৰিয়-, পিয়- ;
ব্ৰাহ্মণ>ব্ৰহ্মণ, বম্হন ;
ভ্ৰাতৃ>ভ্ৰাত্ৰ ;
শুশ্ৰূষা>সুস্ৰুসা ;
শ্ৰুন>স্ৰুন ; ইত্যাদি।

(ঝ) মধ্যৱৰ্তী নাসিক্য+স্পৰ্শ সংযুক্ত ধ্বনিৰ নাসিক্য অনুস্বাৰত পৰিণত হৈছে ; যেনে—পঞ্চসু>পংচসু ;
ব্যঞ্জনতঃ>ব্যংজনতো ;
প্ৰত্যন্তেষু>প্ৰচংতেসু।

(ঞ) শব্দৰূপৰ ক্ষেত্ৰত অন্যান্য উপভাষাত দেখা পোৱাৰ দৰে দ্বিবচনৰ লুপ্ত, ব্যঞ্জনান্ত শব্দ অধিকাংশ ক্ষেত্ৰতে স্বৰান্ত হোৱা আৰু ইয়াৰ ফলত বহুবচনৰ প্ৰথমা আৰু দ্বিতীয়া বিভক্তিত পুংলিংগ আৰু ক্লিবলিংগৰ পাৰ্থক্যহীনতা আদি পশ্চিমাতো দেখা পোৱা গ'লেও, পশ্চিমাৰ নিজস্ব কেইটামান বৈশিষ্ট্য আছেঃ যেনে—অ-কাৰান্ত শব্দৰ চতুৰ্থীৰ পুংলিংগৰ একবচনত '-আয়' বিভক্তিৰ সংযোগ (অন্যত্ৰ '-য়ে); সপ্তমীৰ পুংলিংগৰ একবচনত '-মহি' (অন্যত্ৰ '-স্পি' অথবা '-সি'); তৃতীয়াৰ বহুবচনত '-এহি'; ই-কাৰান্ত শব্দৰ প্ৰথমাৰ বহুবচনত '-ঈ'; ঋ-কাৰান্ত শব্দৰ তৃতীয়াৰ একবচনত '-আ' ইত্যাদি।

(ট) পশ্চিমা উপভাষাত বৈদিক প্ৰভাৱ এটা মনকৰিবলগা বৈশিষ্ট্য। 'ইধ' (১নং অনুশাসন), 'কুপ' (২নং অনুশাসন) আদি শব্দ বৈদিক-সংস্কৃতৰ অনুৰূপে ব্যৱহাৰ হৈছে। অন্য উপভাষাত প্ৰয়োগ নোহোৱা আত্মনেপদৰ ব্যৱহাৰ আৰু আত্মনেপদীৰ বিভক্তিৰূপে

প্ৰথম পুৰুষৰ বহুবচনত ৰ-যুক্ত বিভক্তিৰ বহুল প্ৰয়োগ বৈদিক প্ৰভাৱজাত। নিমিত্তাৰ্থক ক্ৰিয়া গঠনত আন উপভাষাত বৈদিক '-তবৈ' পৰা অহা '-তবে' ব্যৱহাৰ হৈছে যদিও পশ্চিমাত '-তবে'ৰ উপৰিও '-তুম'ৰ পৰা অহা '-তু' ব্যৱহাৰ হৈছে। এনেদৰে সপ্তমীৰ একবচনৰ পুংলিংগত '-মহি' (যেনে—সমাজম্হি, ১নং অনুশাসন) সংস্কৃতৰ '-স্মিন্' বিভক্তিৰ পৰিবৰ্তিত ৰূপ ; আন উপভাষাত কিন্তু '-স্পি' বা '-সি' ব্যৱহাৰ হৈছে। এনেদৰে বৈদিক '-এভিঃ'>'-এহি' বা '-হি' তৃতীয়াৰ বহুবচনৰ বিভক্তিৰূপে ব্যৱহাৰ হৈছে ; যেনে—দেৱেভিঃ>দেৱেহি।

তলত অশোক-অনুশাসনৰ প্ৰথম চাৰিখনৰ শব্দ মূল সংস্কৃত ৰূপ দেখুৱাই অসমীয়া অৰ্থ দিয়া হ'ল :

## শিলানুশাসন—১

ইয়ং—ইদম্ ; এই

ধংমলিপী—ধৰ্মলিপিঃ ; ধৰ্মলিপি।

(সম্ৰাট অশোকে জনসাধাৰণৰ বাবে প্ৰচাৰ কৰা অনুশাসন বা আদেশনামা সমূহত মূলতঃ ধৰ্মৰ আদৰ্শ (বৌদ্ধধৰ্মাদৰ্শ) খোদিত বা লিপিবদ্ধ কৰা হৈছিল কাৰণে এইবোৰক 'ধৰ্মলিপি' বুলি অভিহিত কৰিছিল। অৱশ্যে 'ধৰ্ম' বা 'ধম্ম'ক সংকীৰ্ণ ধৰ্মীয় ভাৱাদৰ্শৰ পৰা উৰ্ধ্বত এক বহুল দৃষ্টিভংগীৰে তেওঁ গ্ৰহণ কৰিছিল। তেওঁ 'ধম্ম'ক এক সাৰ্বজনীন নিয়ম, ন্যায় আৰু সত্যৰ পথ হিচাপে ব্যাপক অৰ্থত ব্যৱহাৰ কৰিছিল। সামাজিক দায়িত্ববোধৰ মনোভাৱেৰে সামাজিক কাম-কাজত এক মানৱীয় ভাৱৰ সঞ্চাৰ আৰু সকলো মানুহৰ প্ৰতি শ্ৰদ্ধাই আছিল অশোক-'ধম্ম'ৰ প্ৰধান লক্ষ্য।)

দেৱানংপ্ৰিয়েন—দেৱানাংপ্ৰিয়েন ; দেৱতাসকলৰ প্ৰিয়।

ৰাঞা—ৰাজ্ঞা—ৰজাৰ দ্বাৰা।

লেখাপিতা—লেখিতা ; লেখা হ'ল।

ইধ ( বৈদিক শব্দ )—ইয়াত।

কিংচি—কশ্চিৎ ; কোনো এক বা এটা।

আৰভিতপা—আলভ্য (আ-√লভ্ +য়হ (য়)>আ-ৰভ+তপা )
=আৰভিতপা ; বধ কৰি, আহুতি দি বা যজ্ঞৰ বলি ৰূপে হত্যা কৰি।

প্ৰজূহিতব্যং—প্ৰহোতব্যঃ।

সমাজো—সমাজঃ ; বহুত মানুহ একেলগে একেঠাইতে গোট খাই মেলা-উৎসৱাদি কৰা অৰ্থত ব্যৱহাৰ হৈছে।

সমাজম্‌হি—সমাজে বা সমাজস্মি ; সমাজত বা মেলা-উৎসৱাদিত।

পসতি—পশ্যতি ; দেখিছে বা দেখিবলৈ পাইছে।

একচা—একে, একো ; এটা।

ৰাঞো—ৰাজ্ঞাঃ ; ৰজাৰ দ্বাৰা।

আৰভিসু—আলভ্যন্ত ; বধ কৰা, হত্যা কৰা। ( বিশেষণ ৰূপে ব্যৱহৃত )

সুপাথায়—সুৰ্পাথায় ; ব্যঞ্জনৰ বাবে। সূপঃ—আঞ্জা বা ব্যঞ্জন।

অজ—অদ্য ; আজি, এতিয়া।

অয়ং—ইয়ং ; এই, এইটো।

তী—ত্ৰয়ঃ ; তিনি, তিনিটা।

আৰভৰে—আলভ্যন্তে ; বধ কৰা হয় ( বহুবচন )।

দো—দ্বৌ ; দুই, দুটা।

মোৰা—ময়ুৰৌ ; ম'ৰা চৰাই।

একো—একঃ ; এক, এটা।

মগো—মৃগঃ ; হৰিণ।

ধ্ৰুবো—ধ্ৰুবঃ ; নিশ্চিত, স্থিৰ।

তি—ইতি ; ইমানেই ( আদি স্বৰ লোপ )।

পছা—পশ্চাৎ ; পিছত।

ন আৰভিসৰে—আলপস্যন্তে ; বধ কৰা নহ'ব ; পোৱা নাযাব ( ভৱিষ্যতকালৰ বহুবচন )৮

## শিলানুশাসন—২

বিজিতম্হি—বিজিতে বা বিজিতাস্মি ; জয় কৰা বা বিজিত ৰাজ্যত।

প্ৰচংতেসু—প্ৰত্যন্তেষু ; সীমান্তবোৰত।

পি—অপি ; ও।

তস—তস্য ; তেওঁৰ।

দ্বে—দ্বে ; দুটা।

চিকীছা—চিকিৎসে ; চিকিৎসা, চিকিৎসালয়।

কতা—কৃতে ; কৰা হ'ল।

ওসঢানি—ঔষধানি ; ঔষধি গছবোৰ, ঔষধবোৰ।

মনুসোপগানি—মনুষ্যোপগানি ; মানুহৰ লাগতিয়াল বা উপযোগী।

নাস্তি—ন-সন্তি ; নাই, নথকা।

হাৰাপিতানি—হাৰিতানি ; গোটাই লোৱা বা আহৰণ কৰা।

ৰোপাপিতানি—ৰোপিতানি ; ৰোৱা, কই লোৱা।

পংথেসু—পথিষু ; বাটবোৰত, পথবোৰত।

কূপা—কূপাঃ ; কুঁৱা বা নাদবোৰ।

খানাপিতা—খানিতাঃ ; খন্দা হ'ল।

ব্ৰছা—বৃক্ষঃ ; গছবোৰ।

ৰোপাপিতা—ৰোপিতাঃ ; ৰোৱা হ'ল।

## শিলানুশাসন—৩

দুবাদসবাসাভিসিতেন—দ্বাদশ-বৰ্ষাভিষিক্তেন ; অভিষেকৰ বাৰ বছৰ পূৰ হোৱা।

দুবাদস—দ্বাদশ।

বাসাভিসিতেন—বৰ্ষাভিষিক্তেন।

আঞপিতং—আজ্ঞাপতম্ ; আজ্ঞা বা আদেশ দিলোঁ বা দিয়া হ'ল।

যুতা—যুক্তাঃ ; সংযুক্ত বা লগলগা, ( ইয়াত এক শ্ৰেণী বিষয়া )।

ৰাজুকে—ৰজ্জুকাঃ ; ৰাজুক ; এক শ্ৰেণী ৰাজকৰ্মচাৰী।

প্ৰাদেসিকে—প্ৰাডেশিকাঃ ; প্ৰদেশ বা অঞ্চল বিশেষৰ শাসনকৰ্তা।

পংচসু—পঞ্চসু ; পাঁচ ( ইয়াত ৭মী বিভক্তিত প্ৰয়োগ )।

বাসেসু—বৰ্ষেষু ; বছৰত , বছৰবোৰত।

এতায়ব—এতস্মায়েব ; এইবোৰেই।

ইমায়—অস্মৈ ; এইটোলৈ, এই কামলৈ।

কংমায়—কৰ্মনে ; কামলৈ, কামক।

সুস্ৰূসা—শুশ্ৰূষা ; পৰিচৰ্যা।

ঞাতীনং—জ্ঞাতিভ্যঃ ; জ্ঞাতিসকলক।

বামৃহণ—ব্ৰাহ্মণ ; ব্ৰাহ্মণ।

সমণানং—শ্ৰমনেভ্যঃ ; শ্ৰমণসকলক।

অনাৰংভো—অনালম্ভঃ ; বলি ( যজ্ঞত ) নিদিয়া, হত্যা নকৰা।

( আলম্ভঃ , হত্যা বা বলি )

অপ-ভাডতা—অল্প-ভাণ্ডতা ; অলপ সঞ্চয়। (বা কম সম্পত্তি।)

পৰিসা—পৰিষত্ ; পৰিষদ।

যুতে—যুক্তান্ ; যুক্তসকলক।

আঞাপয়িসতি—আজ্ঞাপয়িষ্যতি ; আদেশ দিব।

গণনায়ং—গণনায়াং , হিচাপ কৰা বা কাৰ্যকৰী কৰা।

হেতুতো—হেতুতঃ ; কাৰণতে।

## শিলানুশাসন—৪

অতিকাতং—অতিক্ৰান্তম্ ; অতিক্ৰম কৰা।

অংতৰং—অন্তৰং ; মাজত, ভিতৰত।

বাসসতানি—বৰ্ষ-শতানি ; শ বছৰ এশ বছৰ।

বঢিতো—বৰ্দ্ধিতঃ ; বঢ়া, বাঢ়িছিল।

ভূতানং—ভূতানাং ; প্ৰাণীবিলাকৰ।

ঞাতীসু—জ্ঞাতিষু ; জ্ঞাতিসকলত।

ত—তত ; তেতিয়া ( বা এতিয়া ) ।

অজ—অভ ; আজি ।

অহো—অভবত ; হৈছিল ।

হস্তি-দসনা—হস্তি দর্শনাত্ ; হাতী-প্ৰদৰ্শনত ।

অঞ্ঞানি—অন্যানি ; আনবোৰ ।

দসয়িত্পা—দর্শয়িত্বা ; দেখুৱাই ।

য়াৰিসে—যাদৃশম ; যেনেকুৱা ।

বহুহি—বহুভিঃ ; বহুতৰ দ্বাৰা ।

বাস সতেদি—বৰ্ষ-শতৈঃ ; শ বছৰ ধৰি, শ বছৰেৰে ।

ভূতপূৰে—ভূত-পূৰ্বম্ ; ভূতপূৰ্ব বা আগতে ।

তাৰিসে—তাদৃশম্ ; তেনেকুৱা ।

অনাৰংভো—অনালম্ভঃ ; বধ নকৰা ।

প্ৰাণানং—প্ৰাণানাম্ ; প্ৰাণৰ, প্ৰাণবোৰৰ ।

সংপটিপতী—সমপ্ৰতিপত্তিঃ ; সমান মৰ্যাদা ।

থইৰ—স্থবিৰ ; থেৰবাদী ।

বঢিতে—বৰ্দ্ধিতং ; বঢ়া ।

বঢয়িসতি—বৰ্দ্ধয়িষ্যতি ; বাঢ়িব ।

চেৱ—চ এৱ ; আৰু ।

পোত্ৰা—পৌত্ৰাঃ ; নাতিসকল ।

প্ৰপোত্ৰা—প্ৰপৌত্ৰাঃ ; পৰিনাতিসকল ।

বধয়িসংতি—বৰ্দ্ধয়িষ্যন্তি ; বাঢ়িব বা বঢ়াব ।

আৱ—যাৱত্ ; যেতিয়ালৈকে ।

সংৱটকপা—সংবৰ্তকল্পম ; প্ৰলয় কাল ।

ধংমম্হি—ধৰ্ম্মে ; ধৰ্মত ।

সীলামহি—শীলাম্মি ; শীলত, শীলাচৰণত ।

তিষ্টংতো—তিষ্ঠন্তং ; থকা ।

এস—এতত ; এইটো ।

সেসৃটে—শ্রেষ্ঠং ; শ্রেষ্ঠ।

কংমে—কর্ম ; কাম।

অসীলস—অশীলস্ত ; অশীলবানসকলৰ।

ইমম্হি—অস্মিন ; এইটোত।

অথম্হি—অর্থে ; কাৰণে।

বধী—বৃদ্ধিঃ ; বৃদ্ধি।

অহীনী—অহীনিঃ ; হানি নকৰা।

এতায়—এতস্মৈ ; এইটোলৈ।

লেখাপিতং—লেখিতম্ ; লেখা হ'ল।

ইমস—অস্ত ; ইয়াৰ।

যুজংতু—যুজ্যতাং ; উচিত বা যথোচিত হোৱা, হ'ব লাগে।

লোচেতব্যা—ৰোচয়িতব্যা ; আনন্দ দিয়া, আনন্দদায়ক।

দবাদসবাসাভিসিতেন—দ্বাদশ-বর্ষাভিষিক্তেন ; অভিষেকৰ বাৰ বছৰ পূৰ হোৱাত।

লেখাপিতং—লেখিতম্ ; লেখা হ'ল।

## ॥ ধম্মপদ ॥

[ ইয়াত সন্নিবিষ্ট 'ধম্মপদ'ৰ বৰ্গ কেইটা পালি ভাষাৰ কাৰণে ভাষাত পালিভাষাৰ বৈশিষ্ট্যসমূহ ৰক্ষিত হৈছে। অৱশ্যে মনকৰিবলগা কথা হৈছে যে যদিও বৈদিকৰ কথ্য-ৰূপৰ পৰিবৰ্তিত ৰূপ প্ৰাচীন-প্ৰাকৃতৰ ওপৰত ভিত্তি কৰি সাহিত্যিক-ভাষা হিচাপে পালি গঢ়ি উঠিছিল, ইয়াৰ সাহিত্যিক-ৰূপৰ শব্দ-সম্ভাৰ আৰু ব্যাকৰণিক আদৰ্শ আছিল সংস্কৃত ভাষাহে। সেয়েহে সংস্কৃতৰ লগত তুলনামূলক আলোচনাৰ জৰিয়তেহে ইয়াৰ ভাষা-বৈশিষ্ট্য বিচাৰ-বিশ্লেষণ কৰিব পৰা যায়। তদুপৰি পালিৰ নিজস্ব কোনো লিপি নাছিল। সংস্কৃত বা দেৱনাগৰী লিপিয়েই ইয়াৰ লিপি। সিংহল, শ্যামদেশ, ব্ৰহ্মদেশ, কম্বোডিয়া আদিত সেই সেই দেশৰ লিপিতে পালি ভাষা লেখিত হৈছিল।

পালি ধ্বনিতত্ত্বৰ প্ৰধান বৈশিষ্ট্য যেনে—সংস্কৃতৰ ঋ-কাৰ অ, ই, উ, এ আৰু ৰ, ৰি, ৰু লৈ পৰিবৰ্তন ; ঐ আৰু ঔ-কাৰ এ আৰু ও লৈ পৰিবৰ্তন ; 'অয়' আৰু 'অৱ' ব্যঞ্জন ধ্বনি দুটা 'এ' আৰু 'ও' লৈ পৰিবৰ্তন ; শ, ষ, স-ৰ ঠাইত কেৱল 'স'ৰ ব্যৱহাৰ ; পদান্ত 'ম' 'ং'ত পৰিণত ; 'অ'-কাৰান্ত বিসৰ্গ 'ও'কাৰত পৰিণত, কিন্তু অন্য স্বৰৰ পিছত লোপ ; সংযুক্ত ব্যঞ্জন আৰু অনুস্বাৰৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্বস্বৰত পৰিণত ; ৰেফৰ প্ৰয়োগ লুপ্ত হৈ ৰেফ-যুক্ত ব্যঞ্জন দ্বিত্ব হোৱা ; সংযুক্ত ব্যঞ্জনবোৰ সমীভৱন প্ৰাপ্ত হোৱা ; মূৰ্ধন্যীভৱন, বৰ্ণ-বিপৰ্যাস আৰু স্বৰভক্তিৰ জৰিয়তে ধ্বনিৰ পৰিবৰ্তন হোৱা ইত্যাদি ইয়াৰ ভাষাত দেখা যায়। প্ৰতিটো শব্দৰ ধ্বনিগত পৰিবৰ্তনৰ বিস্তৃত আলোচনা নকৰি কেৱল মূল সংস্কৃত শব্দটো দি তাৰ অসমীয়া অৰ্থ দিয়া হ'ল। ]

## ॥ অপ্পমাদ বগ্গো ॥

(১) অপ্পমাদো—অপ্ৰমাদঃ ; কুশল চিন্তা আৰু কাৰ্যত ৰত।
অমত পদং—অমৃত পদম্ ; অমৃত অৰ্থাৎ নিৰ্বাণৰ পথ।
পমাদো—প্ৰমাদঃ ; অকুশল চিন্তা আৰু কাৰ্য।
মচ্চুনো—মৃত্যুনঃ ; মৃত্যুৰ।
পদং—'পদ' শব্দৰ অৰ্থ প্ৰসংগ অনুযায়ী 'পথ', 'বচন', 'উক্তি', 'গাথা', 'ৰক্ষা', 'স্থান' ইত্যাদি ধৰণেৰে প্ৰয়োগ হোৱা দেখিবলৈ পোৱা যায়। ইয়াত 'পথ' অৰ্থ প্ৰকাশ কৰিছে।
ন মীয়ন্তি—ন ম্ৰিয়ন্তে ; মৃত্যু নহয়।
যথামতা—যথামৃতাঃ ; মৃত্যুতুল্য বা মৃতবৎ।

(২) বিসেসতো—বিশেষতঃ ; বিশেষভাৱে।
ঞত্বা—জ্ঞাত্বা ; জানি ( জ্ঞ>ঞ )।
অৰিয়ানং—আৰ্য্যানাম্ ; আৰ্যসকলৰ।

(৩) ঝায়িনো—ধ্যায়িনঃ ; ধ্যানী ; ধ্যানপৰায়ণ।
সাততিকা—সাততিকাঃ ; উদ্যমী ; উদ্যমপৰায়ণ।
নিচ্চং—নিত্যং ; সদায়।
দল্হপৰক্কমা—দৃঢ় পৰাক্ৰমাঃ ; দৃঢ় পৰাক্ৰমী।
ফুসন্তি—স্পৃশন্তি ; স্পৰ্শ কৰা।
ধীৰা—ধীৰাঃ ; ধীৰ।
যোগক্খেমং—যোগক্ষেমম ; প্ৰশান্ত বা আনন্দদায়ক।
অনুত্তৰং—অনুত্তৰম্ ; পৰম বা অতি উত্তম।

(৪) উট্ঠানৱতো—উত্থানৱতঃ ; উত্থানশীল বা উৎসাহশীল।
সতিমতো—স্মৃতিমতঃ ; স্মৃতিসম্পন্ন।
সুচিকম্মস্স—শুচিকৰ্মণঃ ; শুদ্ধাচাৰী ; বিশুদ্ধাচাৰশীল।
নিসম্মকাৰিণো—নিশম্যকাৰিণঃ ; সম্যক বিবেচনাশীল।
সঞঞতস্স—সংযতস্য ; সংযত বা সংযমীৰ।
যসোভিৱড্ঢতি—যশঃ+অভিবৰ্দ্ধতে ; যশ বৃদ্ধি হয়।

(৫) উট্ঠানেন—উত্থানেন ; উত্থানশীল বা উত্তমীব দ্বাবা।

সঞ্ঞমেন—সংযমেন ; সংযমী ব্যক্তিব দ্বাবা।

দমেন—দমেন ; আত্মনিয়ন্ত্রিত ব্যক্তিব দ্বাবা।

দীপং—দ্বীপম্ ; দ্বীপ।

কয়িবাথ—কুর্য্যাৎ ; প্রতিষ্ঠা বা নির্মাণ কবা।

ওঘো—ওঘঃ ; প্লাবন বা বন্যা।

নাভিকীবতি—ন অভিকিবতি ; লবচব কবিব নোৱাবা বা প্লাৱিত কবিব নোৱাবা।

(৬) পমাদমনুযুঞ্জন্তি—প্রমাদম্ অনুযুঞ্জন্তি , প্রমাদব পথ অনুসবণ কবে।

বালা—বালাঃ ; মূর্খ ; নির্বোধ।

দুম্মেধিনো—দুর্মেধিনঃ , অজ্ঞ ব্যক্তিসকল।

সেট্ঠং'ব—শ্রেষ্ঠম্ + ইব ; শ্রেষ্ঠ বা সর্বোত্তম।

(৭) মা পমাদমনুযুঞ্জেথ—মা প্রমাদম অনুযুঞ্জীত , প্রমাদত যুক্ত নোহোৱা।

সন্থবং—সংস্তবম্ , আসক্ত।

ঝায়ন্তো—ধ্যায়ন্তঃ ; ধ্যায়ী।

পপ্পোতি—প্রাপ্নোতি—লাভ কবা।

(৮) নুদতি—নুদতি , দূব কবি বা দূব কবে।

পঞ্ঞাপাসাদমারুয্হ—প্রজ্ঞাপ্রাসাদম্ আরুহ্য , প্রজ্ঞাপ্রাসাদত আবোহণ কবি।

অসোকো—অশোকঃ ; শোকহীন।

সোকিনিং—শোকিনীম্ , শোকগ্রস্তসকলক।

পজং—প্রজাম্ ; জনতা, জনগণ।

ভুম্মট্ঠে—ভূমিষ্ঠে , মাটিত থকা ; ভূমিত অবস্থিত।

অৱেক্খতি—অবেক্ষতি ; অৱলোকন কবে।

(৯) অবলস্সং—অবল অশ্বম্ ; দুর্বল ঘোঁৰা।

সীঘসসো—শীঘ্ৰাশ্বঃ ; দ্ৰুতগামী ঘোঁৰা।

সুমেধসো—সুমেধাসঃ ; জ্ঞানীলোকসকলৰ বা জ্ঞানীসকলে।

(১০) মঘৱা—মঘৱান্ ; মঘৱাই।

দেৱানং—দেৱানং ; দেৱতাসকলৰ।

সেট্‌ঠতং—শ্ৰেষ্ঠতাম ; শ্ৰেষ্ঠ।

দেবানং সেট্‌ঠতং—দেবশ্ৰেষ্ঠ অৰ্থাৎ ইন্দ্ৰত্ব।

প্ৰসংসন্তি—প্ৰশংসন্তি ; প্ৰশংসিত হোৱা।

গৰহিতো—গৰ্হিতঃ ; নিন্দিত।

(১১) ভয়দস্‌সিৱা—ভয়দৰ্শীৱা ; ভয়ৰ দৃষ্টিৰে চোৱা।

সংযোজনং—সংযোজনম্ ; বন্ধন।

থূলং—স্থূলম্ ; বৃহৎ।

ডহং—দহন্ ; দগ্ধ কৰি।

অগ্‌গী'ৱ—অগ্নি হ'ৱ ; অগ্নিৰ দৰে।

(১২) অভব্বো—অভব্যঃ ; অযোগ্য বা হোৱাৰ উপযুক্ত নোহোৱা।

পৰিহানায়—পৰিহানায় ; বিচ্যুতি বা পতন হোৱা।

নিব্বানস্‌সে'ৱ—নিৰ্ব্বাণস্য এৱ ; নিৰ্বাণৰ।

সন্তিকে—স্বন্তিকে—নিকটস্থ বা অতি ওচৰত।

## ॥ চিত্ত বগ্‌গো ॥

(১) ফন্দনং—স্পন্দনং ; স্পন্দনশীল।

দুৰক্‌খং—দুৰক্ষ্যম ; দুৰক্ষ্য বা ৰক্ষা কৰা যাক কঠিন।

উজুং—ঋজুং ; পোন বা সৰল কৰা।

মেধাৱী—মেধাবী ; জ্ঞানী ব্যক্তি।

উসুকাৰো—ইষুকাৰঃ ; শৰ প্ৰস্তুতকাৰী।

তেজনং—তেজনম্ ; শৰ বা বাণ।

(২) ৱাৰিজো'ৱ—ৱাৰিজঃ ইৱ ; পানীত থকা জন্ম অৰ্থাৎ মাছ।

থলে—স্থলে ; মাটিত।

খত্তো—ক্ষিপ্তঃ ; নিক্ষিপ্ত কৰা।

ওকমোকতো—উদকৌকতঃ, পানীৰ পৰা তোলা।

পহাতবে—প্রহাতুম্ ; ত্যাগ কৰিবলৈ।

পৰিফন্দতি—পৰিস্পন্দতি—ছট্‌ফট্ কৰা বা স্পন্দিত হৈ থকা।

(৩) দুন্নিগ্‌গহস্‌স—দুর্নিগ্রহস্য ; দুর্নিগ্রহ বা যাক দমন বা বশ কৰা টান।

লহুনো—লঘুনঃ, লঘু, চঞ্চল।

যত্থকামনিপাতিনো—যত্রকামনিপাতিনঃ, যথেচ্ছ বিচৰণশীল বা যথেচ্ছাচাৰী।

দন্তং—দান্তম্, দমিত বা সংযমিত।

সুখাবহং—সুখাবহম, সুখাবহ বা সুখদায়ক।

দমথো—দময়তঃ ; দমন কৰা।

(৪) সুদুদ্দসং—সুদুর্দর্শম, অতিশয় কষ্টদায়ক, বুজিব নোৱাৰা।

ৰক্‌খেয্য—ৰক্ষেৎ ; ৰক্ষা কৰে।

গুত্তং—গুপ্তম্ ; ভালদৰে ; সুৰক্ষিতভাৱে।

(৫) গুহাসয়ং—গুহাশয়ম ; যি গুহাত অৱস্থান কৰে ; ( গুহা শব্দই ইয়াত হৃদয়ক বুজাইছে, 'হৃদয়াশ্রয়ী'। )

সঞ্ঞমেস্‌সন্তি—সংযমেষ্যন্তি ; সংযত কৰে।

মোক্‌খন্তি—মোক্ষ্যন্তি, মুক্তিলাভ কৰে।

(৬) অনৱট্‌ঠিত—অনৱস্থিত ; অস্থিৰ, চঞ্চল।

সদ্ধম্মং—সদ্ধর্মম ; সত্যধর্ম, বুদ্ধ প্রৱর্তিত ধর্মৰ যথাৰ্থ মৰ্ম।

অবিজানতো—অবিজানতঃ ; নজনা, অজ্ঞ।

পৰিপ্লৱপসাদস্‌স—পৰিপ্লৱপ্রসাদস্য ; শান্তিবিহীন বা সন্তুষ্টিহীনতা।

পঞ্ঞা—প্রজ্ঞা ; জ্ঞান।

পৰিপূৰতি—পৰিপূৰ্যতে ; পূৰ্ণতাপ্রাপ্ত হয়।

(৭) অনৱস্সুতচিত্তস্স—অনৱস্ৰুতচিত্তস্য ; কামনা-বাসনাত নিমজ্জিত নোহোৱা চিত্ত।

অনন্বাহতচেতসো—অনন্বাহতচেতসঃ ; কামনাত বিক্ষত হোৱা।

পুঞ্ঞপাপপহীনস্স—পুণ্যপাপপ্ৰহীনস্য ; পাপপুণ্যহীনতা বা পাপপুণ্যৰ অতীত।

নত্থি—নাস্তি ( ন+অস্তি ) ; নাই, নথকা।

(৮) কুম্ভুপমং—কম্ভোপমং ; কুম্ভ বা কলহৰ দৰে ; ( ইয়াত ক্ষণভংগুৰ অৰ্থ প্ৰকাশ কৰিছে।)

কায়মিমং—কায়ম্ ইমং ; এই দেহক।

ঠপেত্বা—স্থাপয়িত্বা ; স্থাপন বা ৰক্ষা কৰি।

নগৰূপমং—নগৰ উপমং ; নগৰৰ দৰে।

যোধেথ—যুধ্যেত ; যুদ্ধ কৰা বা যুদ্ধ কৰিব লাগে।

পঞ্ঞাযুধেন—প্ৰজ্ঞায়ুধেন ; প্ৰজ্ঞাৰূপ অস্ত্ৰৰে।

অনিবেসনো—অনিবেশনঃ ; অনাসক্ত, আসক্তিহীন।

সিয়া—স্যাৎ ; হৈ।

(৯) পঠবিং—পৃথিবীম্ ; পৃথিৱীত বা মাটিত।

অধিসেস্সতি—অধিশেষ্যতে ; শুই পৰিব বা পৰি ৰ'ব।

ছুদ্ধো—ক্ষুদ্ৰঃ , সাধাৰণ বা সামান্য।

অপেতবিঞ্ঞানো—অপেতবিজ্ঞানঃ : চেতনাহীন বা প্ৰাণবায়ুহীন।

বিঞ্ঞানো—বিজ্ঞানঃ ; চেতনা।

নিৰত্থং'ৱ—নিৰৰ্থং ইৱ ; অৰ্থহীন বা নিৰৰ্থক।

কলিঙ্গৰং—কলিঙ্গৰম্ ; পোৰা কাঠৰ টুকুৰা।

(১০) দিসো—দ্বিষঃ ; হিংসাকাৰী।

দিসং—দ্বিষম্ ; হিংসাকাৰীক।

যন্তং—যৎ+তং ; বিমান।

কৰিয়া—কুৰ্যাৎ ; কৰিব পাৰে।

বেৰী—বৈৰী ; শত্ৰু।

বেৰিণং—বৈৰীণম্ ; শত্ৰুৰ।

পন—পুনঃ ; পুনৰাই।

মিচ্ছাপনিহিতং—মিথ্যাপ্ৰণিহিতং ; মিথ্যাপথত পৰিচালিত বা অকুশল ধৰ্মৰ পথগামী।

নং—এনম্ ; এনেজনক বা এই পুৰুষক।

ততো—ততঃ ; তাতকৈ।

কৰে—কুৰ্যাৎ ; কৰিব পৰা।

(১১) অঞঞে—অন্যে ; অন্যই।

ঞাতকা—জ্ঞাতিকা ; জ্ঞাতি বা আত্মীয়।

সম্মাপনিহিতং—সম্যক্‌প্ৰণিহিতম্ ; সুপথত পৰিচালিত বা কুশল ধৰ্মৰ পথগামী।

( সম্মা—সম্যক্ অন্ত্যব্যঞ্জন লোপ হৈ পূৰ্ববৰ্তী স্বৰ দীৰ্ঘ। )

সেয্যসো—শ্ৰেয়সঃ ; অধিকতৰ ভাল বা মংগলজনক।

## ॥ পুপ্‌ফ বগ্‌গো ॥

(১) ইমং—ইমম্ ; এই।

পঠবিং—পৃথিবীম্ ; পৃথিৱী বা ইহজগত।

বিজেস্‌সতি—বিজেষ্যতে ; জয় কৰিব।

ইমংসদেবকং—ইমম্ সদেবকম্ ; দেৱলোকৰ সৈতে এই (পৃথিৱী)।

ধম্মপদং—ধৰ্মপদম্ ; ধৰ্মৰ পথ। ( ইয়াত বুদ্ধৰ উপদেশ বা ধৰ্মবাক্য )।

সুদেসিতং—সুদৰ্শিতম্ ; সুদেশিত বা সুব্যাখ্যাত।

কুসলো—কুশলঃ ; নিপুণ ; ( ইয়াত নিপুণ মালাকাৰ )।

পুপ্‌ফং—পুষ্পম্ ; ফুল।

পচেস্‌সতি—প্ৰচেষ্যতি ; চয়ন বা গ্ৰহণ কৰিব।

(২) সেখো—শৈক্ষ্যঃ ; পূৰ্ণজ্ঞানী। ( শীল, সমাধী আৰু প্ৰজ্ঞা
অনুশীলনৰত শ্ৰাৱকজনেই পূৰ্ণজ্ঞানী আৰু
তেনেজনেই শৈক্ষ্য ব্যক্তি। )

(৩) ফেনুপমং—ফেনোপমং ( ফেন+উপমং ) ; ফেনৰ দৰে।
মৰীচিধম্মং—মৰীচিধৰ্মং ; মৰীচিকাৰ দৰে ভ্ৰমাত্মক।
অভিসংবুধানো—অভিসম্বুধানঃ ; জানি বা ভাৱি।
ছেত্বান—ছিত্বা ; ছিন্ন কৰি ( √ ছিদ+ত্বান্ )।
পপুপ্‌ফকানি—প্ৰপুষ্পকানি ; পুষ্পশৰ। ( ইয়াত কামনা-
বাসনাৰ জগত অৰ্থ বুজাইছে। )
অদস্‌সনং—অদৰ্শনং , অগোচৰ বা দৃষ্টিত নথকা।
গচ্ছে—গচ্ছেৎ ; যাব পাৰি বা যাব লাগে।
মচ্চুৰাজস্‌স—মৃত্যুৰাজস্ত ; মৃত্যুৰাজৰ বা যমৰ।

(৪) হেৱ—হি+এৱ ; নিশ্চয় অৰ্থত।
পচিনন্তং—প্ৰচিন্বন্তং ; পুষ্পচয়নকাৰী।
ব্যাসত্তমনসং—ব্যাসক্তমনসম্ ; বিষয়-বাসনাত আসক্ত।
সুত্তং—সুপ্তম্ ; সুপ্ত বা নিদ্ৰিত।
গামং—গ্ৰামম্ ; গাওঁ বা লোকবসতি অঞ্চল।
মহোঘো'ৱ—মহৌঘঃ এৱ ; মহাপ্লাৱনত।
আদায়—গ্ৰহণ কৰা ; লোৱা।
মচ্চু আদায়—মৃত্যু আদায় ; মৃত্যুত পতিত।

(৫) অতিত্তং—অতৃপ্তম্ ; তৃপ্ত নোহোৱা ; তৃপ্তিহীন।
যেৱ—এৱ ; এ ( অব্যয় শব্দ )।
অন্তকো—অন্তকঃ ; যম বা মৃত্যুৰাজ।
কুৰুতে—কৰে।
ৱসং—ৱশম্ ; বশ কৰে বা পতিত কৰে ; আয়ত্ত।

(৬) যথাপি—যথা+অপি ; যিদৰে ; যিৰূপে।
ভমৰো—ভ্ৰমৰঃ ; ভোমোৰা।

বন্নগন্ধং—বর্ণগন্ধৌ ; বর্ণ আরু গন্ধ।

অহেঠয়ং—অবিনাশয়ন্ ; নষ্ট বা নাশ নকরাকৈ।

পলেতি—পলায়তে ; গুচি যায় ; পলায়ন করে।

এবং—এইদরে।

মুনী—মুনিঃ ; মুনি বা ভিক্ষু।

চরে—চরেৎ , চলা-ফুরা করে ( ইয়াত 'বাস করে' অর্থ হৈছে )।

(৭) পরেসং— পরেষাম্ ; আনর বা অন্য লোকর।

বিলোমানি—বিলোমানি ; দোষত্রুটি।

কতাকত—কৃতাকৃতম্ ; ভাল-বেয়া কাম।

অত্তানো'ৱ—আত্মনঃ এৱ ; নিজর।

অবেক্খেয্য—অৱেক্ষেত ; বিচার কৰা উচিত।

কতানি অকতানি—কৃতানি অকৃতানি , ভাল-বেয়া কাম বা করা-নকরা কামখিনি।

(৮-৯) রুচির—মনোহর।

বন্নৱন্তং—বর্ণবৎ ; বর্ণময় বা সুশোভিত।

অগন্ধকং— গন্ধহীন।

সগন্ধকং—গন্ধযুক্ত।

সুভাসিতা বাচা—সুভাষিতা বাচা , সুভাষিত বচন বা উক্তি। ( ইয়াত 'বুদ্ধবচন' অর্থ বুজাইছে। )

অফলা—নিষ্ফল।

হোতি—ভবতি ; হোৱা হয়।

অকুব্বতো—অকুর্বতঃ , পালন নকৰিলে বা কার্যত পৰিণত নকৰিলে।

সকুব্বতো—সকুর্বতঃ ; পালন কৰিলে বা কার্যত পৰিণত কৰিলে।

১০। পুপ্ফরাসিম্হা—পুষ্পরাশিম্মাৎ ; একম ফুলৰ পৰা।

কয়িরা—কুর্যাৎ ; কৰিব পৰা ; কৰা উচিত।

মালাগুণে—বিবিধ প্ৰকাৰৰ মালা।

মচ্চেন—মর্ত্যেন ; মানুহৰূপে।

জাতেন—জন্ম হোৱা জনে।

কুসলং—কুশলম্ ; কুশল কর্ম। (দান, শীল, ভাৱনা, অপচায়ন বা সম্মান, পুণ্যদান, পুণ্যানুমোদন, ধর্মশ্রৱণ, ধর্মোপদেশ আৰু সত্যজ্ঞানসঞ্চয়—এই দহপ্ৰকাৰ কর্ম কুশলকর্ম।)

(১১) পটিবাতমেতি—প্রতিবাতমেতি ; বায়ুৰ বিপৰীতে যোৱা।

সতঞ্চ—সতাং + চ ; সৎ পুৰুষসকলৰ ; সৎ লোকৰ।

সব্বা দিসা—সর্ব্বাঃ দিশাঃ ; সকলো দিশতে।

পবাতি—প্রবাতি ; প্রবাহিত হয়।

সপ্পুৰিসো—সৎ পুৰুষঃ ; সৎ পুৰুষৰ।

(১২) উপ্পলং—উৎপলম্ . উৎপল ফুল।

বস্সিকী—বার্ষিকী ; একপ্রকাৰ সুগন্ধী ফুল।

সীলগন্ধো—শীলগন্ধঃ ; শীলপালন কৰাৰ ফলত লাভ কৰা সুনাম বা যশ-খ্যাতি।

অনুত্তৰো—অনুত্তৰঃ ; সর্বোত্তম . অত্যুত্তম।

(১৩) অপ্পমত্তো—অল্পমাত্রঃ ; অলপমান ; সামান্য।

সীলবতং—শীলবতাম্ ; শীলবানসকলৰ।

উত্তমো—উত্তমঃ ; উত্তম।

(১৪) সম্পন্নসীলানং—সম্পন্নশীলানাম্ ; শীলসম্পন্নসকলৰ।

সম্পদঞ্ঞা—সম্যক্‌জ্ঞা (সম্যক্‌জ্ঞয়া) ; সম্যক জ্ঞানৰ দ্বাৰা।

বিমুত্তানং—বিমুক্তানাম্ ; বিমুক্ত বা অর্হত্ব লাভ কৰা সকলৰ।

মগ্গং—মার্গম ; গতিপথ।

(১৫-১৬) সংকাৰধানস্মিং—সঙ্কাৰধানে ; আবর্জনা স্তূপত।

উজ্ঝিতস্মিং—উজ্‌ঝিতে ; পৰিত্যক্ত বা নিক্ষিপ্ত।

মহাপথে—ৰাজপথত।

জায়েথ—জায়েত ; উৎপন্ন বা জন্ম হয়।

সুচিগন্ধং—শুচিগন্ধম ; সুগন্ধী।

অন্ধভূতে—অজ্ঞান অন্ধকারত নিমজ্জিত বা মোহাচ্ছন্ন।

সংকারভূতেসু—সঙ্কারভূতেষু ; আবর্জনাসদৃশ।

পুথুজ্জনে—পৃথগ্ জনে ; সর্বসাধারণ লোক।

অতিরোচতি—অতিরোচতে ; অতিশয় দীপ্তমান হয়।

পঞ্‌ঞায়—প্রজ্ঞয়া ; প্রজ্ঞার দ্বারা।

সম্মাসংবুদ্ধসাবকো—সম্যকসম্বুদ্ধশ্রাবকঃ ; শ্রেষ্ঠ বুদ্ধশিষ্য।

('শ্রাবক' শব্দর অর্থ যি শ্রবণ করে ; বুদ্ধর বাণী একান্ত অনুরাগে শ্রবণ করা জনেই শ্রেষ্ঠ শিষ্য বা শ্রাবক।)

## ॥ পণ্ডিত বগ্‌গো ॥

(১) নিধীনংব—নিধীনাম ইব ; গুপ্তধনর দরে।

পবত্তারং—প্রবক্তারং ; ব্যাখ্যা করোঁতা বা প্রদর্শক জনক।

বজ্জদস্‌সিনং—বর্জ্যদর্শিনং ; বর্জনীয় বিষয় দেখুরা বা ত্রুটি প্রদর্শন করা।

নিগ্‌গয়্হবাদিং—নিগৃহ্যবাদিনং তিরস্কারকারী বা ভৎসনাকারী জনক।

তাদিসং—তাদৃশং ; তেনেকুয়া।

ভজমানস্‌স—ভজমানস্য ; ভজনা করিব লাগে।

সেয্যো—শ্রেয়সঃ ; মংগলজনক।

(২) ওবদেয্যানুসাসেয্য—উপদেশানুশিষ্য ; উপদেশ প্রদানেরে শাসন করা।

অসব্ভা—অসভ্যাৎ ; নিন্দনীয় আচরণ।

নিবারয়ে—নিবারয়েৎ ; নিবারণ করে।

সতং—সতাং ; সৎলোকক।

হোতি—ভৱন্তি ; হোৱা, হয় ।
পিয়ো—প্ৰিয়ঃ ; প্ৰিয় ।

(৩) পুৰিসাধমে—পুৰুষাধমং ; অধম পুৰুষক ।
পুৰিসুত্তমে—পুৰুষোত্তমং ; উত্তম পুৰুষক ।
ভজেথ—ভজেত ; ভজনা বা অনুসৰণ কৰিব লাগে ।

(৪) ধম্মপীতি—ধৰ্মপীতী ; ধৰ্মৰস পান কৰোঁতা ।
সেত্তি—স্থতি ; থাকে বা বাস কৰে ।
বিপ্পসন্নেন—বিপ্ৰসন্নেন ; প্ৰসন্নভাৱে বা সন্তুষ্টিৰে ।
চেতসা—মনেৰে বা চিত্তৰে ।
অৰিয়প্পবেদিতে—আৰ্য্যপ্ৰৱেদিতে ; আৰ্যপ্ৰবৰ্তিত ।
ৰমতি—ৰমতে ; আনন্দ লাভ কৰে ।

(৫) উদকং—উদকম্ ; পানী ।
নয়ন্তি—নিয়া বা প্ৰবাহিত কৰা ।
নেত্তিকা—নেতাৰঃ ; নিওঁতা বা সিচোঁতা ।
উসুকাৰা—ইষুকাৰাঃ ; শৰ প্ৰস্তুত কৰোঁতা ।
নময়ন্তি—ভাজ কৰা ; পোন কৰা ।
তেজনং—তেজনম্ ; শৰ বা বাণ ।
দাৰুং—দাৰুম্ ; কাঠ ।
তচ্ছকা—তক্ষকাঃ ; কাঠকটীয়া বা কাঠমিস্ত্ৰী ।
অত্তানং—আত্মানম্ ; নিজক বা আত্মক ।

(৬) সেলো—শৈলঃ ; পৰ্বত বা প্ৰস্তৰখণ্ড ।
একঘনো—একঘনঃ ; সুসংবদ্ধ বা দৃঢ়বদ্ধ ।
সমীৰন্তি—বিচলিত বা লৰচৰ হোৱা ।
সমিঞ্জন্তি—সমীৰ্য্যন্তে ; চঞ্চল বা বিচলিত হোৱা ।

(৭) যথাপি—যথা+অপি ; যিদৰে ।
ৰহদো—হ্ৰদঃ ; হ্ৰদ ।
বিপ্পসন্নো—বিপ্ৰসন্ন ; শান্ত ।

সুত্বান—শ্রুত্বা, শুনি।

বিপ্পসীদন্তি—বিপ্রসীদন্তি, প্রসন্ন বা শান্ত হয়।

(৮) সব্বথ—সর্বত্র, সকলোতে।

সপ্পুরিসা—সৎপুরুষাঃ, সৎপুরুষসকল।

চজন্তি—ত্যজন্তি, পৰিত্যাগ কৰে।

লপয়ন্তি—লপন্তি, অযথা কথা কোৱা বা বাক্য-ব্যয় কৰা।

সন্তো—সন্তঃ, সাধু বা পণ্ডিতসকল।

ফুট্‌ঠা—স্পৃষ্টা, পৰিস্ফুট হৈ।

দস্‌সয়ন্তি—দর্শয়ন্তি, দেখুৱাই।

(৯) অত্তহেতু—আত্মহেতোঃ, নিজৰ কাৰণে।

পৰস্‌স—পৰস্য, আনৰ কাৰণে।

ৰট্‌ঠং—ৰাষ্ট্ৰং, ৰাজ্য।

সমিদ্ধিমত্তনো—সমৃদ্ধিম্ আত্মনঃ, নিজৰ সমৃদ্ধিৰ বাবে।

সীলৱা—শীলৱান, শীলবান।

পঞ্‌ঞৱা—প্রজ্ঞাৱান, প্রজ্ঞাবান।

ধম্মিকো—ধার্মিকঃ, ধার্মিক।

সিয়া—স্যাৎ, হৈ।

(১০) অপ্পকা—অল্পকা, অলপীয়া বা তাকৰীয়া।

মনুস্‌সেসু—মনুষ্যেষু, মানুহৰ মাজত।

পাৰগামিনো—পাৰগামিনঃ, পাৰলৈ গমন কৰা বা পাৰ পাব পৰা।

ইতৰা—সাধাৰণ, আনবোৰ।

পজা—প্রজা, জনতা বা মানুহ।

তীৰমেৱানুধাৱতি—তীৰম্ এৱ অনুধাৱতি, তীৰতে ধাৱমান।

(১১) সম্মদক্খাতে—সম্যক্‌আখ্যাতে, সুব্যাখ্যাত।

ধম্মানুৱত্তিনো—ধর্মানুৱর্তিনঃ, ধর্মৰ অনুৱর্তী।

পাৰমেস্‌সন্তি—পাৰমেষ্যন্তি, অতিক্রম কৰে।

মচ্চুধেয্যং—মৃত্যুধেয়ং, মৃত্যুবাজ্য।

সুদুত্তৰং—সুদুস্তৰম্, দুস্তৰ বা দুঃসাধ্য।

(১২) কন্‌হং ধম্মং—কৃষ্ণং ধৰ্মং, অকুশল বা পাপ ধৰ্মাচৰণ।

বিপ্‌পহায়—বিপ্ৰহায়, ত্যাগ কৰি বা পৰিহাৰ কৰি।

সুক্কং—শুক্লং; কুশল বা পবিত্ৰ।

ভাৱেথ—ভৱয়তি, চিন্তা কৰে।

আগম্ম—আগম্য, আহি।

(১৩) তত্ৰাভিৰতিমিচ্ছেয্য—তত্ৰ অভিৰতিম্ উষিত্বা, সেই ঠাইতে বাস কৰি আনন্দিত হোৱা।

কামে—কামম্, কামনা বা ভোগাসক্তি।

পৰিয়োদপেয্য—পৰিশোধপেৰ্য্য, পৰিশুদ্ধ কৰি ল'ব।

চিত্ত ক্লেসেহি—চিত্তং ক্লেশেভ্যঃ, চিত্তৰ ক্লেশৰ পৰা।

(১৪) সংবোধিঅঙ্গেসু—সংবোধিঅঙ্গেষু, বোধ্যঙ্গ সমূহৰ সৈতে।

সম্মা—সম্যক; সম্যক।

পটিনিস্‌সগ্‌গে—প্ৰতিনিসসৰ্গে, এৰি বা পৰিত্যাগ কৰি।

আদান—উপাদান বা আসক্তি।

অনুপাদায়—অনুপাদানায়, অনুপাদানত বা আসক্তিহীনতাত।

খীনাসৱা—ক্ষীণস্ৰৱা, আস্ৰৱ বা আসক্তিৰ পৰা মুক্ত।

জুতীমন্তো—দ্যুতিমন্তঃ, জ্যোতিষ্মানসকল।

পৰিনিব্‌বুতা—পৰিনিবৃতা, পৰিনিবৃত বা সংসাৰ তৃষ্ণাৰ পৰা মুক্ত।

## ॥ সুখ বগ্‌গো ॥

(১-২) জীৱাম—জীৱামঃ, জীয়াই থাকিম বা বাস কৰিম।

বেৰিনেসু—বৈৰিষু; বৈৰী বা শত্ৰুসকলৰ মাজত।

বিহৰাম—বিহৰামঃ; বিচৰণ কৰিম বা জীৱন-যাপন কৰিম।

(৩) উস্সুকেসু—উৎসুকেষু ; আগ্রহী বা উদ্বেগীসকলৰ মাজত।
অনস্সুকা—অনুৎসুকা ; অনাগ্রহী বা নিৰুদ্বেগসকলৰ মাজত।

(৪) নত্থি—নাস্তি ; নাই।
পীতিভক্খা—প্রীতিভক্ষা ; প্রীতিভোজী বা প্রীতি পান
কৰোঁতা।
আভস্সৰা—আভস্বৰাঃ ; আভাস্বৰ। (বৌদ্ধ বিশ্বাস মতে জীৱৰ উৎপত্তিৰ অন্যতম ব্রহ্মলোক। ইয়াত ব্রহ্ম বা দেৱতা-সকলে প্রীতিসুখত নিমগ্ন হৈ থাকে)

(৫) বেৰং—বৈৰম্ ; শত্রুতা।
পসৱতি—প্রসৱতে ; উৎপন্ন কৰে।
সেতি—স্থতি ; থাকে, অনুভৱ কৰে, হয়।
উপসন্তো—উপশান্তঃ ; ক্রোধাদি ক্লেশ ৰহিত।
(ইয়াত জয়-পৰাজয়ৰ অতীত)
হিত্বা—হা+ত্বা ; ত্যাগ কৰি বা পৰিহৰি।

(৬) ৰাগসমো—ৰাগসমঃ ; কামনাৰ সমান।
অগ্‌গি—অগ্নিঃ ; অগ্নি বা জুই।
দোসসমো—দ্বেষসমঃ ; দ্বেষৰ সমান।
খন্ধসমা—স্কন্ধসমং ; স্কন্ধ বা পঞ্চস্কন্ধৰ সমান।
(ৰূপ, সংজ্ঞা, সংস্কাৰ, বিজ্ঞান আৰু বেদনা এই পাচোটাৰ সমষ্টিয়েই স্কন্ধ বা 'পঞ্চস্কন্ধ')

(৭) জিঘচ্ছা—জিঘৎসা ; ক্ষুধা।
সংখাৰা—সংস্কাৰা ; সংস্কাৰ বা পঞ্চস্কন্ধ ধাৰণ
(অর্থাৎ জীৱন ধাৰণ)
এত্বা—জ্ঞাত্বা ; জানিলে।

(৮) সন্তুট্‌ঠি—সন্তুষ্টি ;
বিস্সাস—বিশ্বাস ;
ঞাতি—জ্ঞাতিঃ ; আত্মীয়।

(৯) পবিবেকৰস—প্ৰবিবেকৰসং ; বিবেকৰ ৰস ( নিৰ্জন বাসৰ শান্তিৰে ) অথবা বিবেকানুশীলনেৰে।

উপসমস্স—উপশমস্ত ; উপশান্তৰে।

নিদ্দৰো—নিৰ্দৰঃ ; নিৰ্ভয়।

নিপ্‌পাপো—নিষ্পাপঃ ; নিষ্পাপ বা পাপমুক্ত।

(১০) দস্সনবিয়ানং—দৰ্শনম্ আৰ্য্যানং ; আৰ্যসকলৰ দৰ্শনত।

বালানং—বালানম্ ; মূৰ্খৰ।

নিচ্চমেৱ—নিত্তম্ এৱ ; সদায়েই।

সিয়া—স্যাত ; হয়, হোৱা যায়।

(১১) সোচতি—শোচতি ; অনুশোচনা কৰা।

সংবাসো—সংবাস ; সংসৰ্গ বা একেলগে বাস কৰা।

ঞাতীনং'ৱ—জ্ঞাতিনাম্ ইৱ ; আত্মীয়সকলৰ দৰে।

(১২) বহুস্সুতংচ—বহুশ্ৰুতংচ, বহুশ্ৰুত বা বহুশাস্ত্ৰবিদ।

বত্তৱন্তমবিয়ং—ব্ৰতৱন্তম্ আৰ্য্যং ; ব্ৰতবান আৰ্যক।

সুমেধং—সুমেধসং ; মেধাৱী বা বিজ্ঞ ব্যক্তিক।

নক্খত্তপথং'ৱ—নক্ষত্ৰ পন্থানম্ ইৱ ; নক্ষত্ৰ পথৰ দৰে ( অৰ্থাৎ নক্ষত্ৰ পথক অনুসৰণ কৰাৰ দৰে। )

# ॥ গাহাসত্তসঈ ॥

ৰজা হালৰ দ্বাৰা সংকলিত 'গাহাসত্তসঈ'ৰ ভাষা প্ৰাকৃতৰ মান্য-ৰূপ (Literary Standard) বুলি অথবা আদৰ্শ-প্ৰাকৃত বুলি বৈয়াকৰণিক আৰু আলংকাৰিকসকলৰ দ্বাৰা স্বীকৃত মহাৰাষ্ট্ৰী-প্ৰাকৃত। প্ৰকৃততে সাহিত্যিক-প্ৰাকৃতৰ প্ৰধান সাধাৰণ বৈশিষ্ট্যসমূহেই মহাৰাষ্ট্ৰীৰ বৈশিষ্ট্য আৰু মহাৰাষ্ট্ৰীৰ বৈশিষ্ট্যই সামগ্ৰিকভাৱে প্ৰাকৃতৰো বৈশিষ্ট্য। প্ৰাকৃত বৈয়াকৰণ সকলে মহাৰাষ্ট্ৰীকে মূল-প্ৰাকৃত ('মহাৰাষ্ট্ৰাশ্ৰয়াং ভাষাং প্ৰকৃষ্টং প্ৰাকৃতং বিদু'—দণ্ডী) বুলি ধৰি লৈ ইয়াৰ তুলনাত অন্য প্ৰাকৃতসমূহৰ লক্ষণসমূহ আলোচনা কৰিছিল। ভাস আৰু ভৱভূতিৰ বাহিৰে অধিকাংশ সংস্কৃত নাট্যকাৰে নাটকৰ গীতসমূহত এই প্ৰাকৃতকে ব্যৱহাৰ কৰিছিল। স্বৰমধ্যৱৰ্তী ব্যঞ্জন লোপৰ ফলত এই প্ৰাকৃতৰ ধ্বনি-মাধুৰ্য আন প্ৰাকৃততকৈ অধিক সুললিত আছিল। সেইকাৰণেই প্ৰৱৰসেনৰ 'ৰাৱণবহো', বাকপতিৰাজৰ 'গউডবহো' আদি মহাকাব্য, জয়বল্লভৰ 'বজ্জালগ্‌গ' আদি গীতিকাব্যৰ নিচিনা ধৰ্ম-নিৰপেক্ষ প্ৰাকৃত কল-সাহিত্যৰ ভাষা মহাৰাষ্ট্ৰী হোৱাৰ দৰে, প্ৰাকৃতৰ প্ৰাচীনতম সুবৃহৎ, সৰ্বজনপৰিচিত অপূৰ্ব গীতি-কবিতাৰ সংকলন 'গাহাসত্তসঈ'ৰ ভাষাও আছিল মহাৰাষ্ট্ৰী প্ৰাকৃতেই।

অৱশ্যে এটা উল্লেখযোগ্য কথা যে প্ৰাকৃতত ৰচনা কৰা ইয়াৰ গাথাসমূহৰ অধিকাংশই অতি প্ৰাচীন স্তৰৰ (আনুমানিক খ্ৰীষ্টাব্দ দ্বিতীয়-তৃতীয় শতাব্দীমানতেই ইয়াৰ সংকলন কাৰ্য্যৰ সূচনা হয়।) হোৱা হেতুকে মহাৰাষ্ট্ৰীৰ বহু বৈশিষ্ট্যই নিয়মিতভাৱে ৰক্ষিত হোৱা নাই। উদাহৰণ স্বৰূপে মহাৰাষ্ট্ৰীত স্বৰমধ্যৱৰ্তী অল্পপ্ৰাণ ধ্বনিৰ লোপ হয় যদিও ইয়াৰ ভাষাত কিন্তু বহুক্ষেত্ৰত লোপ নোহোৱাকৈয়ে ব্যৱহাৰ হৈছে; যেনে—পৰাসো, ৰৱো, [illegible] ইত্যাদি। একেদৰে 'খ'ৰ পৰিবৰ্তন মহাৰাষ্ট্ৰীত হ'ব লাগে 'হ'; ইয়াত কিন্তু 'খ', 'হ' [illegible]

তিনিওটা হোৱা দেখা যায়। একাধিক ক্ষেত্ৰত এনে অনিয়মিত পৰিবৰ্তন লক্ষ্য কৰা যায়। তথাপিতো, পৰবৰ্তীকালত প্ৰধান শিষ্ট বা সাহিত্যিক-প্ৰাকৃতৰূপে সুপ্ৰতিষ্ঠিত হৈ উঠা মহাৰাষ্ট্ৰীৰ বিশিষ্ট লক্ষণ-সমূহ লক্ষ্য কৰিব পাৰি।

ইয়াৰ ভাষা-বৈশিষ্ট্যৰ উল্লেখযোগ্য দিশ কিছুমান হ'ল :

(ক) স্বৰমধ্যৱৰ্তী অল্পপ্ৰাণ ব্যঞ্জনৰ প্ৰায় লোপ হোৱাৰ প্ৰৱণতা, কিন্তু 'ব' ধ্বনি বহুক্ষেত্ৰত ৰক্ষিত হোৱাৰ লক্ষণ, যেনে—নিপুণিকে>ণিউনিএ (৩নং গাথা), গগন>গঅন (৪নং গাথা)।

কিন্তু—কুলবধূ>কুলবহু (৭নং গাথা), ৰবঃ>ৰবো (৬নং)।

(খ) মহাপ্ৰাণ ধ্বনিৰ 'হ'লৈ পৰিবৰ্তন, যেনে—মুখ>মুঅ (৩নং), গাথানাম>গাহানং (১নং), শিখী>সিহী (৩নং), শোভন্তে>সোহন্তি (১৫নং)।

(গ) ক্ষ>চ্ছ, 'ছ' আৰু 'কৃখ'লৈ পৰিবৰ্তন, যেনে—লক্ষ্মী>লচ্ছী (৯নং), ক্ষিপ্তঃ>ছিত্তো (৪নং গাথা), দক্ষিণানিলো>দকৃখিণানিলো।

(ঘ) শ, ষ>স, যেনে—বিশেষয়ন্তি>বিসেসই (১৬নং), পুৰুষস্য>পুৰিসস্স (৯নং), শিখী>সিহী (৩নং)।

(ঙ) ন, য>ণ, জ।

(চ) ঋ>অ, ই, উ, অমৃতময়>অমঅমঅ (৪নং গাথা),
অমৃতম্>অমিঅং (২নং গাথা),
পৃষ্ঠম>পুট্ ঠিং (১৭নং গাথা)।

(ছ) ঐ>এ, ই : চৈৰ>চেঅ, ক্ষীবৈক>ছিবেক, দৈবেন>দেৱেন, সৈন্ধৱ>সিন্ধৱ (১৫নং গাথা)।

ঔ>ও,অ, সকৌতূহলস্য>সকোউহল্লস্স (৫নং গাথা),
সৌমিত্ৰি>সোমিত্তি (৭নং গাথা),
ব্যতিক্ৰান্তো>বোলাবিঅ (৫নং গাথা)।

(জ) সমস্ত পদান্ত ব্যঞ্জনৰ লোপ আৰু ব্যঞ্জন লোপৰ ফলত অনুস্বাৰ ;

যেনে—হৃদয়ম্>হিঅঅং (৮নং গাথা) ;

লক্ষ্মীমুখম্>লচ্ছিমুহং (১২নং গাথা)।

(ঝ) সংযুক্ত ব্যঞ্জন আৰু পদান্ত অনুস্বাৰৰ পূৰ্বৰ দীৰ্ঘস্বৰ হ্ৰস্বতা প্ৰাপ্তি, যেনে—মৃগাঙ্কঃ>মিঅঙ্কো (১৫নং গাথা),

কাব্যং>কব্বং (১নং গাথা) ;

কাৰ্য্যানি>কজ্জাইং (১৬নং গাথা)

(ঞ) অ-কাৰান্ত শব্দৰ বিসৰ্গ 'ও'-কাৰত পৰিণত ; কিন্তু অন্য স্বৰান্তৰ বিসৰ্গৰ লুপ্ত ; যেনে—সহিতঃ>সহিও ;

প্ৰবাসঃ>পবাসো ;

কিন্তু কোটেঃ>কোডে বা কোডিম,

চুআঃ>চুআ।

(ট) ৰেফ্‌যুক্ত ব্যঞ্জনৰ দ্বিত্ব : বৰ্দ্ধতাম্ >বড্ঢ্‌উ (১৩নং গাথা),

বৰ্তিকাভিঃ>বট্‌টহিং (২০নং গাথা),

নিৰ্গতঃ>নিগ্‌গও (১৪নং গাথা)।

(ঠ) সমীভৱন প্ৰাপ্ত হৈ সংযুক্ত ব্যঞ্জনৰ সৰলীকৰণ ; মূৰ্ধণীভৱন, স্বতঃনাসিকীভৱন, স্বৰ-সংকোচন আদি ইয়াৰ অন্য কিছুমান ধ্বনিতাত্ত্বিক বৈশিষ্ট্য :

গোত্ৰ>গোত্ত (১৪নং গাথা) }
মোক্তো>মুক্কো (১৫নং গাথা) } সমীভৱন।

প্ৰতিপন্নং>পড়িন্নং (১০নং গাথা) }
প্ৰতিমা->পড়িমা (১৮নং গাথা) } মূৰ্ধণীভৱন।

বৰ্তিকাভিঃ>বট্‌টহিং (২০নং গাথা) স্বৰ-সংকোচন।

দৰ্শনম্>দংসনং (স্বতোনাসিক্যীভৱন)।

ৰূপতাত্ত্বিক বৈশিষ্ট্যসমূহ মহাৰাষ্ট্ৰী প্ৰাকৃত অনুসৃত। সেইকাৰণে

মহাৰাষ্ট্ৰীৰ ৫মীৰ '-আহি' (যেনে—মুখাৎ>মুহাহি—মুখৰ পৰা); সপ্তমীৰ একবচনত '-ম্মি' (ব্যসনে>বসণম্মি—বিপদত, বিভৱে> বিহৱম্মি—সম্পদত); কৰ্মবাচ্যত '-ইজ্জ' (সহ্যতে>সহিজ্জই; সূচ্যতে>সুইজ্জই); ক্ৰিয়াবাচক বিশেষ্যত '-উন'; নিমিত্তাৰ্থক ক্ৰিয়াত '-উং' (শ্ৰোতুম্>সোউং, স্বপ্তুম্>সোত্তুং) ইত্যাদি ব্যৱহাৰ হোৱা দেখিবলৈ পোৱা যায়।

মহাৰাষ্ট্ৰী প্ৰাকৃতত ৰচিত 'দহমুহৱহ' অথবা 'গউডৱহো', এই দুই মহাকাব্যত সমসাময়িক কথ্যভাষা বা লোকসাহিত্যাশ্ৰয়ী অপভ্ৰংশ ভাষাৰ শব্দ বা ৰূপৰ ব্যৱহাৰ প্ৰায় নহৈছিল যদিও 'গাহাসত্তসঈ'ত যথেষ্ট অপভ্ৰংশৰ শব্দ আৰু ব্যাকৰণগত বৈশিষ্ট্য ব্যৱহাৰ হোৱা পৰিলক্ষিত হয়। ইয়াৰ কাৰণ এই বুলি সিদ্ধান্ত কৰিব পাৰি যে ইয়াৰ কবিতা বা গাথাসমূহত লোক-জীৱনৰ সুৰ সম্বলিত হোৱাই নহয়, কবিতাসমূহো সাধাৰণ জনসমাজৰ মাজত লোক-কবিতা বা লোক-গীত হিচাপে প্ৰচলিত হৈ আছিল. সেইবোৰৰে কিছুসংখ্যক সংগ্ৰহ কৰি পৰিমাৰ্জিত কৰি সাহিত্যিক-ৰূপ বা লেখিতৰূপ দিয়া হ'লেও লোক-জীৱনত প্ৰচলিত হৈ থকা দৈনন্দিন ব্যৱহৃত শব্দাৱলী আৰু কথিত-ৰূপৰ ঠাঁচ ইয়াৰ মাজত সোমাই পৰা স্বাভাৱিক হৈ পৰিছিল। সেয়েহে ইয়াৰ ভাষাক মহাৰাষ্ট্ৰী-প্ৰাকৃত বুলি ক'লেও ইয়াক 'অপভ্ৰংশ-প্ৰভাৱিত মহাৰাষ্ট্ৰী' বুলি ক'ব পৰা যায়। 'মহ', 'তহ', জিঅঁ, তিঅঁ, 'এহি' আদি শব্দৰ প্ৰয়োগ, এটা স্বৰৰ ঠাইত অন্য এটা স্বৰৰ প্ৰয়োগ (যেনে—দেৱৰ> দিৱৰ; পঙ্ক>পিঙ্ক), বিভক্তিহীনতা (যেনে—লিখিতঃ>লিহিঅ, গাথা নং—১৮), স্বৰ-সংকোচন আদি অনেক অপভ্ৰংশৰ বৈশিষ্ট্য ইয়াৰ ভাষাই বহন কৰিছে।

শব্দ সম্ভাৰৰ ক্ষেত্ৰত মনকৰিবলগা কথা যে 'দেশী' বুলি অভিহিত কৰা আৰু দেশী ধাতুৰ পৰা উদ্ভৱ হোৱা অনেক শব্দৰ ব্যৱহাৰ ইয়াত আছে। ইয়াত সন্নিৱিষ্ট ২০টা গাথাতে 'অবন্নু', 'হলহল', 'ঝেআহিং', 'উঅহ', 'পুপফুআ' আদি ভালে কেইটা দেশজ শব্দ দেখিবলৈ পোৱা

যায়। গভিকে 'সাতশ' বুলি কোৱা গাথাসমূহত কিমান ইমান শব্দ থাকিব পাৰে সেইকথা সহজতে অনুমেয়।

অন্য এক উল্লেখযোগ্য কথা হ'ল গ্ৰীক ভাষাৰ শব্দৰ সুসমন্বিতকৈ ব্যৱহাৰ। পঞ্চম শতকৰ ৩৫নং গাথাত 'গঅণে বলাআপন্তিং কালো হোৰং ৱ কড্ডেই', এই শাৰীৰ 'হোৰং' (সময় বা ঘণ্টা hour) মূলতে গ্ৰীক শব্দ 'হোৰ'; তদুপৰি পাৰছীয় ভাষাৰ শব্দ দুই এটা লক্ষ্য কৰা যায়।

তলত 'গাহাসত্তসঈ'ৰ পৰা লোৱা ২০টা গাথাৰ শব্দৰ সংস্কৃত প্ৰতিৰূপ দি অসমীয়া অৰ্থ দিয়া হ'ল:

(১) সত্তসআইং—সপ্তশতানি; সাতশ।
কই-বচ্ছলেন—কবিবৎসলেন; কবিসকলৰ পৃষ্ঠপোষক।
কোডীঅ—কোটেঃ, কোটি কোটি বা কোটিৰ।
মজ্‌ঝআৰম্মি—মধ্যকাৰে; মাজৰ।
হালেন—হালেন, হালৰ দ্বাৰা।
বিৰইআইং—বিৰচিতানি, ৰচিত, (ইয়াত সংকলিত)।
সালংকাৰাণং—সালাঙ্কাৰাণাম্, অলংকৃত (ৰস, ছন্দ আদিৰে)।
গাহানং—গাথানাম্, গাথাৰ।

(২) অমিঅং—অমৃতম্; অমৃতসদৃশ।
পাউঅ-কৱং—প্ৰাকৃত কবিতা।
সোউং—শ্ৰোতুম, শুনিবৰ কাৰণে (তুমুনন্ত শব্দ)।
কামস্স তত্ততন্তিং—কামস্য তত্ত্বচিন্তাম্; কামতত্ত্বৰ চৰ্চা।

(৩) বক্কলকম্মনিউনিএ—বল্কলকৰ্মনিপুণিকে; নিপুণা বাৰুনী।
জ্‌বয়ু—(দেশী শব্দ) ধং কৰা। (মা জ্‌বয়ু—ধং নকৰিবা)।
ৰত্তপাডল—ৰক্ত-পাটল, ৰঙা পাৰুল ফুল।
সুগন্ধং—সুগন্ধম্; সুগন্ধী।
মুহলাকমং—মুখৰাকতম্; মুখৰ বতাহ।

পিঅন্তো—পিবন্ ; পান কৰি।

ধুমাই—ধূমায়তে ; ধোঁৱাই আছে, ধোঁৱা ওলাই আছে।

সিহী—শিখী, জুই।

পজ্জলই—প্ৰজ্বলতি ; জ্বলি আছে। (ন পজ্জলই, জ্বলা নাই বা জ্বলি উঠা নাই।)

(৪) অমঅমঅ—অমৃতময়, অমৃতসদৃশ, অমৃতময়।

গঅনসেহৰ—গগনশেখৰ, আকাশৰ মুকুট।

ৰমণিমুহতিলঅ—ৰজনীমুখতিলক, ৰাতিৰ মুখৰ তিলক। (ইয়াত ৰাতিক এগৰাকী নাৰীৰ দৰে কল্পনা কৰি চন্দ্ৰক সেই নাৰীৰ মুখমণ্ডলৰ তিলক বা ফোঁট বুলি কল্পনা কৰা হৈছে)।

ছিবসু—ক্ষিপ্ (অনুজ্ঞাৰ ২য় পুৰুষৰ একবচনত)—স্পৰ্শ কৰা।

ছিত্তো—ক্ষিপ্তঃ, স্পৰ্শ কৰিছিলা (অতীতকালত, ক্ষিপ্+ক্ত)।

মমং—মাম্ ; মোক, মোকো।

কৰেহিং—কৰৈহিম্ ; কিৰণসমূহৰ দ্বাৰ ; কিৰণেৰে।

(৫) অসমত্তমণ্ডনা—অসমাপ্তমণ্ডনা ; অসমাপ্ত প্ৰসাধনেৰে।

বচ্চ—ব্ৰজ ; যোৱা।

সকোউহল্লস্স—সকৌতূহলস্ত, অত্যন্ত ব্যগ্ৰভাৱে বা অতি কৌতূহলেৰে।

বোলাবিঅ—ব্যতিক্ৰান্তো ; অতিক্ৰান্ত হ'লে বা পাৰ্ত্ত পৰি প'লে।

হুলহুলস্স—হুলহুল (দেশী শব্দ) উগ্ৰ হৈঁপাহ বা ব্যাকুলতা।

পুত্তি—পুত্ৰি, কন্যা (ইয়াত সুন্দৰী নাৰী অৰ্থত ব্যৱহাৰ হৈছে)।

লগ্গিহিসি—লগিষ্যসি, লগ লাগিব বা লগ লগা।

ন লগ্গিহিসি—লগ নালাগিব। (ইয়াত 'স্থান নাপাবা' অৰ্থত ব্যৱহৃত হৈছে।)

(৬) অজ্জ—অদ্য ; আজি।
সংভরন্তীএ—সংস্মরন্ত্যা, স্মরণ করি।
অহিনৱমেহানং—অভিনৱ মেঘানম্, নতুন মেঘ।
ৰবো—ৰবঃ ; শব্দ বা গৰ্জন বা গাজনি।
নিশামিঙ—নিশামিতঃ ; শুনি বা শুনা গৈছে।
বজ্‌ঝ-পডহো—বধ্য পটহঃ, বধ্যভূমীত বজোৱা বাজনা।

(৭) দিঅৰস্‌স—দেৱৰস্য ; দেওৰেকক (গিৰিয়েকৰ ভায়েকক)।
অসুদ্ধমনস্‌স—অশুদ্ধমনসঃ, কলুসিত চিত্ত।
কুলবহু—কুলবধূ ; সজ বংশীয় সম্ভ্ৰান্তা নাৰী।
নিঅকুড্ড—নিজ কুড্য ; নিজা কোঠাৰ বেৰত।
লিহিআইং—লিখিতাম্, লেখিত বা লেখি থোৱা।
দি অহং—দিৱসং, দিন ব্যাপি বা গোটেই দিন ধৰি।
ৰামানুলগ্‌গ—সোমিত্তি-চৰিআইং—ৰামানুলগ্ন-সৌমিত্ৰি-চৰিতানি ;
ৰাম-অনুৰক্ত লক্ষ্মণৰ চৰিতাৱলী।

(৮) সব্‌ভাৱণেহ—সদ্ভাৱ-স্নেহ ; সংভাৱ (প্ৰেম) আৰু স্নেহ।
ভৰিএ—ভৰিতে, পৰিপূৰ্ণ।
ৰজ্জিজ্জই—ৰজ্যতে, অনুৰক্ত বা আকৰ্ষিত হোৱা।
জুত্তমিনং—যুক্তমিদং ; যুক্তিযুক্ত।
অনহিঅএ—অন্য হৃদয়ে ; অন্য হৃদয়ক (অৰ্থাৎ প্ৰেমশূন্য হৃদয়ক)।
হিঅঅং—হৃদয়ম্ ; হৃদয়।
দিজ্জই—দীয়তে, দিলে।

(৯) আৰত্তন্তস্‌স—আৰভমানস্য ; কোনো কাম আৰম্ভ কৰা জনৰ।
ধুঅং—ধ্ৰুৱম্ ; নিশ্চিতভাৱে।
পুৰিসস্‌স—পুৰুষস্য ; পুৰুষৰ।
অনাৰত্তে—ন-আৰব্ধে, আৰম্ভ নকৰিলে।
হোই—ভৱতি, হয়।
লচ্ছী—লক্ষ্মীঃ ; লক্ষ্মী (ইয়াত ধন পইচা বুজাইছে।)

(১০) ভুঝ কএ—ভয় কৃতে ; তোমাৰ কাৰণে।

ছীনো—ক্ষীণঃ ; খীনপ্ৰাপ্ত হোৱা, খীনাই যোৱা।

সুমহিলো—সুমহিলঃ ; ৰূপৱতী স্ত্ৰী।

হলিঅউত্তো—হলিক পুত্ৰঃ ; কৃষক-পুত্ৰ।

মচ্ছৰীণীএ—মৎসৰিণ্যা ; ঈৰ্ষাপৰায়ণাৰ দ্বাৰাও।

দোচ্চং—দৌত্যম্ ; বাৰ্ত্তা অনা-নিয়া কৰা ( ইয়াত 'দূতীৰ কাৰ্য' এই অৰ্থ বুজাইছে )।

পড়িৱন্ন—প্ৰতিপন্নং ; গ্ৰহণ কৰা ; লোৱা হৈছে।

( ইয়াত 'অৱলম্বন' কৰা অৰ্থত ব্যৱহৃত। )

(১১) দিট্‌ঠা—দৃষ্টাঃ ; দেখা গৈছে।

চূআ—চূতাঃ ; ম'ল বা মুকুল ( আমৰ )।

অগ্‌ঘাইআ—আঘ্ৰায়িতাঃ ; গন্ধ পোৱা হৈছে।

দক্‌খিণানিলো—দক্ষিণানিলঃ ; দক্ষিণা-বতাহ বা বসন্তৰ বতাহ।

সহিও—সহিতঃ ; সহ্য কৰা হৈছে।

কজ্জাইং—কাৰ্য্যানি ; কৰ্তব্য বা কাম।

গৰুআইঁ—গুৰুকানি ; ডাঙৰ, গভীৰতৰ।

মামী—মাতুলী ; মামী ( ইয়াত বান্ধৱী বা সখী অৰ্থত ব্যৱহাৰ হৈছে। )

বল্লহো—বল্লভঃ ; প্ৰিয়, মৰমৰ।

(১২) নমহ—নমত ; নমস্কাৰ কৰা।

ৱচ্ছে—বক্ষেসি ; বক্ষদেশত বা বক্ষস্থলত।

লচ্ছিমুহং—লক্ষ্মীমুহম্ ; লক্ষ্মীদেৱীৰ মুখ।

কোত্‌থহম্মি—কৌস্তুভে, কৌস্তুভ মণিত।

মঅপৰিহীনং—মৃগপৰিহীনম্ ; নিষ্কলংক।

সসিবিম্বং—শশিবিম্বম্ ; চন্দ্ৰবিম্ব।

সূৰবিম্বৰ—সূৰ্যবিম্বে ; সূৰ্যবিম্বত।

(১৩) গম্মিহিসি—গমিষ্যসি ; যাব পাৰিবা।

তস্‌স—তস্য ; তেওঁৰ।

পাসং—পার্শ্বম ; কাষলৈ ; ওচৰলৈ।

মা তুৰস—মা ত্বরস্ব ; উৎকণ্ঠিত বা উদ্‌গ্ৰীৱ নহ'বা।

বড্‌ঢউ—বৰ্দ্ধতাম্‌ ; বৃদ্ধি হওক ; ওপৰলৈ উঠক।

মিঅঙ্কো—মৃগাঙ্কঃ ; চন্দ্ৰ।

চন্দিআই—চন্দ্ৰিকায়াম্‌ ; জোনাকত।

মুহং—মুখম্‌ ; মুখ।

(১৪) গিজ্জন্তে—গীয়মানে ; গাওঁতে, গাই থাকোঁতে।

মঙ্গল-গাইআহিং—মঙ্গল-গায়িকাভিঃ ;

মঙ্গলসূচক নামগোৱা বা গীত গোৱা নামতী বা গায়িকা সকলে।

বৰগোত্তদিন্ন অন্নাএ—বৰগোত্ৰ-দত্ত-কৰ্ণায়াঃ ;

দৰাৰ নাম মনোযোগ দি।

সোউং শ্ৰোতুম্‌ ; শুনিবৰ কাৰণে বা শুনি।

হোন্ত বহুআইএ—ভবিষ্যদ্বধূকায়া ; ভবিষ্যত-কইনাৰ।

নিগ্‌গও—নিৰ্গতঃ ; ওলাই অহা ( ইয়াত 'হৈ উঠা' )।

উঅহ—পশ্যত ; চোৱা।

বোমঞ্চো—ৰোমাঞ্চঃ ; ৰোমাঞ্চিত ; উল্লাসিত।

(১৫) সিন্ধুৰ-পৱ্বঅ—সৈন্ধৱ-পৰ্বত।

সচ্ছহাইং—সচ্ছায়ানি ; দৰে, নিচিনাকৈ।

ধোঅ-তুল-পুঞ্জ সৰিসাইং—ধৌত-তুল-পুঞ্জ-সদৃশানি ;

ধৌত বা কাচোৱা তুলাৰ দ'মৰ দৰে।

সুঅনু—সুতনু ; সুন্দৰী ( সম্বোধন )।

সোহন্তি—শোভন্তে ; শোভিত হৈছে, শোভা পাইছে।

মুক্কোঅআই—মুক্তোদকানি ; পানীহীন, পানী নাইকিয়া হোৱা।

সৰএ—শৰদি ; শৰৎকালত।

সিঅব্‌ভাইং—সিতাভ্ৰাণি ; বগা মেঘবোৰ।

(১৬) বিৰহানলো—বিৰহানলঃ, বিৰহৰ তাপ।
সহিজ্জই—সহ্যতে, সহিব পৰা।
বল্লহজনস্‌স-বল্লভজনস্য; প্ৰিয়জনৰ।
একগ্‌গাম—এক-গ্ৰাম; একে গাঁৱত।
পবাসো—প্ৰবাসঃ, প্ৰবাস খটা, আতৰি থাকিব লগা হোৱা।
মাত্ৰ—মাতঃ, মাতৃ, আই। (সম্বোধনত)
বিসেসেই—বিশেষয়তি, বিশেষকৈ বা তাতকৈ।

(১৭) পুট্‌ঠিং—পৃষ্ঠম, পিঠি।
পসস্থু - প্ৰোঞ্চ, মচি পেলোৱা।
কিসোঅৰি—কৃশোদৰী, (সম্বোধনত ব্যৱহৃত)।
পড়ীহৰ—পশ্চাদ্‌গৃহ, ঘৰৰ পিছফাল।
অংকোল্ল—অংকোট, আখৰোট গছ।
ছেআহিং—(দেশী শব্দ) অৰ্থ—চতুৰা।
দিঅৰজাআহি—দেৱৰ জায়াভিঃ, দেওৰেকৰ পত্নীয়ে।
উজ্জুএ—ঋজুকে, সৰলা, সৰলমনা।
কলিজ্জিহিসি—কলিষ্যসে, ধৰা পেলাব।
মা কলিজ্জিহিসি—ধৰা পেলাব নোৱাৰিব।

(১৮) পলোএমি প্ৰালোকয়ামি, দৃষ্টিপাত কৰোঁ।
দীসসে—দৃশ্যসে, দেখা পোৱা যায়।
তত্তো—ততঃ, তাত্তেই; তাত।
তুহ—তব; তোমাৰ।
পড়িমাপড়িবাড়িং—প্ৰতিমাপ্ৰতিপাটিম্, চিত্ৰসমূহক বা ছবি সমূহক।
দিসাঅক্কং—দিশাচক্ৰম্; দিশচক্ৰ।

(১৯) সুণ্ণউ—শূণ্যতাম্; খোৱা, শুই থকা।
তইও—তৃতীয়, তিনি। জামো যামঃ; প্ৰহৰ।
সহিও—সখ্যাঃ; সখীলকল (সম্বোধন)।

ভনহ—ভনয় ; কোৱা।

সেহালিআনং—শেফালিকানাম্ ; শেৱালি ফুলৰ।

সোত্তুং—স্বপ্তুম্ ; শুবলৈ।

সুঅহ—স্বপিত ; শুই থকা।

(২০) জং জং—যৎ যৎ ; যি যি ; যিবোৰ।

আলিহই—আলিখতি ; চিত্রিত কৰা ; চিত্র অংকিত কৰা।

আসাবট্টাহিং—আশাৱর্তিকাভিঃ ; আশাৰূপী তুলিকাৰে।

হিঅঅফলঅম্মি—হৃদয়ফলকে ; হৃদয়-ফলকত।

তং তং—তৎ তৎ ; সেইবোৰ।

বালোব্ব—বালইব ; বালকৰ দৰে।

নিহুঅং—নিভৃতম্ ; গোপনে।

হসিউন—হসিত্বা ; হাঁহি।

পম্হুসই—প্রমৃশতি ; মচি পেলাই।

# ॥ অভিজ্ঞান-শকুন্তলম্ ॥

[ ৰক্ষিদ্বয় আৰু ধীৱৰৰ ভাষা মাগধী প্ৰাকৃত হোৱাৰ কাৰণে মাগধীৰ বৈশিষ্ট্য, যেনে—ৰ>ল , স, ষ>শ , জ>য , ক্ষ>শ্ক আৰু পিছত বৰ্ণ-বিপৰ্যয় ; জ্ঞ>ঞ্ঞ , পদমধ্যস্থিত 'দ' আৰু 'ধ'-ৰ অৱস্থিতি ( যেনে—মালেধ, ভবিশ্শ্দি ), অ-কাৰান্ত শব্দৰ বিসৰ্গৰ 'এ'-কাৰত পৰিণতি বা লোপ , সমীভৱন নোহোৱাকৈ যুক্তব্যঞ্জনৰ ব্যৱহাৰ ( যেনে—হস্ত, হস্তিস্কন্ধং ) অথবা নতুন ধৰণেৰে সমীভৱন হোৱা ( যেনে—মৎস্ত>মশ্চ ; বিক্ৰয়াৰ্থম্> বিক্কঅত্তং ) দেখিবলৈ পোৱা যায়।

আনহাতে নাগৰক বা নগৰপালৰ ভাষা শৌৰসেনী প্ৰাকৃত হোৱাৰ কাৰণে শৌৰসেনীৰ প্ৰধান বৈশিষ্ট্য, যেনে স্বৰমধ্যৱৰ্তী 'দ' আৰু 'ধ'-কাৰৰ অৱস্থিতি, কিন্তু অন্ত অল্পপ্ৰাণৰ লোপ আৰু মহাপ্ৰাণৰ 'হ'-কাৰত পৰিণত , ক্ষ>ক্খ আদি দেখিবলৈ পোৱা যায়।

তলত পৰিবৰ্তনৰ ধাৰাৰ বিষয়ে বিশদ আলোচনা নকৰি কেৱল শব্দসমূহৰ সংস্কৃত ৰূপ আৰু সেইবিলাকৰ অসমীয়া অৰ্থ দিয়া হ'ল। ]

## ॥ ৰক্ষিণৌ ॥

হণ্ডে—অহো , হেৰ', ঐ, হেৰৌ।

কুম্ভীলআ—কুম্ভীৰক , চোৰ।

কধেহি—কথয় ; ক, কোৱা।

কহিং—কস্মিন ; ক'ত।

তুএ—ত্বয়া ; তই ( তৃতীয়াৰ্থত ), এশে—এষঃ ; এই।

মহালঅন—মহাৰত্ন ; মহাৰত্ন।

ভাশুলে—ভাস্বৰং ; উজ্জ্বল।

উক্কিয়ামক্খলে—উৎকীর্ণনামাক্ষরঃ ; নাম লেখা থকা।
লাঅকীয়—রাজকীয়, রাজকীয়।
অঙ্গুলীঅএ—অঙ্গুরীয়ক ; আঙঠিটো।
শমাশাদিদে—সমাসাদিতঃ , সমাচাব দিয়া বা কথাটো ক।

॥ ধীবরকঃ ॥

পশীদন্তু—প্রসীদন্তু , প্রসন্ন বা সদয় হওক।
ভারমিশ্‌শা—ভারমিশ্রাঃ ; মহোদয়সকল , বা মাননীয় মহাশয় সকল।
হগে—অহকে ( অহম্ + ক প্রত্যয় ) , অহকং>হকং>হদম>হগে ; মই।
ঈদিশ্‌শশ—ঈদৃশস্ত , এনেকুৱা বা এনেধৰণৰ।
অকয্‌যশ্‌শ—অকার্যস্ত ; অকার্য বা অন্যায় বা নকৰিব লগা কাম।
কালকে—কারকঃ ; কৰা।

॥ প্রথমঃ ॥

শোহণে—শোভনঃ , ভাল বা উত্তম বা সুন্দৰ।
বম্হণে—ব্রাহ্মণঃ ; ব্রাহ্মণ বা বামুন।
ত্তি—ইতি।
কত্তুঅ—কৃত্বা , কৰি।
লঞ্‌ঞা—ৰাজ্ঞা ; ৰজাৰ দ্বাৰা।
পলিগ্‌গহে—পৰিগ্রহঃ ; দান।
দিন্নে—দত্তঃ ; দিয়া।

॥ ধীবরকঃ ॥

তাব—তাবৎ ; তেন্তে, তেতিয়াহলে।
শক্কাবদালবাশী—শক্রাবতারবাসী ; শক্রাবতাৰত বাস কৰা।
ধীবলে—ধীবরঃ ; জালোৱা বা মাছমৰীয়া।

॥ দ্বিতীয় ॥

পাডচ্চলা—পাটচ্চৰ ; চোৰ, অপহাৰক।

অস্মেহিং—অস্মাভিঃ ; আমাৰ দ্বাৰা বা আমি।

যাদিং—জাতিম্ ; জাতি।

বশদিং—বসতিম্ ; বাসস্থান।

পুশ্চিদে—পৃষ্টিতঃ ; সোধা।

॥ নাগৰকঃ ॥

সুঅঅ—সূচক ; বক্তি এজনৰ নাম।

সব্বং—সৰ্ব্বম্ ; সকলো।

কমেন—ক্ৰমেন ; ক্ৰমানুসাৰে ; এফালৰ পৰা।

পডিবন্ধেধ—পৰিবন্ধেত , প্ৰতিবিধান বা বাধা আৰোপ কৰা।

॥ উভৌ ॥

লাউত্তে—ৰাজপুত্ৰঃ বা ৰাজযুক্তঃ ; ৰাজপুত্ৰ বা ৰাজকৰ্মচাৰী।

আনবেদি—আজ্ঞাপয়তি , যি আদেশ বা আজ্ঞা।

লবেহি—লপহি ; কৈ যা।

॥ ধীবৰকঃ ॥

যালবডিশপ্পহুদীহিং—জালবড়িশপ্ৰভৃতিভিঃ ; জাল-বৰশী প্ৰভৃতিৰ দ্বাৰা।

মশ্চ—মৎস্য ; মাছ।

মশ্চবন্ধনোৱাএহি—মৎস্যবন্ধনোপায়ৈঃ ; মাছ ধৰা উপায়েৰে বা সঁজুলিৰে।

কুডুম্বভলনং—কুটুম্বভৰণম্ ; আত্মীয়-স্বজনক ভৰণ-পোষণ।

কলেমি—কৰোমি ; কৰোঁ।

॥ নাগৰকঃ ॥

বিসুদ্ধোদানিং—বিশুদ্ধঃ ইদানীম্ , এইটো বিশুদ্ধ।

আজীৱো—আজীৱঃ , জীৱিকা।

॥ ধীৱৰকঃ ॥

ভট্টকে—ভৰ্তৃকঃ ; ভাওৰীয়া বা মহোদয়।

শহযে—সহজঃ ; সহজাত বা জন্মজ।

বিবয্যনীঅকে—বিবৰ্জনীয়কঃ ; বৰ্জনীয় বা পৰিত্যাজ্য।

পশুমালী—পশুমাৰী ; পশুহত্যাকাৰক।

কলেমি—কৰোমি ; কৰি থাকে বা কৰে।

দালুনং—দাৰুণম্ ; নিষ্ঠুৰ।

অনুকম্পামিদুলে—অনুকম্পামৃদুৰপি ; অনুকম্পাৰে দ্ৰৱীভূত।

শোনিকে—সৌনিকঃ ; হত্যাকাৰী বা কছাই।

একদিঅশং—একদিবসম্ ; এদিনাখন।

লোহিদমশ্চকে—ৰোহিতমৎস্যকঃ ; ৰৌমাছ।

খণ্ডশো কপ্পিদে—খণ্ডশঃ কল্পিতঃ ; টুকুৰা টুকুৰ কৰা।

উদলব্ভন্তলে—উদৰাভ্যন্তৰে ; পেটৰ ভিতৰত।

পেক্খামি—প্ৰেক্ষামি ; দেখিলোঁ বা দেখা পালোঁ।

পশ্চা—পশ্চাৎ ; পিছত।

বিক্কঅত্থং—বিক্ৰয়াৰ্থম্ ; বিক্ৰী কৰিবৰ বাবে বা বেচিবৰ বাবে।

দংশঅন্তে—দৰ্শয়ন্ ; দেখুৱাওঁতে।

এত্তিকে—অত্ৰকঃ ; এয়াই বা এইখিনিয়েই।

আগমে—আগমঃ ; পোৱাৰ বা আগমনৰ।

কুট্টেধ—কুট্টয়থ ; কুটি কুটি কটা ; খণ্ড খণ্ডকৈ কটা।

॥ নাগৰিকঃ ॥

জাণুঅ—জানুক , অন্যজন ৰক্ষিৰ নাম।

অঅং—অয়ং ; ইয়াৰ।

বিস্সগন্ধো—বিস্ৰগন্ধঃ ; মাছ মাছ গোন্ধোৱা বা আমিষ গোন্ধ।

বিমৰিসিদব্বো—বিমৰ্ষিতব্য ; চিন্তাৰ বিষয় বা চিন্তনীয়।

ৰাঅউলং—ৰাজকুলম্ ; ৰাজপুৰি বা ৰাজগৃহ।

॥ ৰক্ষিণৌ ॥

গণ্ঠিচ্ছেদআ—

॥ নাগৰিকঃ ॥

গোউৰত্থুআৰে—গোপুৰদ্বাৰে ; ৰাজপুৰীৰ দুৱাৰ বা নগৰ-দ্বাৰ।

অপ্পমত্তা—অপ্ৰমত্তা ; সাৱধানেৰে বা সতৰ্ক হৈ।

পড়িবালেধ—প্ৰতিপালয়ত ; ধৰি ৰখা বা বান্ধি থোৱা বা প্ৰতিপালন কৰা।

নিক্কমামি—নিষ্ক্ৰমামি ; ঘূৰি অহা।

॥ উভৌ ॥

শামিপ্পশাদত্থং—স্বামী-প্ৰসাদাৰ্থং ; ৰজাৰ অনুগ্ৰহ লাভাৰ্থে।

॥ সূচকঃ ॥

চিলাঅদি—চিৰায়তে ; দীঘলীয়া কৰা বা দেৰি কৰা।

॥ জানুকঃ ॥

অৱশলোৱশপ্পানীঅ—অৱসৰোপসৰ্পনীয়াঃ ; অৱসৰ বা আজৰি সময় চাই।

লাঅনো—ৰাজানঃ ; ৰজাৰ।

হোন্তি—ভৱন্তি ; হ'ব পৰা বা পাৰ পৰা।

॥ সূচকঃ ॥

স্ফুলন্তি—স্ফুৰন্তি ; সুৰসুকৰা বা কুটকুটুৱা।

অগ্গহত্থা—অগ্ৰহস্তাঃ ; হাতৰ আগ অৰ্থাৎ আঙুলিবোৰ।

বাবাদেহুং—ব্যাপাদয়িতুম্ ; বধ কৰিবৰ কাৰণে।

॥ ধীবৰঃ ॥

ণাণিহাদি—নোইত্তি ( না+ইত্তি ; ইত্তি>অইত্তি>অবিহবি> অণিহদি ; )

অণিহদি+ন—ণাণিহদি ; যোগ্য বা উচিত নোহোৱা।

॥ জানুকঃ ॥

ঈশলে—ঈশ্বৰঃ ; প্ৰভু।

লাঅশাশনং—ৰাজ আদেশ বা ৰজাৰ আদেশ।

গেন্‌হিঅ—গৃহীত্বা ; গ্ৰহণ কৰি ; লৈ।

শউলানং—শকুলানাম্ ; কুকুৰৰ।

পেক্ষশি—প্ৰেক্ষসে ; দেখা ; দেখিবি।

গিদ্ধশিআলানং—গৃধ্ৰ-শৃগালানাং ; শগুন-শিয়ালৰ।

॥ ধীৱৰকঃ ॥

হা হদে ম্হি—হতঃ+অস্মি ; মই মৰিলোঁ।

॥ মাণৱকঃ ॥

মুঞ্চেধ—মুঞ্চত, মুকলি কৰি দিয়া ; খুলি দিয়া।

জালোৱজীৱিনং—জালোপজীৱিনঃ ; জালোৱাটোক।

উৱৱন্নো—উপপন্নঃ ; প্ৰমাণিত হৈছে।

অম্হ-সামিনা—অস্মৎ-স্বামিনা ; আমাৰ প্ৰভুৱে।

॥ সূচকঃ ॥

যমৱশদিং—যমৱসতিং ; যমৰ বাসস্থান।

গচ্ছ্অ—গত্বা ; গৈ।

পড়িনিউত্তে—প্ৰতিনিবৃত্তঃ ; পুনৰ ঘূৰি অহা।

॥ ধীৱৰকঃ ॥

তৱ কেলকে—তৱ কৃতে ; আপোনাৰ কাৰণেই।

যীৱিদে—জীৱিতম্ ; জীয়াই থাকিলোঁ।

॥ মাণৱকঃ ॥

উট্‌ঠেহি—উত্তিষ্ঠ ; উঠ বা উঠা।

ভট্টিনা—ভৰ্ত্রা ; স্বামীয়ে ; প্ৰভুৱে।

অঙ্গুলীঅমুদ্দসূসন্মিদো—অঙ্গুলীয়কমূল্যসম্মিতঃ ; আঙঠিৰ মূল্যৰ সমান।

পাৰিদোসিও—পাৰিতোষিকঃ ; পুৰস্কাৰ।

পসাদীকিদো—প্রসাদীকৃতঃ ; সন্তুষ্ট হৈ।

গেন্‌হ—গৃহান্ ; লোৱা ; গ্রহণ কৰা।

॥ ধীবৰকঃ ॥

অনুগহিদে—অনুগৃহীত ; ধন্য হোৱা বা অনুগৃহী হোৱা।

॥ জানুকঃ ॥

শূলাদো—শূলাৎ ; শূলৰ পৰা।

ওদালিঅ—অৱতাৰ্য ( স্বৰভক্তিৰ কাৰণে 'অৱদাৰিঅ'> 'অওদাৰিঅ' = ওদালিঅ—উলিয়াই আনি। )

হত্থিস্কন্ধং—হাতিৰ কান্ধ বা পিঠি।

শমালোবিদে—সমাৰোপিতঃ ; বহুওৱা বা আৰোপিত কৰা।

॥ সূচকঃ ॥

মহালিহলদনেন—মহাৰ্হৰত্নেন ; মহামূল্য ৰত্নখচিত।

হোদব্বং—ভৱিতব্য ; হৈ থাকিব বা হ'ব।

॥ মাণবকঃ ॥

ভট্টিনো—ভর্তুঃ ; স্বামীৰ , ( ৰজাৰ )।

মহাৰিহবদনং—মহাৰ্হবস্ত্ৰং ; মহামূল্য বস্ত্ৰ।

তক্কেমি—তৰ্কয়ামি ; ভাৱ হয় , মনত হয়।

হিঅঅট্‌ঠদো—হৃদয়স্থিতঃ ; হৃদয়ত থকা।

সুমৰীদো—স্মৰিতঃ ; মনলৈ অহা বা মনত পৰা।

পেক্‌খিঅ—প্রেক্ষ্য ; দেখি।

মুহুত্তঅং—মুহূৰ্ত্তং ; মুহূৰ্ত্তৰ কাৰণে।

পইদিগম্ভীৰো—প্রকৃতিগম্ভীৰঃ ; স্বভাৱ-গম্ভীৰ।

পজ্জসুসুঅমনো—পৰ্য্যুৎসুকমনাঃ ; উদ্বিগ্নমনা বা বিচলিত চিত্ত।

॥ কঞ্চুকী ॥

ভট্টা—ভর্তা ; প্রভু ; ৰজা।

॥ জানুকঃ ॥

মশ্চশীশত্তু—মৎস্যশত্রোঃ ; মাছের শত্রু।

॥ ধীবরকঃ ॥

তুম্মানং—আপোনালোকর।

শুলামূলং—সুরামূল্যং , সুরার মূল্য।

ভোদু—ভবতু , হওক।

॥ জানুকঃ ॥

মহত্তলে—মহত্তরঃ , মহৎ।

পিঅবঅশ্শকে—প্রিয়বয়স্যকঃ , প্রিয়বন্ধু।

কাদম্বলী শক্খিকে—কাদম্বরী-সাক্ষিকম্ , মদ উপহারেরে।

পঢ়মং—প্রথমং , প্রথম।

শোহিদে—সৌহৃদং , সৌহার্দ্য , বন্ধুত্ব।

ইশ্চীঅদি—ইচ্ছ্যতে , ইচ্ছা করে।

শুণ্ডিকাগালং—শৌণ্ডিকাগারম্ , মদ বেচোতার ঘর।

গশ্চম্ম—গচ্ছমঃ , যাও।

## ॥ কৰ্পূৰ-মঞ্জৰী ॥

[ যদিও কৱি-নাট্যকাৰ ৰাজশেখৰে 'কৰ্পূৰ-মঞ্জৰী' সট্টকখন 'সক্কদং পৰিহৰিঅ পাউদরন্ধে'—'সংস্কৃত পৰিহাৰ কৰি প্ৰাকৃতত ৰচনা' কৰা বুলি সট্টকখনিৰ আৰম্ভণিতে স্থাপক আৰু পাৰিপাৰ্শ্বিকৰ কথোপকথনৰ জৰিয়তে কৈছে,—প্ৰকৃততে সাহিত্যিক-প্ৰাকৃত বুলি খ্যাত কোনো এটা নিৰ্দিষ্ট প্ৰাকৃতত এইখন ৰচনা কৰা বুলি ক'ব নোৱাৰি। ৰাজশেখৰৰ সময় নৱম শতাব্দীৰ শেষ আৰু দশম শতাব্দীৰ প্ৰথমাৰ্ধ বুলি অনুমান কৰা হৈছে। সেই সময়ত কোনো এটা প্ৰাকৃতেই নিৰ্দিষ্ট ৰূপত প্ৰচলিত নাছিল, বৰং পৰিৱৰ্তিত ৰূপত 'অৱহট্‌ঠ'ত বা লৌকিক অপভ্ৰংশত পৰিণত হৈছিল আৰু তাতে সাহিত্যাদিও সৃষ্টি হৈছিল; আনহাতে জনসাধাৰণৰ বাক্-ব্যৱহাৰত কথ্য-ৰূপটো অধিক সবল হৈ 'দেশী' ( বিদ্যাপতিৰ ভাষাৰে 'দেসিল বয়না' ) বুলি পৰিচিত হৈছিল। সেয়েহে ৰাজশেখৰে 'প্ৰাকৃত' বুলি কোনো এটা নিৰ্দিষ্ট প্ৰাকৃত নলৈ শৌৰসেনী-মহাৰাষ্ট্ৰীৰ আধাৰত ( প্ৰধানকৈ শৌৰসেনীৰ আধাৰত ) অপভ্ৰংশ-অৱহট্‌ঠ আৰু 'দেশী' বা কথ্য-ৰূপৰ উপাদান সংমিশ্ৰণ কৰি সাধাৰণভাৱে 'প্ৰাকৃত' বুলি ক'ব পৰা ভাষাতে 'কৰ্পূৰ-মঞ্জৰী' ৰচনা কৰিছিল।

কৱি ৰাজশেখৰ 'মধ্যদেশ'ৰ গুৰ্জৰ-প্ৰতিহাৰৰ ৰজা মহেন্দ্ৰপালৰ সভাকৱি আছিল কাৰণে আৰু নিজেও এগৰাকী বিদগ্ধ সংস্কৃত পণ্ডিত হোৱা হেতুকে মধ্যদেশীয় সংস্কৃত-অনুগত শৌৰসেনীকে, যাক ভাস আদি নাট্যকাৰ সকলে প্ৰধান প্ৰাকৃত-ৰূপে তেওঁলোকৰ নাটকত ব্যৱহাৰ কৰিছিল,—তাকে প্ৰধান অৱলম্বন হিচাপে লৈছিল, কিন্তু ইতিমধ্যে মহাৰাষ্ট্ৰী প্ৰাকৃতত মহাকাব্য, গীতি-কাব্য আদি সৃষ্টি হৈ জনপ্ৰিয় হোৱাত আৰু ইয়াক এক মান-বিশিষ্ট প্ৰাকৃত বুলি বৈয়াকৰণিক সকলে স্বীকৃতি দিয়াত মহাৰাষ্ট্ৰীকো ব্যৱহাৰ কৰিছিল। সেই কাৰণে ইয়াৰ

ভাষাত সংস্কৃতৰ 'ক্ষ' ধ্বনি শৌৰসেনীত 'ক্‌খ' হোৱা যেনেদৰে দেখিবলৈ পোৱা যায়, আনফালে মহাৰাষ্ট্ৰীত 'চ্ছ' হিচাপে হোৱা পৰিবৰ্তনো দেখিবলৈ পোৱা যায়ঃ শৌৰসেনীৰ প্ৰধান বৈশিষ্ট্য স্বৰমধ্যগত 'দ' আৰু 'ধ'-কাৰৰ অৱস্থিতি যেনেদৰে দেখিবলৈ পোৱা যায়, তেনেদৰে মহাৰাষ্ট্ৰীৰ স্বৰমধ্যৱৰ্তী অল্পপ্ৰাণৰ বিলোপ আৰু মহাপ্ৰাণৰ 'হ'-কাৰত পৰিণত হোৱাও দেখিবলৈ পোৱা যায়। ঠিক এনেদৰে মহাৰাষ্ট্ৰীত কৰ্মবাচ্য গঠনত '-য' প্ৰত্যয় '-ইজ্জ' হোৱা আৰু শৌৰসেনী-মাগধীত '-ঈঅ' হোৱা; ক্ৰিয়াবাচক বিশেষ্য গঠনত '-ইঅ', '-দূন' ('কৃ' আৰু 'গম্' ধাতুৰ পিছত '-ত্বন' প্ৰত্যয়) শৌৰসেনীৰ বৈশিষ্ট্য যিদৰে দেখা যায়, মহাৰাষ্ট্ৰীত সঘনে প্ৰয়োগ হোৱা '-ঊন'ৰ ব্যৱহাৰো ইয়াত দেখা পোৱা যায়। ঠিক এনেদৰে সপ্তমীৰ একবচনৰ সংস্কৃতৰ '-স্মিন্', মহাৰাষ্ট্ৰীত '-ম্মি', শৌৰসেনীত '-ম্হি' হোৱা দুয়োটা দেখিবলৈ পোৱা যায়। তদুপৰি নিমিত্তাৰ্থক ক্ৰিয়া গঠনত মহাৰাষ্ট্ৰীৰ '-উং' আৰু শৌৰসেনী-মাগধীৰ '-ত্তুং' দুয়োটা ৰূপৰ প্ৰয়োগ হৈছে। গদ্যাংশ আৰু পদ্যাংশ সকলোতে উভয় ৰূপৰো লক্ষ্য কৰা যায়।

তদুপৰি অপভ্ৰংশ-অৱহট্‌ঠৰ শব্দ যেনে 'ফুল্ল', 'মহ', 'ঘৰ', 'বাহিৰা', 'তুএ', 'ঘৰ' আদি শব্দ যেনেদৰে পোৱা যায়, তেনেদৰে তৎকালিন সময়ত প্ৰচলিত 'দেশী' বুলি খ্যাত শব্দ আৰু 'দেশী' ধাতুৰ পৰা উৎপন্ন হোৱা শব্দ-সম্ভাৰো অবাধ আৰু মুক্তগতিৰে ব্যৱহাৰ হোৱা দেখা পোৱা যায়। এনে কিছুমান দেশী শব্দ হ'লঃ ছইল, হুলবোলো, হক্কাবিঅ, ঢিল্লঅৰা, ভোজন্তি, ভৱট্টিণ, নিপ্‌পট্ট, বিট্টালিনি, চঙ্গ, টেণ্টা, পাড্ডিসিদ্ধি, টপ্পৰ, কভিজ্জং, বল্পৰ, সাহুলিআ, সিহ্ন, বোসনিঅং, মৰট্টো, লংখিয়, চজিয়ং, ৰবিজ্জ, চড্ডদি, লট্‌ঠৰ, থক্কত, খড়্কিআ, ছুখল্ল, চল্লি মহল্ল, বাউল্লিআ, আঅল্লম ইত্যাদি।

বৈয়াকৰণিক আৰু শব্দ-সম্ভাৰৰ এনে মিশ্ৰিত ৰূপ লক্ষ্য কৰি 'কৰ্পূৰমঞ্জৰী'ৰ প্ৰাকৃতক 'মিশ্ৰিত প্ৰাকৃত' বা সাধাৰণভাৱে 'প্ৰাকৃত' বুলিয়েই অভিহিত কৰিব পাৰি।

তলত বৈয়াকৰণিক দিশৰ বিশদ আলোচনা নকৰি 'প্ৰথম জৱনিকা'ৰ শব্দসমূহৰ সংস্কৃত ৰূপ দি অসমীয়া অৰ্থ মাথোন দিয়া হ'ল।

## ॥ প্ৰথমং জৱনিকান্তৰম্ ॥

১নং শ্লোক ঃ

ভদ্দং—ভদ্ৰম, মংগল বা কুশল।

হোউ—ভৱতু; হওক, হোৱা।

সৰস্সইঅ—সৰস্বত্যাঃ, সৰস্বতীৰ।

কইনো—কবয়ঃ, কবিসকলৰ।

নন্দন্তু—নন্দন্তো, আনন্দ কৰক।

বাসাইনো—ব্যাসাদয়ঃ, ব্যাস আদি কবিসকল।

অন্নানং পি—অন্যেষাম অপি; অন্যসকল কবিবো।

পঅট্টউ—প্ৰৱৰ্ত্ততাম্; প্ৰৱৰ্তিত হওক।

ছইল—(দেশী শব্দ; অৰ্থ বিদ্বান বা বিদগ্ধ)।

ছইলপিয়া—ছইলপ্ৰিয়া, বিদগ্ধজনৰ প্ৰিয়।

বচ্ছোমী—বৈদৰ্ভী; বিদৰ্ভ দেশৰ কবিসকলৰ ৰচনা ৰীতি।

মাঅহী—মাগধী, মগধ দেশৰ কবিসকলৰ ৰচনা-ৰীতি।

পঞ্চালিআ—পাঞ্চালিকা, পাঞ্চালদেশৰ কবিসকলৰ ৰচনা-ৰীতি।

ৰীঈও—ৰীতিঃ, ৰীতি বা শৈলী।

বিলিহন্তু—বিলিহন্তু; আস্বাদন কৰক।

কব্বকুসলা—কাব্যকুশলাঃ, কাব্য ৰসিক, কাব্যকুশল।

জোনহং—জ্যোৎস্নাম্, জোনাক।

চওৰা—চকোৰাঃ—চকোৰা বা চাকৈ চৰাই।

২নং শ্লোক ঃ

অকলিত—

পৰিবত্ত

বিব্ভমাইং—বিভ্ৰমান্; উত্তেজনা।

চুম্বনড়ম্বরাই—চুম্বনড়ম্বাণি ; চুম্বনের আড়ম্বর।

অঘডিঅথনতাডনাই—অঘটিত স্তনতাড়নানি ; স্তনের পীড়ন নঘটা।

নিচ্চং—নিত্যং ; সদায়।

অনঙ্গবঈনমোহনাঈং—অনঙ্গবাণ্যোর্মোহনানি ; অনংগবর্দ্ধিত মিলনক।

৩নং শ্লোক ঃ

সসিহংডমংডনানং—শশিখণ্ডমণ্ডনাম্ ; চন্দ্রকলাবে বিভূষিত।

সমোহনাসানং—সমোহনাশয়ানাম্ ; প্রণয়র অভিলাষী।

সুরঅনপিআনং—সুরজনপ্রিয়ানাম্ ; দেবতাসকলর প্রিয়।

গিরিসগিরিন্দসুআনং—গিরিশ-গিরন্দ্রসুতানাম্ , শিব আরু পার্বতীর।

( গিরিশ—শিব , গিরীন্দ্রসুতা—গিরিরাজ হিমালয়র কন্যা বা পার্বতী।

সংঘাডী—সংঘাটিকা ; মিলন।

সুহং—সুখম্ ; আনন্দ বা সুখ।

দেউ—দদাতু ; দান করক।

৪নং শ্লোক ঃ

ঈসারোসপ্পসাঅপ্পনইসু—ঈর্ষারোসপ্রসাদ-প্রণিত্তেষু , ঈর্ষার কারণে হোৱা খং বা অভিমান প্রশমনর কারণে।

ঈসা—ঈর্ষা ; প্পসাঅ—প্রসাদ ; প্পনইসু—প্রণত্তিষু।

সগ্গগঙ্গাজলেহি—স্বর্গগঙ্গাজলৈঃ ; স্বর্গগংগার পানীর দ্বারা।

সগ্গ—স্বর্গ।

পুরিআএ—পুরিতয়া ; পরিপূর্ণ।

তুহিনকরকলাকপ্পসিপ্পীঅ—তুহিনকরকলা-কপ্যশুক্ত্যা , চন্দ্রকলা-সদৃশ কপালী শংখর দ্বারা।

তুহিনকর—চন্দ্র , কপ্প—কপ্য ; সিপ্পীঅ—( দেশী শব্দ ) শংখ বা শামুক।

কন্দো—কন্দ্র , শিব ।

জোন্‌হামুত্তাহলিল্লং—জ্যোৎস্নামুক্তাফলবৎ , মুক্তাফলৰ দৰে জোনাক ।

মুত্তাহলিল্লং—মুক্তাফল + ইল্ল ।

নঅমউলি—নতমৌলি , নতমস্তকেৰে ।

নিহিত্তগ্‌গহথেহিঁ—নিহিতাগ্রহস্তাভ্যাম্‌ ; হাতৰ আগভাগৰ দ্বাৰা ।

দোহিং—দ্বাভ্যাম ।

অগ্‌ঘং—অৰ্ঘ্যম্‌ ; চন্দ্র বা অৰ্ঘ দিয়া ।

সিগ্‌ঘ—শীঘ্ৰম্‌ ; সোনকালে ।

দেন্তো—দদৎ ; দান কৰোতে বা দিওঁতে ।

জঅই—জয়তি , জয় হওক ।

গিৰিসুআপাঅপঙ্কেৰুহানাং—গিৰিসুতাপাদপঙ্কেৰুহয়ো গিৰি-কন্যাৰ পাদ-পংকজত ।

পাঅ—পাদ ; ভৰি ।

পঙ্কেৰুহ—পংকত যাৰ উদ্ভৱ অৰ্থাৎ পঙ্কজ বা পদুম ।

॥ স্থাপকঃ ॥

নট্টপ্পউত্তো—নাট্যপ্ৰবৃত্তঃ ; নাট-অভিনয়ত প্ৰবৃত্ত ।

দীসদি—দৃশ্যতে ; দেখা যায় ।

কুসীলৱানং—কুশীলৱানাম্‌ , অভিনেতাসকল ।

পৰিজনো—পৰিজনঃ ; আত্মীয়সকল ( ইয়াত অভিনেতাসকল ) ।

একা—একা ; কোনো এগৰাকী ।

পত্তোইদাইং—পাত্ৰোচিতানি ; পাত্ৰ বা নাটকৰ চৰিত্ৰৰ উপযুক্ত ।

সিঅআইং—সিচয়ানি ; পোচাক ।

উচ্চিনেদি—উচ্চিনতি ; বিচাৰি লৈছে বা বাচি লৈছে ।

ইৱৰা—ইতৰা ; অন্য এগৰাকী নাৰীয়ে ।

কুসুমাৱলীও—কুসুমাৱলীঃ ; ফুলৰ মালাবিলাক ।

গুম্ফেদি—গুম্ফতি ; গাঁঠিছে ।

অন্না—অন্যা, অন্য কোনো এগৰাকীয়ে।
পডিসীসাআইং—প্রতিশীর্ষকানি ; মুখাবিলাক।
পডিসাবেদি—প্রতিসাবয়তি ; ঠিকঠাক বা প্রস্তুত কৰিছে।'
বন্নিআও—বর্ণিকাঃ ; বঙ।
বট্টেদি—বৰ্ত্তয়তি ; বাটিছে।
পট্টএ—পট্টকে, পটাত।
বংসো—বংশঃ, বাঁহী।
ঠাবিদো—স্থাপিতঃ ; স্থাপন কৰা ( ইয়াত সুৰ দিয়া অৰ্থ প্ৰকাশ কৰিছে।)
পডিসাৰীঅদি—প্ৰতিসাৰ্যতে, বিস্তাৰিত হৈছে।
তিন্নি—ত্ৰীনি, তিনিটা।
মিঅঙ্গা—মৃদঙ্গাঃ, মৃদংগ।
সজ্জীঅন্তি—সজ্জ্যন্তে, সজোৱা হৈছে।
পক্খাউজ্জানং—পক্ষাতোদ্যানাম ; পাখোৱাজৰ ( পাখোৱাজ হৈছে মৃদংগতকৈ সৰু আকাৰৰ বাদ্যযন্ত্ৰ )।
হুলবোলো—দেশী শব্দ, গুমগুম শব্দ বা হুলস্থুলীয়া শব্দ।
সুনীঅদি—শ্ৰূয়তে, শুনা গৈছে।
ধুবাগীদং—ধ্ৰুবাগীতম্, নাটক অভিনয়ৰ আগে আগে গোৱা গীত, ( এনে গীতৰ প্ৰথম অংশ ঘূৰাই ঘূৰাই গোৱা হয় )।
আলৱীআদি—আলপ্যতে, আলাপ কৰা হৈছে বা গোৱা হৈছে।
কুডুম্বং—কুটুম্বম্ ; কুটুম বা আত্মীয়। ( ইয়াত অভিনয়ত অংশ-গ্ৰহণকাৰীৰ কোনো এজনক বুজাইছে )।
হকাবিঅ ( দেশী শব্দ ) ; মাতি বা মাত দি।
পুচ্ছিস্সং—প্ৰক্ষ্যামি ; সুধিম বা জানিবলৈ বিচাৰিম।

॥ পাৰিপাৰ্শ্বিক ॥

আনবেদু—আজ্ঞাপয়তু ; আদেশ কৰক।
ভাৱো—ভাব ; মহোদয় বা ভাওৰীয়া ( সম্মান অৰ্থত )।

॥ স্থাপক ॥

দীসধ—দৃশ্যধ্বে ; দেখা গৈছে বা দেখিবলৈ পোৱা হৈছে।

॥ পাৰিপাৰ্শ্বিক ॥

অধ ইং—অথ কিম ; আৰু কি ? অৰ্থাৎ 'হয়'।

সট্টঅং—সট্টকম্—সট্টক ; নাটিকাৰ অনুৰূপে, কিন্তু প্ৰবেশক আৰু বিষ্কম্ভক নথকা একপ্ৰকাৰ নাটক।

নচ্চিদব্বং—নৰ্ত্তিতব্যম্ ; নৃত্যাভিনয় হ'ব। ( সট্টকত নৃত্যৰ প্ৰাধান্য থাকে কাৰণে নৃত্যাভিনয় হ'ব বুলি কোৱা হৈছে )।

॥ স্থাপক ॥

কঈ—কবি ; কবি বা নাট্যকাৰ বা ৰচক। নাটকক দৃশ্যকাব্য বুলি কোৱাৰ কাৰণে ৰচকক কবি বুলিয়েই কোৱা হৈছিল।

॥ পাৰিপাৰ্শ্বিক ॥

কহিজ্জউ—কথ্যতাম , কওক।

ভন্নই—ভণ্যতে ; কোৱা হয়।

ৰঅনিবল্লহসিহণ্ডো—ৰজনিবল্লভশিখণ্ডঃ , ৰাজ+শেখৰ =ৰাজশেখৰ।

ৰজনিবল্লভ—ৰাতিৰ ৰাজ বা ৰজা।

শিখণ্ড—শেখৰ বা শিখৰ অৰ্থাৎ শ্ৰেষ্ঠ।

চন্দ্ৰই হ'ল ৰাতিৰ শেখৰ বা ৰজা বা ৰাজ। গতিকে আওপকীয়াকৈ কবিৰ নাম কোৱা হৈছে।

ৰহুউলচূড়ামণিনো—ৰঘুকুলচূড়ামনেঃ , ৰঘু বংশৰ চূড়ামণি বা শ্ৰেষ্ঠ।

মহিন্দবালস্‌স—মহেন্দ্ৰপালস্য ; মহেন্দ্ৰপালৰ।

কো অ—কঃ চ ; কোননো।

॥ স্থাপক ॥

পনহোত্তৰং—প্ৰশ্নোত্তৰম্ ; উত্তৰৰ বাবে প্ৰশ্ন।

পনহো—প্ৰশ্নঃ।

॥ পাৰিপাৰ্শ্বিক ॥

কধিদং—কথিতম্ ; কোৱা হৈছে।

জেব্ব—এব ; এনেদৰে।

ছইল্লেহিং—ছইল্ল+এহিং—বিদ্বান বা পণ্ডিতসকলৰ দ্বাৰা।

দূৰং—দূৰম্ ; বহু পৰিমাণে।

নাডিআই—নাটিকায়াঃ ; নাটিকাৰ।

অণুহৰই—অনুহৰতি ; অনুসৰণ কৰে।

পবেসঅবিক্খংভকাইং—প্ৰৱেশকবিষ্কম্ভকানি ; প্ৰৱেশক আৰু বিষ্কম্ভক।

দীসন্তি—দৃশ্যন্তে ; দেখা যায়।

ন কেৱলং দীসন্তি—কেৱল দেখা নাযায়।

॥ ৰূপক ॥

সক্কদং—সংস্কৃতম্ ; সংস্কৃত ভাষা।

পৰিহৰিঅ—পৰিহৃত্য ; পৰিত্যাগ কৰি।

পাউদবন্ধে—প্ৰাকৃতবন্ধে ; প্ৰাকৃতত ৰচনা।

পাউত্তো—প্ৰবৃত্তঃ , প্ৰবৃত্ত হোৱা , উদ্যোগী হোৱা।

॥ পাৰিপাৰ্শ্বিক ॥

সব্বভাসাচউৰেণ—সৰ্বভাষাচতুৰেণ ; সকলো ভাষাত দক্ষ বা পাৰ্গত।

অত্থবিসেসা—অৰ্থবিশেষাঃ ; শব্দৰ বিশেষ অৰ্থ।

চেঅ—চৈব ; একেই।

পৰিণমন্তা বি—পৰিণমন্তাঃ অপি ; পৰিণত হ'লেও।

উত্তিবিসেসো—উক্তিবিশেষঃ ; বিশিষ্ট উক্তি অৰ্থাৎ ৰসযুক্ত বাক্য।

জা হোই সা হোউ—যা ভৱতি সা ভৱতু ; যি হব দিয়ে হওক।

পৰুসা—পৰুষাঃ ; কঠিন বা কটুৱা।

সক্কঅবন্ধা—সংস্কৃতবন্ধাঃ ; সংস্কৃত-ৰচনা।

পাউঅবন্ধা—প্রাকৃতবন্ধাঃ ; প্রাকৃত-রচনা।

হোই—ভবতি ; হয় বা হ'ব।

সুউমারো —সুকুমারঃ , সুকোমল।

জেত্তিঅমিহন্তরং—যাবৎ অন্তরং বিমানেই প্রভেদ।

তেত্তিঅমিমানং—তাবদনয়োঃ , সিমানেই।

॥ স্থাপক ॥

অপ্পা—আত্মা , নিজকে বা নিজৰ।

বণ্ণিদো —বর্ণিতঃ , বর্ণনা।

॥ পারিপার্শ্বিক ॥

সুনু—শৃনু , শুনক।

তক্কাল-কঈনং—তৎকালকবীনাং , সেই সময়র কবিসকলর।

মজ্ঝম্মি —মধ্যস্মিন্ , মাজত।

মিঅঙ্কলেহা-কথা কারেণ—মৃগাঙ্কলেখা-কথা কারেণ , 'মৃগাংগলেখা' নামর কাহিনীর লেখক।

অরাইএন —অপরাজিতেন ; 'অপরাজিত' , এগরাকী কবি।

বালকঈ— বালকবি , শিশুকবি , অর্থাৎ কবি হিচাপে প্রসিদ্ধি লাভ নকরা প্রাথমিক নতুন কবি।

কইরাও— কবিরাজঃ , কবিশ্রেষ্ঠ।

নিব্ভররাঅস্স—নির্ভররাজস্য , নির্ভররাজর। (কবির পৃষ্ঠ-পোষক রজা মহেন্দ্রপালর অন্য এক নাম 'নির্ভররাজ'।)

উবজ্ঝাও—উপাধ্যায়ঃ , শিক্ষাগুরু।

পরংপরাএ- পরম্পরয়া , ক্রমেরে , ক্রমানুসারে।

মাহপ্পমারূঢ়ো—মাহাত্ম্যমারূঢ়ঃ , মাহাত্ম্যর শিখরত আরোহণ।

সিরি-রাঅসেহরো—শ্রীরাজশেখরঃ ; শ্রীরাজশেখর।

তিহুঅনং—ত্রিভুবনম্ ; ত্রিলোকত।

ধবলন্তি—ধবলয়তি ; ধবলিত করিছে।

হৰিণঙ্কপাড়িসিদ্ধীএ—হৰিণাঙ্ক প্ৰতিসিদ্ধ্যা ; চন্দ্ৰৰ লগত প্ৰতিদ্বন্দ্বিতা কৰি।

হৰিণঙ্ক—চন্দ্ৰ ; পাড়িসিদ্ধী—প্ৰতিস্পৰ্দ্ধা বা প্ৰতিদ্বন্দ্বিতা।

নিক্কলঙ্কা—নিষ্কলঙ্কাঃ ; কলংকহীন। ইয়াত শুভ্ৰ বা কালিমাহীন অৰ্থ প্ৰকাশ কৰিছে।

॥ স্থাপক ॥

সমাদিট্‌ঠা—সমাদিষ্টা ; আদেশিত বা আদেশপ্ৰাপ্ত হৈ।

পউঞ্জধ—প্ৰযুজ্যধ্বম্ ; প্ৰযোজিত বা অভিনীত হৈছে।

॥ পাৰিপাৰ্শ্বিক ॥

চাউহানকুলমৌলিমালিআ—চৌহান-কুল-মৌলী-মালিকা, চৌহান বংশৰ মূৰৰ মালা স্বৰূপ।

ৰাঅসেহৰকইন্দগেহিণী—ৰাজশেখৰ-কবীন্দ্ৰ-গৃহিণী, কবি ৰাজশেখৰৰ গৃহিণী।

ভত্তুণো—ভৰ্তুঃ ; স্বামীৰ।

কিইম—কৃতিম্ ; কৃতিত্ব। ইয়াত 'কৰ্পূৰমঞ্জৰী' সট্টকখনৰ কথা বুজাইছে।

অৱন্তিসুন্দৰী—অৱন্তীসুন্দৰী। চৌহান বংশৰ ৰাজপুত ৰাজকন্যা অৱন্তীসুন্দৰী নিজে এগৰাকী বিদুষী মহিলা আছিল আৰু স্বামীৰো প্ৰেৰণাদাত্ৰী আছিল।

পউঞ্জইউমেঅমিচ্ছই—প্ৰযোজয়িতুমেতামিচ্ছতি ; ইয়াক অভিনীত হোৱাৰ ইচ্ছা কৰিছে।

চণ্ডবালধৰণীহৰিণঙ্কো—চণ্ডপালধৰণীহৰিণাঙ্ক ; ধৰণীৰ চন্দ্ৰস্বৰূপ চণ্ডপালে।

চক্কবট্টিপঅলাহনিমিত্তং—চক্ৰবৰ্ত্তী-পদলাভ-নিমিত্তম্ ; চক্ৰবৰ্ত্তীপদ লাভৰ বাবে।

ৰসসোত্তে—ৰসস্ৰোতসি ; ৰসেৰে উপচি পৰা ; ৰসস্ৰোত স্বৰূপ।

কুন্তলাহিবসুঅং—কুন্তলাধিপ-সুতাম্ ; কুন্তলদেশৰ ৰজাৰ কন্যাক।

পৰিণেই—পৰিণয়তি ; বিবাহ কৰাই।

॥ স্থাপক ॥

অনন্তৰকৰণিজ্জ—অনন্তৰকৰণীয়ম্ ; ইয়াৰ পিছৰ কৰিব লগা কামখিনি (অর্থাৎ মূল অভিনয়।)

সংপাদেম্‌হ—সম্পাদয়ামঃ ; সম্পাদন কৰোঁ।

মহাৰাঅ-দেঈনং—মহাৰাজদেব্যোঃ ; মহাৰাজ আৰু ৰাণী।

ভূমিঅং—ভূমিকাম্ ; বেশ ধাৰণ ; ভূমিকাত।

ঘেত্তূন—গৃহীত্বা ; গ্রহণ কৰি।

অজ্জো—আর্য্যঃ ; শ্রেষ্ঠ বা প্রধান অভিনেতা।

অজ্জোভাৰিয়া—আর্য্য-ভার্য্যা , প্রধান অভিনেত্রী।

জয়নিঅন্তৰে—যবনিকান্তৰে ; নেপথ্যত বা চোঁ-ঘৰত।

বট্টদি—বর্ত্ততে ; অৱস্থান কৰিছে বা হৈ আছে।

## ॥ প্রস্তাৱনা ॥

॥ ৰাজা ॥

দকৃখিণাহিৱণৰিন্দনন্দিনি—দক্ষিণাধিপনৰেন্দ্রনন্দিনী ; দক্ষিণাপথৰ ৰজাৰ কন্যা।

বড্ঢাবীঅসি—বর্দ্ধাপ্যসে ; অভিনন্দন জনোৱা হৈছে।

বিঘোট্‌ঠে—বিঘোষ্ঠে , বিম্বফলৰ নিচিনা ওঁঠত।

বহলং—বহলম্ ; বেচি পৰিমাণে ; গাঢ়।

দেন্তি—দদতি ; দিয়া।

মঅনং—মদনং ; প্রলেপন।

নোগন্ধতেল্লাবিলা—নঃ গন্ধতৈলাবিলা ; সুগন্ধিত তেলেৰে সনা নাই।

অঙ্গম্মি—অঙ্গস্মিন্ ; শৰীৰত।

কুপ্পাসঅং—কূর্পাসকম্ ; কপাহী কাঁচুলী।

বালা—বালাঃ ; যুবতীসকলে।

মুহকুঙ্কুমম্মি—মুখকুঙ্কুমে ; মুখের কুঙ্কুমের প্রলেপ।

ঢিল্লাঅরা—শিথিলাদরাঃ ; কম হোয়া।

মগ্গে—মগ্নে, জলা গেছে বা মলত হৈছে।

বিণিজ্জিঅ—বিণির্জিত্য ; জয় করি।

বলা—বলাৎ, সবলে বা বলেরে।

বসন্তসবো—বসন্তোৎসবঃ ; বসন্তকাল।

॥ দেবী ॥

পড়িবড্ঢাবিআ—প্রতিবর্দ্ধাপিকা, প্রতি-অভিনন্দনকারিণী।

ছোল্লন্তি—(দেশী শব্দ) পরিষ্কার করা।

দন্তবঅনাই—দন্তবস্ত্রানি, দন্তবস্ত্রসমূহ।

ঈসীস—ঈষদীষৎ ; অলপ অলপকৈ।

চন্দনবসম্মি—চন্দনবাসে ; চন্দনর প্রলেপনত।

কুণন্তি—কুর্বন্তি ; করিছে।

এন্‌হিং—ইদানিম্ ; এতিয়া।

সুঅন্তি—স্বপন্তি ; শোরে।

ঘর মজ্ঝিম—গৃহ মধ্যম, ঘরর মাজত।

পাঅন্তপুঞ্জিঅপডং ; পাদান্তপুঞ্জিতপটা—ভরি-পথানত পরিধকা।

মিহুনাইঁ—মিথুনানি, দম্পতিসকলর।

পেচ্ছ—প্রেক্ষস্ব ; চাওক।

॥ বৈতালিকয়োর্বেকঃ ॥

বৈতালিক শব্দর অর্থ স্তোত্র বা স্তুতি পাঠ করা লোক।

জঅ—জয়।

পুরন্দিসাপাহুমন্দ পুর্বদিশাঙ্গনাভুজঙ্গ ; পূর্বদিশরূপী অংগনার নাগর বা পূর্বদেশ জয় করোঁতা।

চম্পাচম্পককণ্ণউর—চম্পাচম্পক-কর্ণপূর ; চম্পাদেশর চম্পকফুলে যার কর্ণভূষণ, অর্থাৎ চম্পানগরী জয় করোঁতা।

বাঢ়ানিজ্জিদবাঢ়াঅত্তন—বাঢ়ানির্জিতবাঢ়াসৌন্দর্য্য ; নিজ শক্তিৰে বাঢ়াদেশৰ সৌন্দৰ্য যি ম্লান কৰিছে অৰ্থাৎ বাঢ়াদেশ জয় কৰোঁতা।

বিক্কমক্কন্তকামৰূৱ—বিক্ৰমাক্ৰান্তকামৰূপ ; নিজ বিক্ৰমৰ দ্বাৰা কামৰূপ জয় কৰোঁতা।

হৰকেলীকেলিআৰ—হৰকেলী-কেলিকাৰ ; হৰিকেলি দেশৰ যি কেলিকাৰক।

অৱমানিদজচ্চসুৱন্নৱন্ন—অৱমানিত-জাত্যসুবৰ্ণবৰ্ণ ; নিজ কান্তিৰে স্বৰ্ণকান্তিকো যি ম্লান কৰে।

সব্বঙ্গসুন্দৰত্তনৰমণিজ্জ—সৰ্বাঙ্গসুন্দৰত্বৰমণীয় . সৰ্বাংগৰ সৌন্দৰ্যৰে যি পৰমৰমণীয়।

সুহাঅ—সুখায় , সুখৰ।

ভোদু—ভৱতু , হওক।

সুৰহিসমাৰম্ভো—সুৰভিসমাৰম্ভ , বসন্তকালৰ সমাগমত।

পণ্ডীনং—পাণ্ডীনাং ; পাণ্ড্যদেশৰ।

কাঞ্চিবালাবলানং - কাঞ্চীবালাবলানাং . কাঞ্চীদেশৰ অবলা বালাৰ।

মানং—অভিমান ।

দোখণ্ডঅন্তো বিখণ্ডয়ন্তঃ , দুখণ্ড কৰা।

ৰইৰহসঅৰা—ৰতিৰভসকৰাঃ , ৰতিৰস বৃদ্ধি কৰা।

চোলসীমন্তিণীণং—চোলসীমন্তিনীনাম্ , চোল দেশৰ ৰমণীসকলৰ।

কণ্ণাডীনং—কৰ্ণাটীনাং , কৰ্ণাটকৰ ৰমণীসকলৰ।

কুন্তলত্তৰলানং - কুন্তল-তৰলানং , কেকোৰা-কেকুৰী অলকাৰাশি।

কুন্তলীনং—কুন্তলীনাং , কুন্তলনাৰীৰ।

ণেহগণ্ঠিং—স্নেহগ্ৰন্থিং , প্ৰণয়গন্থি।

মলঅসিহৰিণো—মলয়শিখৰিণঃ , মলয় পৰ্বতৰ।

এংতি আয়ন্তি ; আহি।

ৱাআ—ৱাতা , বতাহ।

॥ দ্বিতীয় ॥

কুঙ্কুমপঙ্কলীঢ়মরহট্টীগণ্ডমহং—কুঙ্কুমলীঢ়মহাৰাষ্ট্ৰীগণ্ডপ্ৰভং ; কুংকুম-সনা মহাৰাষ্ট্ৰী ৰমণীৰ গালৰ শোভাধৰে।

থোআবত্তিঅচ্ছমুদ্ধকুসুমা—স্তোকাবর্তিতস্বচ্ছমুগ্ধকুসুমা ; সামান্য-ভাবে মথা গাখীকৰে মনোহৰ ফুল।

পম্ফুল্লিআ—প্ৰফুল্লিতা ; ফুলিছে।

সামলমগ্গলগ্গভসলং—শ্যামলমগ্ৰলগ্নভ্ৰমৰং ; শ্যামবৰ্ণৰ আগ-ভাগত (বৃন্তমূলত) ভ্ৰমৰ লগ্ন।

লক্খিজ্জিএ—লক্ষ্যতে, দেখাত ; দেখা পৈছে।

ভসলেহি—ভ্ৰমৰৈঃ ; ভোমোৰা বিলাকৰ দ্বাৰা।

দিসাভাএসু—দিশাভাগয়োঃ ; দুই দিশতে।

পিজ্জন্তং—পীয়মানঃ ; পান কৰিছে।

॥ ৰাজা ॥

বিব্ভমপ্পঅট্টাবঅং—বিভ্ৰমপ্ৰবৰ্তকম্ ; বিভ্ৰম প্ৰৱৰ্তন কৰা।

তৰট্টীন—( দেশী শব্দ ) ; তৰুণীসকলৰ।

নট্টাৱঅং—নৰ্তকম্ ; নচুৱাই।

মলঅমারুদন্দোলিঅলআ—মলয়মাৰুতান্দোলিত লতা ; মলয় বতাহত আন্দোলিত লতা।

কন্দলিঅকপ্পকোঅণ্ডদণ্ডাখণ্ডিঅকণ্ড—কন্দলিতকন্দৰ্পকোদণ্ডদণ্ডা-খণ্ডিতকাণ্ড ; মদনৰ উত্তত-ধনুৰ অখণ্ডিত বাণসমূহৰ দ্বাৰা।

পসাবিঅপ্পসবিপ্পমাণেহিং—প্ৰসাৰিত প্ৰসৃতি প্ৰমাণ্যাভ্যাম্ ; প্ৰসাৰিত কৰতলৰ দৰে আয়ত বা বিস্তৃত।

অচ্ছীহিং—অক্ষিভ্যাং ; নয়নেৰে।

মহূসবং—মধূৎসবং ; মধু+উৎসৱ বা বসন্তৰ উৎসৱ।

জহিচ্ছং—যথেচ্ছং ; যথেচ্ছা, ইচ্ছামতে।

পেক্খন্তু—প্ৰেক্ষতাং ; চোৱা, চাওক।

॥ দেৱী ॥

জধা—যথা ; যেনেদৰে ।

বন্দীহিং—বন্দিভ্যাং ; স্তুতি-পাঠকে ।

মলআনিলা—মলয়ানিলাঃ ; মলয়া বতাহ ।

কুম্ভুব্‌ভবস্‌সাসমে—কুম্ভোস্তবস্যাশ্রমে ; কুম্ভত উদ্ভৱৰ আশ্ৰমত ।

[ কুম্ভত অগস্ত্যমুনিৰ জন্ম হৈছিল বুলি প্ৰবাদ আছে ; গতিকে 'কুম্ভত উদ্ভৱৰ আশ্ৰমত' অৰ্থই অগস্ত্যৰ আশ্ৰম বুজাইছে । ]

চন্দনদ্দুমবনা—চন্দনদ্রুমবনাঃ ; চন্দন বনবাজিক ।

কপ্পূৰসংপক্কিনো কৰ্পূৰসম্পৰ্কিনঃ , কৰ্পূৰ সংস্পৰ্শিত হৈ ।

ফণিলআনিপট্টন ফণিলতানিস্পষ্ট ; পানৰ লতা ।

চণ্ডং--চণ্ডং , প্ৰচণ্ডভাৱে ।

চুম্বিঅতম্বৰন্নিসলিলা চুম্বিত তাম্ৰপৰ্ণীসলিলা , তাম্ৰপৰ্ণী নদীৰ সলিলক ।

চেত্তাণিলা চৈত্ৰানিলাঃ , চ'তৰ বতাহ ।

মুঞ্চহ—মুঞ্চত , ত্যাগ কৰা ।

দিট্‌ঠিং- দৃষ্টিম্ ; দৃষ্টি ।

তৰলুত্তৰং --তৰলোত্তৰাম , তৰলায়িত বা চঞ্চলভাৱে ।

দিঅহাই--দিবসানি , দিনবিলাক বা সময় ।

পঞ্চ-দহ—পঞ্চ-দশ , পাচ-দহ ( ইয়াত কন্তেকীয়া অৰ্থ বুজাইছে ) ।

কোইলমঞ্জুসিঞ্জিঅমিসা--কোকিলমঞ্জুশিঞ্জিতমিষা ; কুলি চৰাইৰ মধুৰ কূজনৰ দ্বাৰা ।

পঞ্চসুণো—পঞ্চেষোঃ ; পঞ্চশৰধাৰী ।

দিন্না—দত্তা ; দিয়া ।

আণত্ত—আজ্ঞেৱ ( আজ্ঞা + ইৱ ) আজ্ঞা দিয়া ।

॥ বিদূষক ॥

কালক্খৰিও—কালাক্ষৰিকঃ ; কলা আখৰ লিখিব পৰা লোক অৰ্থাৎ পণ্ডিত ব্যক্তি ।

সসুৰসসুৰো—শ্বশুৰশ্বশুৰঃ ; শহুৰৰ শহুৰেক।

পৰঘৰে—পৰগৃহে ; আনৰ ঘৰলৈ বা পণ্ডিতৰ ঘৰলৈ।

পোথঅভাৰং—পুস্তকভাৰং ; পুথি-পাঁজিৰ বোজা।

বহন্তো—বহন্ -—বৈ নিয়া , বহন কৰি নিয়া।

। চেটী ॥

আগদং -আগতং ; আহিছে।

পণ্ডিচ্চং --পাণ্ডিত্যং ; পাণ্ডিত্য।

পৰম্পৰাএ -পৰম্পৰয়া ; পৰম্পৰাক্রমে বা বংশানুক্রমে।

॥ বিদূষকঃ ॥

দাসীএ ধীএ—দাস্যাঃ দুহিতঃ ; দাসীৰ জী।

ভবিস্সকুট্টিনি—ভবিষ্যৎ কুট্টিনি , কুটবুধীয়া। ( যেন আগলৈকো কুটবুধীয়া হৈ থাকিব )

নিল্লক্খনে—নির্লক্ষণে ; কুলক্ষণী।

উবহসীআমি—উপহস্তে ; উপহাস কৰা।

পৰপুত্তবিট্টলিনি—পৰপুত্রবিট্টালিনি , পৰৰ পুত্র নষ্টকাৰিণী।

ভ্রমৰটেন্টে—ভ্রমৰটেন্টে ; লগনীয়া অৰ্থত। 'টেংটা' দেশী শব্দ।

টেণ্টাকৰালে—টেংটাকৰালে ; টুটকীয়া, ভয়ংকৰী।

তুড়িদসংঘড়িদে—ত্রুটিত সংঘটিতে , কুলোকৰ সংগিনী বা বেশ্যা।

অকালজলদৰংসসংভূদানং—অকালজলদৰংশসম্ভূতানাং ; অকালজলদ-ৰংশৰ পৰা উদ্ভৱ হোৱা।

দর্পনেন—দর্পণেন , দাপোণৰ।

॥ বিচক্ষণা ॥

ধাৰত্তস্স—ধাৰত ; গৈ থকা।

তুৰঙ্গমস্স—তুৰঙ্গমস্য ; ঘোঁড়াৰ।

লিগ্ঘওনে—শীঘ্রত্বে , দ্রুততাৰ বিষয়ে।

সক্খিনো—সাক্ষিনঃ ; সাক্ষীৰ।

॥ বিদূষকঃ ॥

পঞ্জরগদা—পঞ্জরগতা ; সঁজাত থকা।

সারিআ—শারিকা ; শালিকা চৰাই।

কুৰকুৰাঅন্তী—কুক্কুৰায়মানা ; কিৰকিৰাই থকা।

পঢ়িসসং—পঠিষ্যামি , পাঠ কৰিম বা পঢ়িম।

কথূৰিআ—কস্তুৰিকা ; কস্তুৰী বা মৃগনাভি।

কুগ্‌গামে—কুগ্ৰামে , নিৰক্ষৰ লোক থকা বা মূল্য নুবুজা গাঁও।

কসবট্টিঅং—কষপট্টিকাম্ , কৰটি শিল।

কসীঅদি—কষ্যতে , পৰীক্ষা কৰা হয়।

কলম-কূৰসমং—কলমকূৰসমং ; কলম চাউলৰ ভাতৰ নিচিনা।

সিন্ধুবাৰবিডৰা—সিন্ধুবাৰবিটপাঃ , সিন্ধুবাৰ বা যুঁথি ফুল।

মহ—মম ; মোৰ।

বল্লহা—বল্লভাঃ , প্ৰিয়।

গালিঅস্স—গালিতস্য , ছানা বা সৰ উঠা।

সরিচ্ছা সদৃক্ষাঃ , নিচিনা, সদৃশ।

মদ্ধবিঅইল্লপসূনপুঞ্জাঃ—মুগ্ধবিচকিলপ্ৰসূনপুঞ্জাঃ সুন্দৰ বিচকিল ফুলৰ থোপা।

॥ বিচক্ষণা ॥

নিঅকন্তাবঞ্জনজোগ্‌গং—নিজকান্তাবঞ্জনযোগ্যং নিজ প্ৰিয়াৰ মনোৰঞ্জনৰ যোগ্য।

বঅনং—বচনম্ , বচন ( ইয়াত 'কবিতা' )।

॥ বিদূষকঃ ॥

উআৰবঅনে—উদাৰবচনে , মধুৰভাষিণী ( ঠাট্টাৰে কৰা উক্তি )।

॥ ৰাজা ॥

গাঢ়কইত্তণেন—গাঢ়কবিত্বেন ; গভীৰ কবিত্বশক্তিৰ কাৰণে।

গব্বুত্তানা—গৰ্বোত্তানা , গৌৰব কৰা।

সংপদং—সাম্প্রত, এতিয়া।
অজ্জউত্তস্স—আর্যপুত্রস্য, আর্যপুত্রর (স্বামীর)।
পুরদো—পুরত, আগত।
সঅংকিদং—স্বয়ংকৃতম্, স্বরচিত।
সহাসুং—সভাসু, সভাত।
পঢ়ীঅদি—পঠ্যতে, পাঠ করা বা পঢ়া।
নিব্বডদি—নিষ্পতন্তি, পরীক্ষা করা বা মিমাংসা করা।
ঘরিণী—গৃহিণী, পত্নী।
পদিং—পতিং, স্বামীর।
রঞ্জেদি—রঞ্জয়তি, মনোরঞ্জন করা।

॥ বিচক্ষণা ॥

লঙ্কাগিরিমেহলাহি—লঙ্কাগিরিমেখলায়াং, লংকাগিরির পাদদেশর পরা।
খলিআ-স্খলিতাঃ স্খলিত হৈ।
সম্ভোঅখিন্নোরঙ্গ—সম্ভোগখিন্নোরঙ্গ; রতি সম্ভোগত ক্লান্ত হৈ।
ফাংপ ফুল্লফণালীকবলনে—ফাকংফুল্লফণাবলী·কবলনে; নাগিনী-বোবর বিস্তারিত ফণাসমূহর গ্রাসত।
দবিদ্দত্তণং- দরিদ্রত্ব, ক্ষীণত্বপ্রাপ্ত।
বিরহিণীনীসাসসম্পক্কিনো—বিরহিণীনিঃশ্বাস-সম্পর্কিণঃ, বিরহিণীর নিশ্বাসর লগত সম্পর্কিত হৈ।
ঝত্তি—ঝটিতি, শীঘ্রে।
সিসুত্তণেবি—শিশুত্বেহপি, শিশু অবস্থাতে।
তারুন্নপুন্না—তারুণ্যপূর্ণা, পূর্ণ যৌবনপ্রাপ্ত।

॥ রাজা ॥

সচ্চং—সত্যং, সঁচাকৈয়ে।
বিঅক্খনা বিঅক্খনা—বিচক্ষণা বিচক্ষণা, বিচক্ষণা প্রকৃততে বিচক্ষণা।

চহুব্বত্তণেন—চতুর্বত্বেন ; চাতুর্বর।

উব্ভিনং—উব্ভিনাম ; উদ্ভিদ।

বিচিত্তদাএ—বিচিত্রতয়া ; বৈচিত্রত।

বীদীনং—বীদীনাম ; বীথির।

ঠিদাএসা—স্থিতৈষা ; ঠিকভাবেই, প্রকৃত অর্থতে।

॥ বিদূষকঃ ॥

উজ্জুঅং—ঋজুকম্ ; সহজভাবে বা উজুভাবে বা পোনাই।

ভণীঅদি—ভণ্যতে ; কোরা, কৈ।

অচ্চুত্তমা—অত্যুত্তমা ; অতি উত্তম।

অচ্চহমো—অত্যধমঃ ; অতি অধম।

॥ বিচক্ষণা ॥

অজ্জ—আর্য্য ; মহাশয়, ('আর্য' শব্দ 'মাননীয়' বা 'সম্মানীয়' অর্থত ব্যৱহাৰ হয়।)

কুপ্পণ—কৃপণ ; খণ্ড।

পিস্‌নেদি—পিশুনয়তি, প্রকাশ করে।

কাব্বত্তণনিন্দনিজ্জে—কাব্যত্বনিন্দনীয়ে ; কবিত্ব শক্তি নিন্দনীয় হলেও।

· কাব্বত্তণ>কাব্যত্বন, কাব্যপ্রতিভা বা কবিত্ব শক্তি।

লম্বথণী—লম্বস্তনা, প্রলম্বিত-স্তনা।

তুন্দিলাএ—তুন্দিলায়া ; লোদোৰ-পোদোৰ নাৰী বা স্থূলোদৰা নাৰী।

কঞ্চুলিআ—কঞ্চুলিকা, কাঁচুলি বা বক্ষ-বন্ধনী।

কানাএ—কানায়াঃ ; কানী।

কজ্জলসলাআ—কজ্জলশলাকা ; কাজল লগোৱা।

সুট্‌ঠুবং—সুষ্ঠুতরং ; অতি ভাল। ন সুট্‌ঠুবং—ভাল নেদেখি।

বমণিজ্জা—বমণীয়া ; শোভিত, শোভা পোৱা।

॥ বিদূষকঃ ॥

কণঅকডিসুত্তএ—কণককটিসূত্ৰ, সোণৰ কটিবন্ধ বা মেখলা।

পডিবট্টএ—প্ৰতিপট্ট, ভাঠ পাটৰ কাপোৰ।

তসৰবিৰঅনা—ত্ৰসৰবিৰচনা, সূক্ষ্ম বা মিহি কাৰুকাৰ্য বা ফুলবচা।

গোৰঙ্গীএ—গৌৰাঙ্গ্যাঃ, গৌৰাংগীৰ।

চঙ্গত্তণং—চাৰুত্বম্, সুন্দৰ। 'চঙ্গ' দেশী শব্দ।

বণ্ণীঅসি -বৰ্ণ্যসে, প্ৰশংসা কৰা বা প্ৰশংসিত হোৱা।

॥ বিচক্ষণা ॥

পাড়িসিদ্ধী -প্ৰতিস্পৰ্ধা, প্ৰতিদ্বন্দ্বিতা।

নাৰাও—নাৰাচঃ, লোহাৰ তুলাচনী বা নিক্তি।

বদনতুলাএ বস্ত্ৰতুলায়াং, বস্ত্ৰ ওজনত।

নিউঞ্জঅসি নিযুজ্যসে, নিযুক্ত হোৱা, ব্যৱহৃত হোৱা।

তুলা- দগাপাল্লা, (ভাৰৰ বস্তু জোখাত ব্যৱহাৰ কৰা হয়)।

লদ্ধক্খৰা লব্ধাক্ষৰা, অক্ষৰজ্ঞান সম্পন্না।

॥ বিদূষকঃ ॥

হসন্তীএ—হসন্ত্যাঃ, উপহাস বা বিদ্ৰূপ কৰা।

জুহিট্ঠিৰজেট্ঠভাদৰনামহেঅং অঙ্গং—যুধিষ্ঠিৰজ্যেষ্ঠভ্ৰাতৃনাম-ধেয়মঙ্গং, যুধিষ্ঠিৰৰ জ্যেষ্ঠ ভায়েকৰ নামেৰে থকা অঙ্গ (অৰ্থাৎ 'কৰ্ণ' বা কাণ দুখন)

তড্ডত্তি—তড়িতি, তৎক্ষণাৎ।

খণ্ডিস্সং—খণ্ডয়িষ্যামি, খণ্ডিত কৰি পেলাম।

উত্তৰফগ্গুণীপুৰস্সৰণক্খত্তনামহেঅং অঙ্গং—

উত্তৰফাল্গুনী-পুৰঃসৰ-নক্ষত্ৰ-নামধেয়মঙ্গং,

উত্তৰফাল্গুনী যি নক্ষত্ৰৰ পূৰ্বত আছে সেই নক্ষত্ৰৰ নামধাৰী অঙ্গ। (অৰ্থাৎ 'হস্তা', ইয়াত হাত দুখনৰ কথা কোৱা হৈছে।)

॥ রাজা ॥

বঅস্‌স—বয়স্য , সখা ( রাজাই বিদূষকক 'বয়স্য' বুলি মাতে )।

ঠিদাএসা—স্থিতৈষা ; প্রতিষ্ঠিতা বা লব্ধ প্রতিষ্ঠ।

॥ বিদূষকঃ ॥

চেডিআ—চেটিকা ; পৰিচাৰিকা।

হৰিউড্‌ঢণন্দিউড্‌ঢপোট্টিসহালপহুদীনং পি—

হৰিবৃদ্ধ-নন্দিবৃদ্ধ-পোট্টিশ-হাল-প্ৰভৃতি নামপি ;

হৰিবৃদ্ধ, নন্দিবৃদ্ধ, পোট্টিশ, হাল প্ৰভৃতি কবিতকৈও।

॥ বিচক্ষণা ॥

তহিং—তত্র , তাতে।

পঢমসাডুলিআ—প্ৰথমশাটিকা ; প্ৰথম শাৰীখন।

গদা—গতা ; যোৱা।

॥ বিদূষকঃ ॥

ৰাঅউলস্‌স—ৰাজকুলস্য ; ৰাজকুলৰ।

জহিং—যত্র ; য'ত।

সমসীসিআএ—সমশীৰ্ষিকয়া ; সমান মৰ্যাদা দিয়া।

মইৰা—মদিৰা ; মদ।

পঞ্চগব্বং—পঞ্চগব্যম্ ; বেদ-কাৰ্যৰ প্ৰধান উপাদান—দধি, দুগ্ধ, ঘৃত, গোময়, গোমূত্র।

সমং আহৰণে—সমমাভৰণে ; একে আভৰণতে।

॥ বিচক্ষণা ॥

কণ্ঠট্‌ঠিদং—কণ্ঠস্থিতং , কণ্ঠত স্থিত বা কণ্ঠত স্থিত হওক।

তিলোঅনো—ত্রিলোচনঃ ; শিৱ।

সীসে—শীৰ্ষে ; মূৰত।

সমুব্বহদি—সমুদ্বহতি ; ধাৰণ কৰা।

চুণ্ণীঅদু—চূৰ্ণ্যতাং ; চূৰ্ণ কৰা।

অসোঅতরু—অশোকতরু ; অশোক ফুলর গছ।
দোহলং—দোহদম , অভিলাষ বা আশা।
লহদি—লভতে ; লাভ করে।

॥ বিদূষকঃ ॥

কোসসদচট্টিনি—কোশশতলেহিনি ; অর্থ-লুণ্ঠিনি বা ধন-চুহকনী।
বচ্চালোট্টনি—বথ্যালুণ্ঠিনি ; রাজপথচারিণী বা বারবণিতা।
মহাবম্হণস্স—মহাব্রাহ্মণস্য ; মহাব্রাহ্মণর।
বঅণেণ—বচনেন ; বাণীত বা কথাত।
সোহঞ্জনো—শোভাঞ্জনো ; ছজিনা গছ।
পামরাহিংতো—পামরেভ্যঃ ; গাঁৱলীয়া লোকে।
গলিবইল্লো—গলিবলীবর্দঃ ; দুর্দান্ত বলদ।

॥ বিচক্ষণা ॥

নেউরস্স—নেপুরস্য , নূপুরর।
পাঅলগ্গস্স—পাদলগ্নস্য , ভরিত লাগি থকা বা ভরিত লগোৱা।
পাএণ পাদেন , ভরিরে।
মুহং—মুখং , মুখ।
চুরইস্সং—চূর্ণয়িষ্যামি ; চূর্ণ করিম।
উত্তরাসাঢ়াপুরস্সরনকখত্তনামহেঅং অঙ্গ জুঅলং—

উত্তরাষাঢ়া-পুরঃসর-নক্ষত্রনামধেয়ম অঙ্গযুগল , উত্তরাষাঢ়া নক্ষত্র যি নক্ষত্রর আগত আছে সেই নক্ষত্রর নামধারী অংগ যুগল। ( উত্তরাষাঢ়া নক্ষত্র 'শ্রৱণা' নক্ষত্রর আগত আছে , গতিকে 'শ্রৱণ' বা কাণ দুখন )

॥ বিদূষকঃ ॥

বন্দীঅদি—বন্দেতাং , নমস্কার।
করেদি—করোতি ; করে।
অঙ্কপহুদি—অঙ্কপ্রভৃতি , আজির পরা।

নিঅবসুংধাবম্হণীএ—নিজবসুন্ধরাব্রাহ্মণ্যা ; নিজা বসুন্ধরা ব্রাহ্মণীর
চলণসুস্সুসভবিঅ—চরণ-শুশ্রূষুকঃ ; পদসেৱা কৰি।
চিট্ঠিসসং—তিষ্ঠামি ; থাকিম ; অৱস্থান কৰিম।

॥ দেৱী ॥

কীদিসী—কীদৃশী ; কি ৰূপেৰে , কিদৰে।
গোট্ঠী—গোষ্ঠী ; সভা।
নঅণঞ্জণেণ—নয়নাঞ্জনেন , কাজলহীন।
পসাহণলচ্ছী—প্রসাধনলক্ষ্মীঃ ; প্রসাধনৰ সৌন্দৰ্য।

॥ বিদূষকঃ ॥

আগমিস্সং—আগমিষ্যামি ; আহিম।
কোবি—কোঽপি , অন্য কোনো।
পিঅ—প্রিয় ; প্রিয়।
অন্নেসীঅদু—অন্বিষ্যতাম্ ; বিচাৰি লওক।
লম্বকুচ্চং—লম্বকূৰ্চং , দীঘল দাড়িগোঁফ থকা , কূৰ্চ—দাড়ি-গোঁফ।
টপ্পৰকন্নং—টপ্পৰকৰ্ণম্ , টপ্পৰ—দেশীশব্দ ; বিশাল বা ডাঙৰ।
( অৰ্থাৎ ডাঙৰ কাণৰ )
দইঅ—দত্তা ; দি বা পিন্ধাই দি।
ঠানে—স্থানে ; ঠাইত। মুদো—মৃতঃ , মৰা।
বৰিস্সদং—বৰ্ষশতং ; শতবৰ্ষ।

॥ বিচক্ষণা ॥

অনুসন্ধেধ—অনুসন্ধও , অনুসন্ধান বা বিচাৰ লোৱা।
অনুণঅককসো—অনুনয়কৰ্কশঃ ; অনুনয় কৰিলে বা অনুনয় বেছি কৰিলে।
সলিলসিত্তো—সলিলসিক্তো ; পানীত তিতা।
সণগুণগণ্ঠী—শণগুণগ্রন্থি ; শণৰ ৰছিৰ গাঁঠি।
গাঢ়দৰো—গাঢ়তৰো ; বেছি শক্তিশালী বা বেছি টান বা কঠোৰ।

॥ দেৱী ॥

গাঅন্তগোৱঅবহূপঅপেঙ্খিআসু—গায়দ্গোপবধূ-প্ৰেঙ্খিতাসু ; ভৰিবে ঠেলি দোলায়িত কৰি কৰি গীত গোৱা গোপবধূ-সকলক।

বিব্ভমৱঈসু—বিভ্ৰমৱতীষু ; বিভ্ৰমকাৰী বা মুগ্ধকাৰী।

নিবিট্ঠদিট্ঠী—নিবিষ্টদৃষ্টিঃ ; দৃষ্টি নিবদ্ধ কৰাত।

জাই—যাতি ; যোৱা।

খণ্ডিঅতুৰঙ্গৰহো—খণ্ডিত-তুৰঙ্গ-ৰথ ; খোৰা-ঘোঁৰাৰ ৰথত।

দিনেসো—দিনেশঃ ; সূৰ্য।

অইদীহদীহা—অতিদীৰ্ঘদীৰ্ঘাঃ ; দীৰ্ঘৰ পৰা দীৰ্ঘতৰ, অতি দীঘলীয়া।

॥ বিদূষকঃ ॥

চিট্ঠদি—তিষ্ঠতি ; অৱস্থান কৰিছে বা ৰৈ আছে।

॥ দেৱী ॥

জণৱঅনাদো—জনবচনাৎ, মানুহৰ মুখত।

অচ্চব্ভুদসিদ্ধি—অত্যদ্ভুতসিদ্ধিঃ, অতি আচৰিত বা অলৌকিক সিদ্ধি।

॥ ভৈৰৱানন্দঃ ॥

মন্তাণ—মন্ত্ৰাণাং, মন্ত্ৰ।

তন্তাণ—তন্ত্ৰাণাং, তন্ত্ৰ।

জানে—জানে ; জানো ; ঝাণং—ধ্যানম্ ; ধ্যান।

গুৰুপ্পসাআ—গুৰুপ্ৰসাদাৎ ; গুৰুৰ অনুগ্ৰহত।

মজ্জং—মদ্যম ; মদ।

কুলমগ্গলগ্গা—কুলমাৰ্গলগ্না।

ৰণ্ডা—ৰণ্ডা ; ৰাঁড়ী।

চণ্ডা—চণ্ডা ; উগ্ৰা।

দিক্‌খিআ—দীক্ষিতা ; তদ্রূপ দীক্ষালোৱা নাৰী।

ধম্মদাৰা—ধৰ্মদাৰা ; ধৰ্মপত্নী বা স্ত্ৰী।

খজ্জতে—খাদ্যতে ; খোৱা হয় ; খাওঁ।

ভোজ্জং—ভোজ্যং ; ভোজন কৰোঁ।

চম্মখণ্ডং—চৰ্ম্মখণ্ডং ; চৰ্মখণ্ড।

সেজ্জা—শয্যা ; বিচনা।

কোলো—কৌলো ; কৌল।

ভাই—ভাতি ; প্ৰতিভাত হোৱা।

হৰিবম্হমুহা—হৰিব্ৰহ্মমুখা ; হৰি, ব্ৰহ্মা প্ৰমুখ্যে।

বেঅপঢণেণ—বেদপঠনেন ; বেদ পাঠৰ দ্বাৰা।

কউকিআহিং—ক্ৰতুক্ৰিয়াভিঃ ; যাগ-যজ্ঞৰ ক্ৰিয়াতে।

কেবলমুমাদইএণ—কেৱলমমাদয়িতেন ; কেৱল উমাৰ দয়িতৰ দ্বাৰাহে (অৰ্থাৎ শিৱৰ)।

দিট্‌ঠো—দৃষ্টঃ ; বিধান দিয়া।

সুৰঅকেলিসুৰাবাসেহিং—সুৰতকেলিসুৰাবাসৈঃ, সুৰতিকেলি আৰু সুৰাৰ যোগেদি।

॥ ৰাজা ॥

উবৱিসদু—উপবিশতু ; বহক।

॥ ভৈৰৱানন্দঃ ॥

কাদব্বং—কৰ্ত্তব্যম ; কৰিবলগা কাম।

॥ ৰাজা ॥

কহিংপি—কস্মিন্নপি ; কোনো এটা।

অচ্চাৰিঅং—আশ্চৰ্য্যম্ ; আচৰিত খটনা।

দট্‌ঠুং ইচ্ছামি—দ্ৰষ্টুমিচ্ছামি ; চাবলৈ ইচ্ছা কৰোঁ।

॥ ভৈরবানন্দঃ ॥

দংসেমি—দর্শয়ামি।

বসুহাবইগ্নং—বসুধাবতীর্ণ।

থম্ভেমি—স্তম্ভ্নামি।

বইস্স—রবেঃ।

ণহদ্ধে—নভোহর্দ্ধে।

জক্খসুরসিদ্ধগণাঙ্গণাও—যক্ষসুরসিদ্ধগণাঙ্গনা; যক্ষ, দেবতা, সিদ্ধ-সকলর রমণীক।

সজ্জং—সাধ্যম, সাধ্য।

॥ বিদূষকঃ ॥

বচ্চোমং—বৈদর্ভং, বিদর্ভ।

কন্নাবদনং—কন্যারত্নং, কন্যারত্ন, সুন্দরী রমণী।

আণীঅদু—আনীয়তাম, আনক; অনা হওক।

॥ রাজা ॥

অবদারীঅদু—অবতার্যতাম্, নমাই আনক।

পুন্নিমাহরিণঙ্কো—পূর্ণিমাহরিণাঙ্কঃ; পূর্ণিমার চন্দ্রক।

ধরণীদলে—ধরণীতলে, পৃথিবীতৈ।

ধোঅঞ্জনসোণলোঅণজুঅং ধৌতাঞ্জনশোণ লোচন যুগং অঞ্জন ধোৱাৰ ফলত রঙা পৰা চকু।

লগ্গালঅগ্গং—লগ্নালকাগ্রম্; অলকা আগ লাগি আছে।

হত্থালম্বিঅকেসপল্লবচএ—হস্তালম্বিতকেশপল্লবচয়ে, পল্লব-সদৃশ দীঘলীয়া চুলিকোচাক হাতেৰে ধৰি থকা।

সিঅঅঞ্চলং—সিতাঞ্চলং, তিতা কাপোৰ।

ণিবসিঅং—নিবসিতম্; পৰিহিত বা পৰিধান কৰা।

ণ্হানকেলিট্ঠিআ—স্নানকেলিস্থিতা, স্নানকেলি কৰি থকা।

ইন্দযালুএক্কজননী—ইন্দ্রজালৈক জননী, বিস্ময় উপজাব পৰা একমাত্ৰীক।

জোঈসৰেণামুণা—যোগীশ্বৰেণামুনা, যোগীশ্বৰে (ভৈৰৱানন্দই) লৈ আনিছে।

পোত্তঞ্চলং—পোত্ত (দেশী শব্দ)+অঞ্চলম্; চাদৰৰ আগ।

ঘনথনথলসংসমানং—ঘনস্তনস্থল স্ৰংসৎ; ঘন স্তন যুগলৰ ঠাইৰ পৰা খহি পৰা।

লিহিজ্জই—লিখ্যতে; অংকন বা চিত্ৰিত কৰা।

চঙ্কমনও—চংক্ৰমনাৎ; খোজৰ লহৰত পিচলি পৰি যোৱা।

কড়িল্লং—(দেশী শব্দ) কটিবস্ত্ৰ বা কঁকালৰ বসন।

॥ বিদূষকঃ ॥

নহানাৱমুক্কাহৰণু—স্নানাৱমুক্তাভৰণো, স্নানৰ বাবে আভৰণসমূহ খুলি থোৱা।

তৰঙ্গভঙ্গকৃথঅমণ্ডনাএ—তৰঙ্গভঙ্গকৃতমণ্ডনায়াঃ; পানীৰ তৰঙ্গ ভঙ্গ বা ঢলকনিত প্ৰসাধন উঠি যোৱা।

ওল্লংসুওল্লাসিতনুল্লআএ—আৰ্দ্ৰাংশুকোল্লাসিতনুলতায়াঃ; তিতা কাপোৰৰ কাৰণে তনুলতা প্ৰকাশিত।

সুন্দেৰসব্বস্স—সৌন্দৰ্য্যসৰ্ব্বস্বম্; সৌন্দৰ্যৰ থুপ।

॥ নায়িকা ॥

গম্ভীৰমহুৰেণ—গম্ভীৰমধুৰেণ; গম্ভীৰ-মধুৰ।

সোহাসমুদএণ—শোভাসমুদয়েন; সৌন্দৰ্য-সমুদায় বা সম্ভাৰ।

জানীঅদি—জ্ঞায়তে, জনা যায়।

অদ্ধনাৰীসৰস্স—অৰ্দ্ধনাৰীশ্বৰস্য; অৰ্ধনাৰীশ্বৰৰ (শিৱৰ)।

অকথিদো—অকথিতো; নকলেও।

মুনিঅদি—জ্ঞায়তে; বুজা যায়।

দইদাসহিদস্স—দয়িতাসহিতস্যাপি, দয়িতা (স্ত্ৰী) সমন্বিত হলেও।

মন্নেদি—মন্যতে; দৃষ্টিপাত কৰা বা মন দিয়া।

॥ ৰাজা ॥

মুকা—মুক্তা ; নিক্ষিপ্ত হৈ।
সৰণন্তৰেণ—শ্ৰৱণান্তৰেণ , কাণৰ কাষেদি।
তিকৃখা—তীক্ষ্ণা ; তীক্ষ্ণ।
কডকৃখচ্ছডা—কটাক্ষচ্ছটা ; কটাক্ষ-দৃষ্টি।
ভিঙ্গাঅড্‌ঢিঅ-কেঅঅগ্‌গিমদলদোণীসবিচ্ছচ্ছবী—
ভৃঙ্গাকৃষ্টকেতক-অগ্ৰিমদলদ্ৰোণী-সদৃক্ষচ্ছবিঃ ;
ভ্ৰমৰ-আকৃষ্ট কেতেকীফুলৰ পাহিৰ আগ অংশৰ নিচিনা।
কপ্পূৰবাসেন কৰ্পূৰবাসেন , কৰ্পূৰ বাসেৰে।
ধৱলৈও ধৱলিতঃ ; ধৱলিত হোৱা।
মুত্তানং—মুক্তানাম্ ; মুকুতাৰ।
ঘণবেণুণ-ব্ব—ঘনবেণুনেৰ ; ঘন বেণুৰে।
জাও-মৃহি এণন্তৰে—জাতোহস্ম্যত্ৰান্তৰে ; বঞ্চিত হৈ পৰিলোঁ।
অহো সে ৰূপসোহা—অহো অস্যাৰূপশোভা ; কি চমৎকাৰ ৰূপৰ শোভা।
মজ্ঝং—মধ্যম্ , মধ্যভাগ ( ইয়াত শৰীৰৰ মাজভাগ বা কঁকাল বুজাইছে। )
তিবলিবলিঅং—ত্ৰিবলিবলিতং , ত্ৰিবলী বা পেটত পৰা তিনিটা ভাঁজেৰে শোভিত।
ডিম্ভমুট্‌ঠীঅ—ডিম্বমুষ্ট্যা , শিশুৰ মুঠিৰে।
গেজ্ঝং—গ্ৰাহ্যম্ ; ধৰিব পৰা যায়।
ৰমণফলঅং—ৰমনফলকম্ ; নিতম্ব প্ৰদেশ।
বেঢ়িউং—বেষ্টয়িতুম্ , আকোঁৱালিব পৰা।
নেত্তক্খেত্তং—নেত্ৰক্ষেত্ৰম্ ; চকুৰ পৰিধি বা বিস্তৃতি।
তৰুণপসঈদিজ্জমাণোৱমাণং—তৰুণপ্ৰসৃতিদীয়মানোপমানম্ , তৰুণৰ মেলি দিয়া কৰতলৰ নিচিনা।
পচ্চক্খং—প্ৰত্যক্ষম্ ; প্ৰত্যক্ষ বা চকুৰ আগতে দেখা।
বিলিহিউং—বিলিখিতুম্ ; অঙ্কন কৰা বা আঁকা।

॥ বিদূষকঃ ॥

নহাণধোদবিলেবনা—স্নানধৌতবিলেপনা ; স্নানত প্রসাধন উটি যোৱা।

সমুত্তাবিদভূসনা—সমুত্তাবিতভূষণা, সমস্ত আভৰণ আঁতৰ কৰা।

বিহূসঅন্তি—বিভূষয়ন্তি ; বিভূষিত কৰে।

নিসগ্‌গচঙ্গস্‌স—নিসর্গচঙ্গ (সুন্দৰ) স্যাপি, স্বভাৱ-সুন্দৰ, 'চঙ্গ'—সুন্দৰ ( দেশী শব্দ )।

সমুম্মীলই—সমুন্মীলতি, বিকশিত হয়।

॥ ৰাজা ॥

এদাএ দবে এদং—এতস্যাস্তাৱদেতৎ, এই কথাটো তেওঁৰ ক্ষেত্ৰতো খাটে।

লাঅন্ন—লাৱণ্যম্, ৰূপৰ জ্যোতি।

নবজচ্চকঞ্চণনিহং—নৱজাত্য-কাঞ্চন-নিভং, নতুন সোণৰ দৰে।

ণেত্তাণ দীহত্তণং—নেত্ৰয়োঃ দীৰ্ঘত্বম, চকু দুটাৰ বিস্তৃতি।

কণ্ণেহিং—কৰ্ণাভ্যাম্, আকৰ্ণ।

কবোলফলঅে—কপোলফলকে, গাল দুখন।

দোখণ্ডচন্দোৱমা—দ্বিখণ্ডচন্দ্ৰোপমে, দুফাল কৰা চন্দ্ৰৰ নিচিনা।

কড়িঢঅ—কৃষ্ট, আকৃষ্ট বা সজ্জিত।

ৰক্‌খিজ্জএ—ৰক্ষ্যতে, ৰক্ষা কৰিছে।

সোসনমোহণপ্পহুইণো—শোষণ-মোহন প্ৰভৃতয়ো, শোষণ-মোহন প্ৰভৃতি।

মগ্‌গণা—মাৰ্গণাঃ ; শৰৰ।

॥ বিদূষকঃ ॥

ৰজ্ঝাবাদো—ৰথ্যাবাতো ; ধূমৰ ধুমুহাই।

লদাসোণ্ডীৰত্তনং—লতাশৌটীৰ্য্যম্ ; লতাৰ কিমান শৌৰ্য।

॥ রাজা ॥

ণি অগুণগণালংকিঅং—নিজগুণগণালঙ্কৃতং ; নিজ গুণেৰেই অলংকৃত।

পচ্ছাঅন্তী—প্রচ্ছাদয়ন্তী ; আচ্ছাদিত কৰি।

তণুসিরিং—তনুশ্রিয়ম্ ; তনুশ্রী ; দেহ-সৌন্দৰ্য।

নেবচ্ছলচ্ছী—নেপথ্যলক্ষ্মীঃ ; প্রসাধন-লক্ষ্মী বা প্রসাধনে।

সুন্দেরমুদ্দা—সৌন্দর্য্যমুদ্রা ; সৌন্দর্যৰ চিহ্ন ; স্বাভাৱিক সৌন্দৰ্য্য।

বলইঅধণু—বলয়িতধনুঃ ; সজ্জিত ধনু।

নিচ্চভিচ্চো—নিত্যভৃত্যঃ ; নিত্য-ভৃত্য ; সদায় ভৃত্যৰ দৰে।

কঞ্চীলআ—কাঞ্চীলতা ; কঁকালত বন্ধা সোণৰ অলংকাৰ বিশেষ।

সিহিনতুঙ্গিমা—সিহিন (স্তন) তুঙ্গিমা ; স্তনযুগলৰ উচ্চতা। ('সিহিন' দেশী শব্দ)।

নাহিং—নাভিং ; নাভি।

নঅণবাড্ঢিমা—নয়নবৃদ্ধির্যথা ; নয়নৰ প্ৰসাৰতা ইমানেই।

কন্নুপ্পলং—কর্ণোৎপলম্ , কর্ণোৎপলৰ ; ( কাণ অলঙ্কৃত কৰিবলৈ উৎপল ফুল )।

দুসসিনী—দ্বিশশিনী , দুটা চন্দ্ৰ বিশিষ্ট।

॥ বিদূষকঃ ॥

মুদ্ধমুহি—মুগ্ধমুখি ; মনোৰম বা মুগ্ধ মুখ যাৰ।

উবৰিসিঅ—উপরিশ্য ; বহাঁ।

নিবেদেহি—নিবেদয় ; নিবেদন কৰা বা কোঁৱা।

সংপদং—সাম্প্রতং ; সম্প্রতি, এতিয়া।

কধীঅদু—কথ্যতাম ; কোৱাঁ।

॥ নায়িকা ॥

সঅলজনবল্লহো—সকলজনবল্লভো ; সকলোৰে প্ৰিয়।

বল্লহৰাও—বল্লভরাজো ; বল্লভরাজ।

॥ দেৱী ॥

মাদুচ্ছও—মাতৃষ্বসৃপতি ; মহা।

॥ নায়িকা ॥

সসিপ্পহা—শশিপ্রভা, শশীপ্রভা।

॥ দেৱী ॥

মাদুচ্ছিআ—মাতৃষ্বসা ; মাহী।

॥ নায়িকা ॥

খলখণ্ডেহিং—খলখণ্ডৈঃ, খলিহে।

॥ দেৱী ।

সসিপ্পাহগব্ভুপ্পত্তিং—শশিপ্রভাগর্ভোৎপত্তিম্, শশীপ্রভার গর্ভজাত।

বিড়ুরভুমিং—বৈদূর্যভূমিম, বৈদূর্যমণির আকর বা খনি।

বেকলিঅমণিসলাআ—বৈদূর্যমণিশলাকা ; বৈদূর্যমণির শলা।

( বেকলিঅ<বেড়ুরিঅ<বেড়ুজ্জ<বৈদূর্য )

॥ নায়িকা ॥

পঢমো—প্রথমঃ, প্রথম।

॥ দেৱী ॥

সংবিহানঅং—সংবিধানকম্, ঘটনা, কাণ্ড।

পঞ্চদশ—পঞ্চদশ, পাঁচ-দহ ( অর্থাৎ কিছুদিন অর্থাত )।

পচ্ছা—পশ্চাৎ, পিছত।

ঝানবিমানেন—ধ্যানবিমানেন, ধ্যানবিমান

( ধ্যানর দ্বারা লব্ধ শূন্যযান )।

॥ বিদূষকঃ ॥

বাহিরা—বাহ্যাঃ, বাহিরর লোক।

বট্টদি—বর্ত্ততে, হৈছে, হৈ থকা।

বহিনিআও—ভগিন্যৌ, বাই-ভনী।

মহগ্ঘিও—মহর্ঘিত ; সম্মানীয় ; মর্যাদালাভের বা মান পাবার যোগ্য।

মহীদলসবসুন্দরী—মহীতলসবস্বতী ; পৃথিবীর সবস্বতী।

দেহন্তরেণ—দেহান্তরেণ ; দ্বিতীয় দেহ বা ( বিচক্ষণার প্রতি ব্যঙ্গোক্তি ) দেহের অভাগ।

॥ দেবী ॥

নিঅজেট্ঠবহিনিঅং—নিজজ্যেষ্ঠভগিনীং ; তোমার বাইদেউবাক।

হিঅইচ্ছিদা—হৃদয়েষ্টা , হৃদয়ের বা মনের ইচ্ছামতে।

সবজ্জা—সপর্যা ; পরিচর্যা।

কাদব্বা—কর্তব্যা ; করা হয়।

পেসেহি—প্রেষয় ; পঠিয়াওক ; যাবলৈ অনুমতি দিয়ক।

এদাবৎথাএ—এতদবস্থায়া ; এনে অবস্থাত।

নেবচ্ছলচ্ছীলীলানিমিত্তং—নেপথ্যলক্ষ্মীলীলানিমিত্তম ; অন্তেষপুরত বেশভূষা করার কারণে।

॥ রাজা ॥

জুজ্জদি—যুজ্যতে ; করা উচিত।

কথূরিআকপ্পূরেহিং—কস্তূরিকাকর্পূরৈঃ , কস্তুরী-কর্পূরেরে।

আলবাল—আল্পপাল ; পানী ধরি রাখিবর কারণে দিয়া ভেটা।

॥ নেপথ্যে ॥

## ॥ বৈতালিকয়োরেকঃ ॥

সুহাঅ—সুখায় ; সুখকর।

সংঝা—সন্ধ্যা ; সন্ধ্যাকাল।

বাসবজীবণিওসরিসং—বাসবজীবণিওসদৃশং ; দিনর জীবণিও সদৃশ বা প্রাণতুল্য।

চণ্ডংসুনো—চণ্ডাংশোঃ , প্রচণ্ড সূর্যর কিরণ।

সংপই—সম্প্রতি ; এতিয়া।

কালান্তরে—কালান্তরে , কালর শেষত ( অর্থাৎ সন্ধ্যাকালত )।

দীহবিরহং—দীর্ঘবিরহম্ ; দীর্ঘবিরহব।

সোউন—শ্রুত্বা , শুনি।

নাহে—নাথে ; স্বামীব।

মুচ্ছামুদ্দিঅলোঅন—মূর্ছামুদ্রিতলোচনের ; মূর্ছাযোরা মুদ্রিত নয়নাব দারে।

॥ দ্বিতীয় ॥

উগ্‌ঘাডিজ্জন্তি—উদ্‌ঘাট্যন্তে ; উদ্‌ঘাটন কবিছে বা মুকলি কবিছে।

বলহী—বলভী ; ঘবব ওপবব মন্দিব চূড়াসদৃশ সক বাসস্থান।

পল্লঙ্কো—পর্যঙ্কাঃ ; পালেং বা বিলাস-শয্যা।

উডুসমঅমুহা—উড়ুসময়সুখাঃ ; সুখকব সন্ধ্যাব বা তাবকা-খচিত সময়।

পথবিজ্জন্তি—প্রস্তার্যন্তে ; পাবি দিছে (বিচনা পবা বা সজোৱা)।

সেবন্ধী—সৈরন্ধ্রী ; শিল্প-কর্মত নিপুণা নাবী।

পট্টসদ্দো—পট্টশব্দঃ ; পাটব কাপোবত উঠা খচমচনিব শব্দ।

পঅট্টো—প্রবৃত্তঃ ; প্রবর্তিত হৈছে ; বিয়পি পবিছে।

মণ্ডবেসু—মণ্ডপেষু ; মণ্ডপত বা কুঞ্জে কুঞ্জে।

মহুবো—মধবো ; মধুব বা আনন্দদায়ক।

কট্‌ঠতুট্‌ঠজনানং—কষ্টতুষ্টজনানাম্ ; কষ্ট-তুষ্ট বমণীব।

॥ বাজা ॥

বন্দিহুং—বন্দিতুম ; বন্দনা কবোঁ।

## ॥ সন্দেশ ৰাসক ॥

'সন্দেশ ৰাসক' কাব্যখনিৰ ৰচনাৰ সময় খ্ৰীষ্টীয় দ্বাদশ শতাব্দীৰ শেষভাগ বুলি অনুমান কৰা হৈছে ; সেই সময় একালে মধ্যভাৰতীয় আৰ্যভাষাৰ অপভ্ৰংশ-অৱহট্‌ঠৰ অস্তমিত স্তৰ আৰু আনকালে আধুনিক ভাৰতীয় আৰ্যভাষাসমূহৰ উদ্ভৱৰ উদ্যোগ-পৰ্ব। সেয়েহে 'সন্দেশ-ৰাসক'ৰ ভাষা অৱহট্‌ঠ হ'লেও মধ্যদেশীয় বা পশ্চিম-মধ্যভাৰতীয় (Western-Central) আধুনিক ভাৰতীয় আৰ্যভাষাসমূহৰ উদ্ভৱ-কালৰ নব্য-ৰূপৰ মিশ্ৰণো ইয়াত পৰিলক্ষিত হয়। গতিকে ইয়াৰ ভাষাই ভাৰতীয় আৰ্যভাষাৰ ৰূপান্তৰৰ এটা সন্ধিক্ষণৰ ভাষাৰ নিদৰ্শন বহন কৰিছে।

কাব্যখনিৰ ৰচক আব্দুল ৰহমানে 'প্ৰথম প্ৰক্ৰম'ত আত্ম-পৰিচয় দিওঁতে তেওঁৰ পিতৃ পশ্চিমৰ ম্লেচ্ছদেশৰ লোক আছিল বুলি কৈছে যদিও আৰু কাব্যখনিত মূলস্তান, জলন্ধৰ আদিৰ উল্লেখেৰে পঞ্জাব অঞ্চলৰ কথাকে সূচনা কৰে যদিও, কবি ৰহমানক কিন্তু শৌৰসেনী-অপভ্ৰংশ অধ্যুষিত গুৰজাট-ৰাজস্থান অঞ্চলৰ কোনো এঠাইৰ লোক আছিল বুলিহে ভাবিবৰ অৱকাশ দিয়ে। অষ্টম শতিকাতে সিন্ধুপ্ৰদেশ প্ৰথম মুছলমান-বিজিত ভাৰতীয় প্ৰদেশ আছিল কাৰণে সেই অঞ্চল 'ম্লেচ্ছদেশ' বুলি কোৱা হৈছিল। পিতৃ-পুৰুষ পঞ্জাব-সিন্ধু আদি পশ্চিমৰ লোক আছিল যদিও উপৰ্যুপৰি হোৱা তুৰ্কী, আফগান, মোগল, পাঠান আদি সকলৰ আক্ৰমণত আৰু ৰাজনৈতিক অস্থিৰতাৰ কাৰণে কবি আব্দুল ৰহমানে হয়তো পঞ্জাবৰ পৰা আহি প্ৰাচীন গুজৰাটী-মাৰোৱাৰী ( ৰাজস্থানী ) ভাষা প্ৰচলিত অঞ্চলৰ কোনো এঠাইত বসবাস কৰিবলৈ লৈছিলহি। কাব্যখনিৰ নামকৰণ, ভাষা, সংস্কৃত কাব্য-ৰীতিৰ আদৰ্শ, সাংস্কৃতিক ঐতিহ্য আৰু কাব্যখনিত সন্নে

ব্যৱহৃত হোৱা গুজৰাটী-ৰাজস্থানীৰ প্ৰাচীন বৈশিষ্ট্য আদিসমূহে ইয়াৰ যুক্তিযুক্ততা প্ৰতিপন্ন কৰে। প্ৰথমতে—দ্বাদশ-শতিকাত 'ৰাস' (বৰ্ণনা-মূলক বীৰ কাব্য) আৰু 'ৰাসক' (নাৰীবিষয়ক লোকধৰ্মী গীতি-কবিতা) নামৰ কাব্যসৃষ্টিয়ে প্ৰাচীন গুজৰাটী-সাহিত্যক বিশেষভাৱে সমৃদ্ধ কৰিছিল; 'সন্দেশ-ৰাসক' কাব্যখনো 'ৰাসক'-শ্ৰেণীৰ গীতি-কাব্য। দ্বিতীয়তে—উৎপত্তিৰ বিচাৰত ৰাজস্থানী-গুজৰাটী শৌৰসেনী অপভ্ৰংশৰ পৰা উদ্ভূত আৰু এই ভাষাদ্বয় পঞ্চদশ শতাব্দী পৰ্যন্ত 'প্ৰাচীন পশ্চিমা-ৰাজস্থানী' (Old Western Rajasthani) বুলি চিহ্নিত হৈ আছিল। ভাষাতাত্ত্বিক বিচাৰত প্ৰাচীন গুজৰাটী আৰু প্ৰাচীন মাৰোৱাৰীৰ (ৰাজস্থানী) সম্পৰ্ক অতি নিবিড়। 'সন্দেশ-ৰাসক'ৰ ভাষা প্ৰাচীন গুজৰাটী আৰু প্ৰাচীন ৰাজস্থানী'ৰ উপাদানেৰে সমৃদ্ধ পশ্চিমা অৱহট্‌ঠ বা শৌৰসেনী অপভ্ৰংশৰ অৰ্বাচীন ৰূপ। কিন্তু পঞ্জাব বা উত্তৰ-পশ্চিম ভাৰতৰ ভাষা, যেনে—পশ্চিমা-পঞ্জাবী, পূৰ্ব-পঞ্জাবী, সিন্ধী, কচ্ছী আদি ভাষাসমূহ 'কেকয়' অপভ্ৰংশৰ পৰাহে উদ্ভূত। তদুপৰি পুব আৰু পশ্চিম-পঞ্জাবৰ ভাষাৰ মাজত যথেষ্ট পাৰ্থক্য বিদ্যমান। পুব-পঞ্জাবীতকৈ পশ্চিম-পঞ্জাবীত প্ৰাচীনকালতে মুলতানী উপভাষাৰ আশ্ৰয়ত সাহিত্য সৃষ্টি হৈছিল যদিও তাত কোনো 'ৰাসক' বা 'ৰাস' সৃষ্টি হোৱা নাছিল। তদুপৰি অষ্টম শতাব্দীৰ পৰা পঞ্জাব অঞ্চল তুৰ্কী, আফগান, মোগল, পাঠান আদি বিদেশী শক্তিৰ আক্ৰমণৰ ফলত ক্ষত-বিক্ষত হোৱাত প্ৰাচীন যুগত তাৰ ভাষাসমূহত উল্লেখযোগ্য সাহিত্য সৃষ্টি হোৱা নাছিল আৰু ভাষাবোৰ আৰবী-ফাৰচীৰ প্ৰভাৱেৰে অধিক পৰিপুষ্ট হৈছিল। 'সন্দেহ-ৰাসক'ৰ ভাষা-বৈশিষ্ট্যত আৰবী-ফাৰচীৰ প্ৰভাৱৰ কোনো চিন-মোকাম নাই, বৰং সংস্কৃত কাব্য-ৰীতি আৰু ভাৰতীয় ধাৰ্মিক ঐতিহ্যহে অধিক সুস্পষ্ট। গুজৰাট-ৰাজস্থান অঞ্চলে বহু শতিকা জুৰি সংস্কৃত, প্ৰাকৃত, অপভ্ৰংশ সাহিত্য সৃষ্টিৰ ধাৰাবাহিক ইতিহাস ৰক্ষা কৰি আহিছিল আৰু সেইবোৰে সৰ্বভাৰতীয় সমাদৰো লাভ

কৰিছিল। একাদশ শতাব্দীৰ সুপ্ৰসিদ্ধ জৈন-কবি আৰু প্ৰাকৃত বৈয়াকৰণ হেমচন্দ্ৰ এই অঞ্চলৰে লোক আছিল আৰু তেওঁৰ সমকালীন ভাষাই আছিল ৰাজস্থানী-গুজৰাটীৰ জননী; তেওঁৰ সংকলিত গাথা-সমূহ অধিক জনপ্ৰিয় হৈ উঠিছিল আৰু সেইবোৰ আছিল শৌৰসেনী অপভ্ৰংশ-জাত পশ্চিমা-অৱহট্‌ঠৰ লগতে ৰাজস্থানী-গুজৰাটীৰো প্ৰাচীনতম নিদৰ্শন। তদুপৰি অন্যান্য জৈন-কবিসকলেও প্ৰাচীন ৰাজস্থানী-গুজৰাটী ভাষাত ছন্দোবদ্ধ কাব্যিক-সৃষ্টি যেনে,—'ৰাস', 'ৰাসক', 'বাৰমাসী', 'ফাগু' আৰু লোকধৰ্মী আখ্যান সৃষ্টি কৰি এই ভাষাক প্ৰভূত জনপ্ৰিয়তা দান কৰিছিল। এনেবোৰ কাৰণতে সন্দেশ-ৰাসকৰ ভাষাই শৌৰসেনী অপভ্ৰংশৰ অৰ্বাচীন-ৰূপ অৱহট্‌ঠ বা যাক 'পশ্চিমা-অৱহট্‌ঠ' বুলি কব পৰা যায় আৰু যাৰ ৰূপ প্ৰধানকৈ প্ৰাচীন গুজৰাটী-ৰাজস্থানী, লগতে পশ্চিমা-হিন্দী আদি মধ্যদেশীয় ভাষা-অঞ্চলত প্ৰচলিত আছিল, (দ্বাদশ-ত্ৰয়োদশ শতাব্দী পৰ্যন্ত এই ভাষা-সমূহৰ আঞ্চলিক সীমা সুস্পষ্ট হোৱা নাছিল) তাকেই প্ৰতিফলিত কৰিছে বুলি কব পৰা যায়। গতিকে ইয়াৰ ভাষাই মিশ্ৰৰূপ এটি বহন কৰিছে।

অৱশ্যে অৱহট্‌ঠত ৰচনা কৰা হ'লেও কাব্যখনিৰ ভাষাত সাহিত্যিক-প্ৰাকৃত অথবা সাহিত্যত-অনুশীলিত অপভ্ৰংশৰ লক্ষণ যে নাই এনে নহয়, বৰং কব পাৰি প্ৰাকৃতৰ লক্ষণ কিছুমান অটুট ৰাখি বেছি সৰলতৰ হৈ আধুনিক স্তৰলৈ আগুৱাইছে। ৪৬নং গাথাত পথিকৰ মুখেদি সাম্বপুৰ নগৰত 'মনোহৰ ছন্দত মধুৰতম প্ৰাকৃত ভাষা' উচ্চাৰিত হোৱা বুলি প্ৰাকৃতৰ প্ৰতি যি সুউচ্চ মনোভাৱ প্ৰকাশ কৰিছে তাৰ দ্বাৰা প্ৰাকৃত ভাষাৰ প্ৰতি কবিৰ দুৰ্বলতাৰ ভাৱ প্ৰকাশ হৈছে, ৪নং গাথাত 'প্ৰাকৃত কাব্য আৰু গীতত প্ৰসিদ্ধ' বুলি যি আত্মপৰিচয় দিছে তাৰ পৰাও কাব্যখনত প্ৰাকৃতৰ লক্ষণ বৰ্জন কৰা নাই বুলি নিশ্চিতভাৱে ক'ব পাৰি। তদুপৰি ৬নং গাথাত সংস্কৃত, প্ৰাকৃত, অৱহট্‌ঠৰ কথা সমানে উল্লেখ কৰাৰ পৰাও সংস্কৃত কাব্য-পৰম্পৰাৰ

লগত যে প্ৰাকৃত-অৱহট্‌ঠৰ ভাষা ইয়াত মিশ্ৰণ হৈছে সেই কথাও বুজিব পাৰি। এই প্ৰাকৃত বা অৱহট্‌ঠৰ নাম উল্লেখ কৰা নাই যদিও মূল ভিত্তি আছিল শৌৰসেনী প্ৰাকৃত-অপভ্ৰংশ।

প্ৰাকৃত যুগৰ শেষ স্তৰত অৱহট্‌ঠ লোক-জীৱনৰ দৈনন্দিন ব্যৱহাৰৰ ভাষা আছিল যদিও, ইয়াতো সাহিত্যত-অনুশীলিত অপভ্ৰংশৰ আদৰ্শত কালক্ৰমত বিভিন্ন ধৰ্মীয়-সম্প্ৰদায়ৰ দ্বাৰা বিবিধ গীত-পদ ৰচনা কৰাত ই শিষ্ট-জনোচিত সাহিত্যিক-ৰূপ এটা লাভ কৰিছিল; ধৰ্ম-নিৰপেক্ষ সাহিত্যাদিও ইয়াৰ মাধ্যমেৰে সৃষ্টি হৈছিল। 'সন্দেশ ৰাসক' এনে ধৰ্ম-নিৰপেক্ষ ৰস-সাহিত্যৰ উৎকৃষ্ট নিদৰ্শন।

শব্দসম্ভাৰত কিছু অভিনৱত্ব আৰু ধ্বনিতত্ত্ব-ৰূপতত্ত্বত সৰলপথগামী দুই-এক বৈশিষ্ট্যৰ বাহিৰে অপভ্ৰংশ আৰু অৱহট্‌ঠৰ মাজত বিশেষ মৌলিক প্ৰভেদ নাই। অপভ্ৰংশৰ লগতে অৱহট্‌ঠৰ যিবোৰ প্ৰধান বিশেষত্ব প্ৰাকৃত বৈয়াকৰণ সকলে উল্লেখ কৰিছে, সেইবোৰ 'সন্দেশ-ৰাসক'ৰ ভাষাই সম্পূৰ্ণৰূপে বহন কৰিছে। তলত তাৰে কিছুমান আলোচনা কৰা হ'ল:

(ক) একস্বৰৰ পৰিৱৰ্তে অন্য এক স্বৰৰ ব্যৱহাৰ অপভ্ৰংশ-অৱহট্‌ঠৰ এটা প্ৰধান লক্ষণ; যেনে—তৃণ>তনু, তিনু। 'সন্দেশ-ৰাসক'ত এই লক্ষণ বিপুলভাৱে দেখা যায়; যেনে—

উত্তুংগ>উত্তংগ; উ>অ;
নাম>নামু, অ>উ;
এক>ইকু; এ>ই;
ৰাহু>ৰাহি, উ>ই, ইত্যাদি।

(খ) দীৰ্ঘস্বৰৰ ঠাইত হ্ৰস্বস্বৰৰ প্ৰৱণতা অপভ্ৰংশ অৱহট্‌ঠত অধিক পৰিমাণে দেখা যায়; বিশেষকৈ অন্তস্থিত দীৰ্ঘস্বৰ হ্ৰস্ব হয়; যেনে—কমলা>কমল; বালা>বাল ইত্যাদি। 'সন্দেশ ৰাসক'তো এই লক্ষণ প্ৰচুৰ পৰিমাণে বিদ্যমান; যেনে—বৰৰমণী>বৰৰমণি; দীনাননী>দীনাননি; জলপ্ৰবাহাঃ>জলপবাহ, ইত্যাদি।

(গ) অপভ্ৰংশৰ দৰে ইয়াতো স্বৰ-সংকোচন, পদান্ত 'ম'ৰ ঠাইত 'ং' বা 'ৱঁ' হোৱা দেখা যায়। তদুপৰি অপভ্ৰংশত দেখা পোৱাৰ দৰে সংযুক্ত 'ৰ'ৰ লোপ, পদান্ত 'ই' নাসিক্য হোৱা ইয়াৰ ভাষাতো লক্ষ্য কৰা যায়, যেনে—চন্দ্ৰ—চন্দ, প্ৰিয়>পিয়, অজানি>অজাইঁ। প্ৰকটি-তানি>পয়ডিয়াইঁ, ইত্যাদি।

(ঘ) অ কাৰান্ত শব্দৰ প্ৰথমাৰ একবচনত 'উ'ৰ প্ৰয়োগৰ বহুলতা অৱহট্‌ঠৰ বৈশিষ্ট্য। এই বৈশিষ্ট্য 'সন্দেশ-ৰাসক'ত আছে, যেনে - পথিকঃ>পহিউ, স্পৃশন্তঃ>ছিহন্ত ইত্যাদি।

(ঙ) বিভক্তিৰ 'ম'কাৰৰ লোপ অথবা বিভক্তিহীনতা অৱহট্‌ঠৰ অন্য এক বিশিষ্ট লক্ষণ, সন্দেশ-ৰাসকতো এই বৈশিষ্ট্য সম্পূৰ্ণৰূপে ৰক্ষিত হৈছে, যেনে—নগৰম্>নয়ৰ, মেখলাম্>মেহল, পথম্>পহ, বাহুনা>বাহি ইত্যাদি। বিভক্তিহীন কাৰকৰ প্ৰয়োগ প্ৰাচীন ৰাজস্থানীৰো অন্যতম বৈশিষ্ট্য।

(চ) অৱহট্‌ঠত ষষ্ঠীৰ একবচনত 'হ' বিভক্তি হয়, সন্দেশ-ৰাসকতো ইয়াৰ প্ৰয়োগ হৈছে, যেনে—বিজয়নগৰস্য>বিজয়নয়ৰহ, মুগ্ধায়াঃ>মুদ্ধহ। এই বৈশিষ্ট্য প্ৰাচীন গুজৰাটীৰো অন্যতম বৈশিষ্ট্য।

## প্ৰাচীন গুজৰাটী-ৰাজস্থানীৰ বৈশিষ্ট্য :

ষোড়শ শতকৰ পূৰ্ব পৰ্যন্ত গুজৰাটী-মাৰোৱাৰী ( ৰাজস্থানী ) একে সম্পৰ্কযুক্ত ভাষা আছিল, স্বতন্ত্ৰ অস্তিত্ব লাভ কৰাৰ পূৰ্ববৰ্তী স্তৰত শৌৰসেনী অপভ্ৰংশ-অৱহট্‌ঠত ব্যাপক সাহিত্য চৰ্চা হৈছিল। গুজৰাটীৰ প্ৰাচীন 'পিঙ্গল' সাহিত্য আৰু ৰাজস্থানীৰ 'ডিঙ্গল' সাহিত্য অৱহট্‌ঠতে ৰচনা কৰা হৈছিল। এই দুই ভাষাত ৰচিত অৱহট্‌ঠ সাহিত্যৰাজিয়ে অন্যান্য সাহিত্যিককো প্ৰভাৱিত কৰিছিল। প্ৰকৃতপক্ষে পশ্চিমা-অৱহট্‌ঠ বুলি কব পৰা শৌৰসেনী-প্ৰাকৃত আৰু অপভ্ৰংশৰ লগত সম্পৰ্কযুক্ত অৱহট্‌ঠ-সাহিত্যৰাজি গুজৰাট-ৰাজস্থানকে কেন্দ্ৰ কৰি গঢ়ি

হৈছিল। সেয়েহে গুজৰাটী আৰু ৰাজস্থানীৰ স্বতন্ত্ৰ প্ৰাচীন বৈশিষ্ট্য কিছুমানো এইবোৰৰ মাজত সোমাই পৰিছিল ; 'সন্দেশ-ৰাসকতো' ইয়াৰ ব্যতিক্ৰম হোৱা নাই।

'সন্দেশ ৰাসক'ত দেখা পোৱা প্ৰাচীন গুজৰাটীৰ প্ৰধান বৈশিষ্ট্য কেইটামানৰ ভিতৰত উল্লেখযোগ্য হ'ল :

(ক) ষষ্ঠীৰ বিভক্তিৰূপে 'হ'ৰ প্ৰয়োগ (এই বৈশিষ্ট্য গুৰ্জৰ অপভ্ৰংশৰ প্ৰধান বৈশিষ্ট্য বুলি হেমচন্দ্ৰই উল্লেখ কৰি গৈছে।)

(খ) তৃতীয়াৰ একবচনত 'ই', 'হি' আদি বিভক্তিৰ প্ৰয়োগ

(গ) অসমাপিকা ক্ৰিয়াগঠনত 'ই' প্ৰত্যয়ৰ প্ৰয়োগ ;

(ঘ) 'কিম', 'জিম', 'তিম' আদিৰ সৰ্বনামীয় প্ৰয়োগ ;

(ঙ) পুৰুষবাচক সৰ্বনামত 'তিনি' 'জিনি'ৰ প্ৰয়োগ।

## প্ৰাচীন ৰাজস্থানীৰ বৈশিষ্ট্য :

(ক) ক্ৰিয়াৰ আগত উপসৰ্গৰূপে 'স'-ৰ প্ৰয়োগ প্ৰাচীন ৰাজস্থানীৰ উল্লেখযোগ্য বৈশিষ্ট্য ; সন্দেশ-ৰাসকতো ইয়াৰ প্ৰয়োগ ঘটিছে ; যেনে— সবিলকৃখা, সলজ্জিৰ, সবিলাস ইত্যাদি। (এই বৈশিষ্ট্য গুৰ্জৰ অপভ্ৰংশৰো বৈশিষ্ট্য বুলি হেমচন্দ্ৰই উল্লেখ কৰি গৈছে।)

(খ) বিভক্তিহীন কাৰকৰ প্ৰয়োগ প্ৰাচীন ৰাজস্থানীৰ এক বিশিষ্ট লক্ষণ ; সন্দেশ ৰাসকত এই লক্ষণ ৰক্ষিত হৈছে।

(গ) অসমাপিকাত গুজৰাটীৰ 'ই' বিভক্তিৰ উপৰিও 'অবি', 'ইবি' আদি প্ৰাচীন ৰাজস্থানীসুলভ প্ৰয়োগ সন্দেশ-ৰাসকত দেখা যায়। যেনে—সৰলাইবি (সৰলায়িত্বা), ছুডবি (ছুটিত্বা) ইত্যাদি।

## 'সন্দেশ-ৰাসক'ৰ নিজস্ব ভাষা-বৈশিষ্ট্য :

প্ৰাচীন গুজৰাটী-ৰাজস্থানীৰ লগত সম্পৰ্কযুক্ত পশ্চিমা-অৱহট্‌ঠই (শৌৰসেনী অৱহট্‌ঠ) সন্দেশ-ৰাসকৰ ভাষাৰ মূল আধাৰ যদিও, নিজস্ব

হিচাপে কেইবাটাও বৈশিষ্ট্য ইয়াৰ ভাষাৰ মাজত দেখিবলৈ পোৱা যায়। সেইবিলাকৰ কেইটামান উল্লেখ কৰা হ'ল:

(ক) দীৰ্ঘস্বৰ হ্ৰস্বস্বৰত পৰিণত হোৱা অৱহট্‌ঠৰ লক্ষণ যদিও 'সন্দেশ-ৰাসক' এই লক্ষণ অধিক সুলভ হৈ দেখা দিছে। যেনে—বৰৰমণী>বৰৰমণি; পদ্ধৰী>পউহৰি, দীৰ্ঘনয়ণী>দীহনয়নী ইত্যাদি।

(খ) একে শব্দ দুই-তিনিটা ৰূপত ব্যৱহাৰ হোৱা দেখা গৈছে আৰু এনে ব্যৱহাৰে ভাষাৰ কথ্যধৰ্মী গুণ অধিক প্ৰকট কৰিছে, যেনে—তস্যঃ>তসু, তাসু, তীই; পথিকঃ>পহিউ, পহিউ, পংথিউ।

(গ) একে অৰ্থবোধক শব্দক ধ্বন্যাত্মক ৰূপত প্ৰয়োগ হোৱা দেখা গৈছে, যেনে—ভিৰিকিৰি, কহকহৰ, কণুৰুণউ ইত্যাদি।

(ঘ) একক ব্যঞ্জন দ্বিত্ব হৈ প্ৰয়োগ হৈছে; যেনে—শৈলজায়>সঅলজ্জ, একৈকস্যাঃ>ইক্কিক্কহ, উৎকণ্ঠিতা>উক্ক·খিৰিঅ ইত্যাদি।

(ঙ) তৃতীয়া আৰু সপ্তমীৰ অৰ্থগত পাৰ্থক্য ৰক্ষিত হৈছে যদিও বিভক্তিৰ প্ৰয়োগগত পাৰ্থক্য নাইকিয়া হৈছে। '-ই' বিভক্তি তৃতীয়া আৰু সপ্তমীৰ একবচন উভয়তে প্ৰয়োগ কৰা হৈছে, যেনে—বাহি (বাহুৰ দ্বাৰা), বিৰহাগলি (বিৰহৰ জুইত)।

(চ) কাৰক-প্ৰয়োগৰ কালৰ পৰা তিনিটাহে লক্ষ্য কৰা যায়, প্ৰথমা-দ্বিতীয়া লৈ এটা, তৃতীয়া-সপ্তমী লৈ এটা আৰু ষষ্ঠী। পঞ্চমীৰ প্ৰয়োগ নাই।

(ছ) তৃতীয়াৰ একবচনত প্ৰাচীন গুজৰাটীৰ বৈশিষ্ট্যস্বৰূপ '-ইঁ' আৰু '-হিঁ'ৰ লগতে '-ইন' বিভক্তিৰ প্ৰয়োগ হৈছে।

(জ) অসমাপিকা ক্ৰিয়া গঠনত গুজৰাটী-ৰাজস্থানীৰ '-ই', '-অবি', '-এবি'ৰ লগতে নতুন প্ৰত্যয় '-এবিনু'ৰ প্ৰয়োগ হৈছে, যেনে—পিক্‌খেবিনু (প্ৰেক্ষ্য)।

(ঝ) 'দেশী' শব্দৰ প্ৰয়োগৰ প্ৰাচুৰ্য 'সন্দেশ ৰাসক'ৰ অন্যতম এক নিজৰ বৈশিষ্ট্য। আধুনিক ভাৰতীয় আৰ্য ভাষাসমূহৰ উদ্ভৱৰ সেই কালছোৱাত এনে 'দেশী' শব্দ জনসমাজত যথেষ্ট প্ৰচলিত হৈ আছিল

বুলি অনুমান কৰিব পাৰি। কাৰণ, দশম-দ্বাদশ শতাব্দীৰ ভিতৰৰ অধিকাংশ প্ৰাকৃত কবি-সাহিত্যিকে কম-বেছি পৰিমাণে তেওঁলোকৰ ৰচনাত 'দেশী' শব্দৰ প্ৰয়োগ কৰিছিল। সমসাময়িক কথ্য-ভাষাৰ প্ৰভাৱতে এনে শব্দৰ প্ৰয়োগ কৰিছিল বুলি অনুমান কৰিব পাৰি আৰু এনে প্ৰয়োগৰ কাৰণে তদানীন্তন কথ্যৰূপ অনুধাৱন কৰাও সহজ হৈ পৰিছে। তদুপৰি ভাষাও হৈ উঠিছে কথ্য উপাদানেৰে সমৃদ্ধ অধিক প্ৰাগতিধৰ্মী। 'সন্দেশ-ৰাসক'ত পোৱা দেশী শব্দ কিছুমান হ'ল: চব্জিমা, মদ্দল, কৰডি, বাড়িবিলগ্গা, গল্লিহী, দউৰুডউ, কনকুরু, কৰকৰায়ন্ত, নজ্জই, সিহুন, খিসিঅ, বেহংতি, কুট্টি, পিকি, বোলবিয়উ, চিক্কনবউ, ৰুণুঝুণউ, চল্লহি, ভুৰক্কি, চড়াইয়ই, ৰুন্তুৰ ইত্যাদি।

এনে শব্দসমূহৰ প্ৰয়োগত ভাষাৰ কথ্যধৰ্মী গুণ, সৰলপথগামী প্ৰাকৃত-অপভ্ৰংশৰ প্ৰকৃতি আৰু আধুনিক আৰ্যভাষাসমূহৰ উদ্ভৱৰ পূৰ্ববৰ্তী স্তৰৰ স্বৰূপ উপলব্ধি ইত্যাদিৰ ক্ষেত্ৰত যথেষ্ট সহায় হৈছে। সেয়েহে ক'ব পাৰি 'দূত-কাব্য' পৰম্পৰাৰ শেহতীয়া নিদৰ্শন হিচাপে 'সন্দেশ ৰাসক' একালে যিদৰে এক উল্লেখযোগ্য সাহিত্যৰস-সমৃদ্ধ গীতি-কাব্য, আনকালে প্ৰাকৃত-যুগৰ শেষস্তৰৰ ভাষাৰ গতি-প্ৰকৃতি অধ্যয়নৰ কাৰণেও এক মূল্যবান সম্পদ।

তলত প্ৰথম প্ৰক্ৰমৰ আৰু দ্বিতীয় প্ৰক্ৰমৰ ২০টা গাথাৰ শব্দসম্ভাৰৰ সংস্কৃতৰ ৰূপ দেখুৱাই অসমীয়া অৰ্থ দিয়া হ'ল। অৱশ্যে এই ক্ষেত্ৰত উল্লেখ কৰিব লগা কথা হ'ল যে,—এক স্বৰৰ ঠাইত অন্য একস্বৰৰ সঘন প্ৰয়োগ, দীৰ্ঘস্বৰৰ ঠাইত হ্ৰস্বস্বৰৰ ব্যৱহাৰ, স্বৰভক্তিৰে সংযুক্ত ব্যঞ্জনক সৰল কৰাৰ প্ৰচেষ্টা, কাৰক-বিভক্তিৰ প্ৰয়োগহীনতা, বিভিন্ন প্ৰকাৰ অসমাপিকা ক্ৰিয়াৰ প্ৰত্যয়ৰ ব্যৱহাৰ, লিংগ-বচনৰ নিয়মহীনতা, একে শব্দক বিভিন্ন ৰূপত ব্যৱহাৰ, দেশী শব্দৰ প্ৰাচুৰ্য, দেশী শব্দ বা ধাতুৰ লগত সংস্কৃতৰ ৰূপৰ সংমিশ্ৰণ, কথ্যধৰ্মী উপাদানৰ সংৰক্ষণ ইত্যাদিৰ কাৰণে অৱহটঠৰ শব্দৰ সংস্কৃত প্ৰতিৰূপ বিচাৰি উলিওৱা যথেষ্ট কঠিন কাম। যিহেতু পালি অথবা সাহিত্যিক-প্ৰাকৃতৰ দৰে অৱহট্ঠ

সংস্কৃতাশ্রয়ী নহয়, বরং লোকাশ্রয়ী বা লোকভাষাশ্রয়ী, সেজন্যেই পালি অথবা সাহিত্যিক-প্রাকৃতের শব্দের লগতো ইয়ার শব্দের ব্যবহারত যথেষ্ট পার্থক্য পরিলক্ষিত হয়।

॥ প্রথমঃ প্রক্রমঃ ॥

(১) রয়নায়র—রত্নাকরঃ; রত্নের আকর।

গয়নংগনংমি—গগনাঙ্গনম্; আকাশরূপী অংগনত বা চোতালত।

সিরিয়ং—সৃষ্টম্, সৃষ্টি করিলে।

বুহয়ন—বুধজন; বিদ্বান বা বিজ্ঞজন।

সিরং—শিবম্, মঙ্গল।

(২) বিজ্জাহর—বিদ্যাধরঃ; বিদ্যাধর।

সুর—সূর্যঃ।

সসিবিম্বে—শশীবিম্বঃ; চন্দ্রবিম্ব।

নমিজ্জই—নম্যতে; নমস্কৃত হোৱা।

নয়রে—নাগরিকে, নাগরে; নাগরিক বা বিজ্ঞজন।

কত্তারং—কর্তব্যম্, করণীয়ম্; করা উচিত।

(৩) পচ্চাএসি—পশ্চিমদিশি, পশ্চিমদেশত।

পহূও—প্রভূতম্, প্রভূত।

থি—অস্তি; থকা।

বিসএ—বিষয়ঃ, বিষয় (ইয়াত 'অঞ্চল' বা 'স্থান' অর্থ হৈছে।)

সম্ভূও—সম্ভূতঃ; উৎপত্তি বা জন্ম হোৱা।

আরদ্দো—আরদ্ধঃ; তাঁতী।

(৪) পাইঅ—প্রাকৃত (ম); প্রাকৃত ভাষাত।

কব্বেসু—কাব্যেষু; কাব্যত।

রইয়ং—রচিতম্; রচনা করিলে বা রচিলে।

(৫) পুব্বচ্ছেয়ান—পূর্বচ্ছেকান্; জ্ঞানী বা বিজ্ঞসকলে। (ছেক: বিজ্ঞ)

কইন—করীন্ ; কবিসকলক।

সদ্দঅথ—শব্দার্থঃ ; শব্দঅৰ্থত।

তিয়লোএ—ত্রিলোকঃ ; ত্রিলোকত বা স্বৰ্গ-মৰ্ত্য-পাতাল।

কয়ং—কাব্যম্ ; কাব্য।

নিদ্দিটঠং—নির্দিষ্টম্ ; নিৰ্দিষ্ট কৰা।

(৬) সক্কয়—সংস্কৃত(ম্) ; সংস্কৃত ভাষাত।

পাইয়ং—প্রাকৃতম্ ; প্ৰাকৃত ভাষাত।

পেসাইয়ং—পৈশাচীম্ ; পৈশাচী ভাষাত।

ছন্দাহবণে—ছন্দাভবনে ; ছন্দ অলংকাৰেৰে।

সুকইত্তং—সুকাব্যম্ ; সুকবিতাত।

ভূসিয়ং—ভূষিতম্ ; বিভূষিত কৰা।

(৭) তানহমু—তৈঃ উনঃ (বা তদ্→তান্ (তানহ)+অমু) ;

তেওঁলোকতকৈ কম।

অম্হাবিসান—অস্মাদৃশাঃ , আমাৰ দৰে।

সুই—শ্রুতিঃ , শ্রুতি।

বহিয়ান—বহিতম্ ; বহিত।

প্রমুক্কং—প্রমুক্তঃ ; মুক্ত হোৱা বা নথকা।

পসংসেই—প্রশংসয়তি ; প্রশংসা কৰা।

(৮) ইথ—অত্র ; ইয়াত।

উইয়ং—উদিতং ; উদয় হোৱা।

সসহবেণ—শশধৰেণ , শশধৰ বা চন্দ্ৰ।

নিসিসময়ে—নিশিসময়ে ; ৰাতি বা ৰাতিৰ সময়ত।

জোইজ্জই—জোতাতে ; উজলি উঠা।

রয়নীসু—ৰজনীষু , ৰাতিত।

জোইক্খং—জ্যোতিকম্ ; চাকি।

(৯) পবকএহি—পবভূতেভিঃ ; কুলি চৰাইৰ দ্বাৰা বা কুলিচৰায়ে।

বড্ডিয়ং—দেশী শব্দ ; শব্দ কৰা বা মাত মতা।

সিহরে—শেখরে ; শিখরত বা আগত।

ভুরনাকড়া—ভুরনাকড়ঃ , মাচিত।

কায়া—কাক , কাউরী।

কবকবায়ন্ত—দেশী শব্দ , কলকলোৱা বা কা-কা শব্দ কৰা।

(১০) তন্তীবায়ং—তন্ত্রীবাদকঃ , বীণা বজোৱা বা বীণা বজোৱা লোক।

নিসুয়ং—নিশম্য , শুনা।

কবপল্লরেহি—কবপল্লরম্ , *কবপল্লরেভিঃ , পল্লৱৰ দৰে হাতৰে।

অই—অতি , অতি।

মহুবং—মধুৰম্ , মধুৰ।

মদ্দল—দেশী শব্দ , মাদল ( বাদ্য বিশেষ )।

কবডি—দেশী শব্দ , হাতেৰে বজোৱা বাদ্য অর্থাৎ ঢোল, ঢুলকি।

সুস্মউ—শ্রুত্বা , ( শৃনোতি ) শুনা।

রামরমনেসু দেশী শব্দ , আনন্দ-বিনোদনৰ কাৰণে।

(১১) ময়গলু—মত্তগজ , মত্তগজ।

ঝরএ—ক্ষৰণম্ ; ক্ষৰণ কৰা।

তুগ্গিল্লো—তুঙ্গোৎক , উৎকট।

অইৰাৱই—ঐৰাৱতঃ , ঐৰাৱত ( ইন্দ্ৰৰ বাহন )।

মত্তো—মত্তঃ , মত্ত।

গয়া—গজা , হাতী।

সেস—শেষ , সাধাৰণ।

মচ্চন্ত—মত্তঃ , মত্ত হোৱা।

(১২) গংধডড়—গন্ধদৃঢ় ( দৃঢ় > ডঢ় ) , উগ্ৰগন্ধময়।

আমোও—আমোদিত , আমোদিত কৰা।

সুবিন্দভুৱনে—সুৰেন্দ্ৰভুৱনে , ইন্দ্ৰৰ কাননত অর্থাৎ নন্দন কাননত।

সেসত্তৰ—শেষতক , সাধাৰণ গছ।

(১৩) নই—নদী।

তিঅলোএ—ত্ৰিলোকে ; ত্ৰিলোকত।

পয়ডিয়—প্ৰকটিতম্ ; প্ৰকটিত হোৱা।

পবাহা—প্ৰবাহঃ ; প্ৰবাহিত হোৱা বা বৈ যোৱা।

বচ্চই—বহতি ; বৈ যোৱা।

সমুহা—সম্মুখা ; সুমুখলৈ।

সায়ৰ—সাগৰঃ ; সাগৰ।

(১৪) সৰৱৰম্মি—সৰোবৰে ; সৰোৱৰত।

উইএসু—উদিতেষু, উদয়ে ; উদয়ত।

বিঅসিআ—বিকশিতম্ ; বিকশিত হোৱা।

বাড়িৰিলগ্‌গা—দেশী শব্দ ; বাৰীত লগোৱা।

বিঅসউ—বিকশিত ; ফুলা।

(১৫) ভৰহভাৱছন্দে—ভৰতভাৱছন্দে ভৰতমুনিয়ে নিৰ্দিষ্ট কৰা ভাৱ আৰু ছন্দ অনুসৰি।

চংগিমা—দেশী শব্দ ; সুন্দৰী।

গহিল্লী—দেশী শব্দ ; গাৱঁৰ সাধাৰণ ছোৱালী।

(১৬) সম্মীলিআ—সম্মিলিতা ; মিহলোৱা।

উল্ললই—উল্লোল ; উতলা।

কণকুক্ক—'কুক্ক' দেশী শব্দ, অৰ্থ 'তুঁহ' ; গতিকে ইয়াৰ অৰ্থ হ'ব 'তুঁহকণ' বা 'খুদ কণ'।

সসহিত্তা—সহিতঃ ; সৈতে।

দড়বড়উ—দেশী শব্দ ; দগবগ কৰি।

(১৭) ভণিয়ব্বা—ভণিতব্যম্ ; বচনা কৰা উচিৎ।

চউমুহেন—চতুৰ্মুখেন ; চাৰিখন মুখেৰে।

ভণিয়ং—ভণিতম্ ; কোৱা।

(১৮) ণত্থি—ন+অস্তি ; নাই বা নথকা।

দিট্‌ঠু—দৃষ্টঃ ; দেখা।

সুত্ত—সুপ্ত ; শুৱা।

বিঅডবংধু—বিকটবন্ধ ; উৎকৃষ্ট (অলংকাৰ আদিৰে পৰিপূৰ্ণ অৰ্থত)।

ললিয়হীণু—লালিত্যহীনম্ ; লালিত্যহীন।

ফৰুসউ—পৰুষ ; কঠিন।

দোগ্গচ্চিয়—দুৰ্গতিগ্ৰস্ত ; দুৰ্দশাপীড়িত।

ছেম—শ্ৰেষ্ঠ ; (ছেক>ছেঅ)।

অলহংতেহিঁ—অলভন্তে ; যাক লাভ কৰিব নোৱাৰি।

সইবত্তী—শতপত্ৰ ; পদুমপাত।

ৰসিএহিঁ—ৰসিকেভিঃ ; ৰসিকসকলে।

(১৯) বিজ্জ—বিদ্যা।

মাহপ্পু—মাহাত্ম্য।

মণুয়জম্মি—মনুষ্যজন্মনি ; মানুহৰ জন্ম লৈ।

কোলিয়—কোলিক ; তাঁতী।

পয়াসিউ—প্ৰয়াসঃ ; প্ৰয়াস কৰা।

সৱলভাই—সৱলভাৱেন ; সৱলভাৱেৰে।

নিমিসদ্ধ—নিমেষাৰ্দ্ধ ; আধা নিমিষ মাত্ৰ ; কন্তেক মাত্ৰ।

থুলকখৰিহি—স্থূলাক্ষৰেভিঃ ; স্থূল আখৰেৰে বা মেলে ডেলে লেখা আখৰেৰে।

ৰইয়উ—ৰচিতম্ ; ৰচনা কৰা।

(২০) সিক্খই—শিক্ষন্তঃ ; পঢ়িবলৈ মন কৰা।

কুই—কঃ ; কোনোৰা।

সমত্থু—সমৰ্থঃ ; সমৰ্থ বা যোগ্য।

বিবুহ—বিবুধঃ ; বিদ্বান।

সংগহহি—সংগৃহ্য ; সংগ্ৰহ কৰি, একেলগ কৰি।

তেউ—তেজঃ ; প্ৰতেজ বা তেজ।

তিহি—তৈঃ ; তেওঁৰ বা তেওঁলোকৰ।

পুৰউ—পুৰতঃ ; অগ্ৰত বা আগত।

(২১) বেস্নু—লেশঃ ; সামান্যতম।

অবুহহ—অবোধঃ ; অবোধ বা বোধশক্তিহীন।

পরেস্নু—প্রবিষ্টঃ ; প্রবেশ করা।

মজ্ঝয়াব—মধ্যম ; মধ্যমীয়া বা মজলীয়া শ্রেণীর।

পঢ়িঅউ—পঠিষ্যতি ; পঢ়া হ'ব।

(২২) অনুরাইয়—অনুরাগী ; অনুরাগী।

রইহরু—রতিগৃহম ; রতিগৃহ।

ময়ণ—মদনঃ ; মদন।

মহপ্পঅ—মাহাত্ম্যম্ ; মাহাত্ম্য।

দীরয়রো—দীবাকরঃ ; প্রকাশক।

মইরদ্ধউ—মকরধ্বজ ; মকরধ্বজ।

বিশুদ্ধউ—বিশুদ্ধঃ ; বিশুদ্ধ।

রসিয়হ—রসিকস্য ; রসিকজনর।

(২৩) অইণেহিন—অতি স্নেহেন ; অতি স্নেহেরে।

রইমই—রম্যম্ ; রম্য।

সবণসকুলিয়হ—শ্রবণকুহরে, শ্রবণকুহরত।

অত্থহ—অর্থ।

বিয়কৃথনু—বিচক্ষণঃ, বিচক্ষণ।

সুরই—সুরত ; সুরতি।

সংগী—সঙ্গী, সংগ।

বিঅড্ঢ—বিদগ্ধঃ, বিদগ্ধ।

## দ্বিতীয়ঃ প্রক্রমঃ

(১) বিজয়ণয়রহু—বিজয়নগরস্য ; বিজয়নগরত।

কাবি—কা + অপি ; কোনো এগৰাকী।

বররমণি—বররমণী ; সুন্দরী বা বিশিষ্টা রমণী।

উত্তুংগথিরথোরথণি—উত্তুংগ-স্থির-স্থূল-স্তনী ; উন্নত পয়োধরা।

বিকডলক্কি—ভোমোরার দরে মধ্যক্ষীণা কঙ্কাল যার।

বিকড—ভোমোরা, মজ্ঝী—ক্ষীণ কঙ্কালযুক্ত।

ধয়বট্ঠ—পউহরি ; ধৃতরাষ্ট্র-পদধরী, রাজহংস গামিনী।

দীনাননি—দীনাননী ; মলিন মুখশ্রী।

পহ—পথ ; পথ বা বাট।

নিহই—নিরীক্ষণ করা।

জলপবাহ—জলপ্রবাহঃ ; চক্ষুপানীর ধারা।

পবহংতি—প্রবহন্তি ; প্রবাহিত হোয়া।

দীহরি—দীর্ঘাঃ ; দীঘলীয়া।

বিরহগ্গিহি—বিরহাগ্নিভিঃ ; বিরহাগ্নির দ্বারা।

তহ—তথা ; সেই।

সামলিমপবন্ন্—শ্যামলিমপ্রপন্ন ; শ্যামল বর্ণ প্রাপ্ত।

নজ্জই—দেশী শব্দ ; শোভা পোয়া।

বাহি—বাহুনা ; বাহুর দ্বারা।

রিডংবিঅউ—বিড়ম্বিতকঃ ; গ্রাস করা ; আক্রান্ত।

তারাহিবই—তারাধিপতিঃ , তরার অধিপতি, অর্থাৎ চন্দ্র।

সউন্ন্—সম্পূর্ণম্ ; সম্পূর্ণভাবে।

(২) ফুসই—স্পৃশতি ; স্পর্শ করিছিল বা মচিছিল।

লোয়ন—লোচনে ; চক্ষুযুগল।

দুকখও—দুঃখার্তা ; দুখত আতুর।

ধম্মিল—ধম্মিল্ল ; চুলি।

পমুক্কমহ—প্রমুক্ত মুখা ; মুকলি হৈ মুখত পরা।

বিজ্জংভই—বিজৃম্ভতি ; হাঁহি মরা।

অণু—অণু , সূক্ষ্ম ; ইয়াত 'কোমল' অর্থত ব্যৱহার হৈছে।

অংগ—অঙ্গম্ ; শরীর।

মোড়ই—মোটতি ; একামুরি দিয়া বা ভাঙি-ছিঙি থকা।

বিরহানালি—বিরহানলে ; বিরহ—অগ্নির দ্বারা।

সংত্তবিঅ—সন্তপিতা ; সন্তপ্তা।

সসই—শ্বসতি ; শ্বাস পেলোৱা বা হুমুনিয়াহ কঢ়া।

দীহ—দীৰ্ঘম্ ; দীঘলীয়া।

কৰসাহ—কৰশাখাঃ ; হাতৰ আঙুলি।

তোড়ই—ত্ৰোটতি ; মোটোকোৱা ; মোহৰা।

মুদ্ধহ—মুগ্ধায়াঃ ; ৰূপৱতীৰ বা মুগ্ধাৰ।

বিলৱন্তিয়হ—বিলপন্ত্যাঃ।

মহি—মহীম্।

চলনেহি—চৰণাভ্যাম্ ; ভৰিৰ দ্বাৰা।

ছিহন্তু—স্পৃশন্তঃ ; স্পৰ্শ কৰি।

অদ্ধুড্ডীনউ—অৰ্দ্ধোড্ডীনকঃ ; আধা উৰি যোৱা।

পহিউ—পথিকঃ ; পথিক।

পহি—পথি ; পথত বা বাটত।

পৱহংতু—প্ৰৱহন্তঃ , প্ৰবাহিত হৈছে বা বেগেৰে গৈছে।

(৩) তং—তম্ ; সেই।

পহিয়—পথিকম্ ; পথিকক।

পিক্খেৱিণু—প্ৰেক্ষ্যবিন্দু ; দেখি।

পিঅউকংখিৱিয়—প্ৰিয় উৎকণ্ঠিতা ; প্ৰিয় বা স্বামীৰ বাবে উৎকণ্ঠিতা।

মংথৰগঅ—মন্থৰ গতিম ; ধীৰ গতি।

সৰলাইৱি—সৰলায়িত্বা ; পোনাই ; পোনে পোনে।

উত্তাৱলি—দেশী শব্দ ; উত্তাৰল হৈ।

মনহৰ—মনহৰম্ ; মনোৰম, সুন্দৰ।

চলংতিয়—চলন্ত্যাঃ ; গমনকাৰিণীৰ।

চংচলৰমণভৰি—চঞ্চলৰমণভৰাৎ ; চঞ্চল নিতম্বদেশৰ পৰা।

ছুড্ডবি—ছুটিত্বা ; বান্ধ খুলি গৈ বা বন্ধনমুক্ত হৈ।

ৰসনাৱলি—ৰসনাৱলী ; নিতম্বপ্ৰদেশৰ অলংকাৰ ; কৰধনি।

খিসিয়—দেশী ধাতুর পরা উৎপন্ন শব্দ, খহি পরা।

প্রসবি—প্রসক্ত ; ব্যাপ্ত হোৱা বা বৈ পরা।

(৪) তং—তাম্ ; সেই।

মেহল—মেখলাম্ ; মেখলা ; নিতম্বদেশত পিন্ধা অলঙ্কার

( কমধনি )

ঠৱই—স্থাপয়তি ; স্থাপন কবিল।

গংঠি—গ্রন্থিম্ ; গাঁঠি।

নিট্ঠুৰ—নিষ্ঠুৰম ; কঠিন বা টান।

সুহয়—সুভগা ; ভাগ্যৱতী ; ইয়াত 'সুন্দৰী'।

তুডিয়—ত্রুটিতা ; ছিগি পৰা।

থুলাৱলি—স্থূলাৱলী ; ডাঙৰ মুকুতাযুক্ত।

নৱসৰহাৰুলয়—নৱসৰহাৰুলতা ; নতুন হাৰ ( সাতসৰি

নিচিনা হাৰ )

ডিৰি কিৰি—অব্যক্ত্ ঠৰ শব্দ, কিচুমান কিচুমান।

সংৱৰিবি—সম্-ৱৃ ( ইবি ), সামৰি বা বুটলি লৈ।

চইবি—ত্যজ্+ইবি ; এবি ; ত্যাগ কৰি।

সংচৰিঅ—সঞ্চৰিতা ; বাবলৈ ধৰা।

নেৱৰ—নূপুৰে, নূপুৰত।

বিলগ্গিৱি—বিলগ্য, ( বি-লগ+ইবি ), থোটাপুতি লাগি।

পহি—পথি, বাটত।

পংথুডিঅ—প্রথডিতা, পৰি গ'ল।

৫। পডি—পতিত, পৰা বা পৰি থকা।

উট্ঠিয়—উত্থিত, উঠি।

সবিলকৃখ—সবিলক্ষা ; হতচকিতা ; বিস্মিতা।

সলজ্জিৰ—সলজ্জিৰা ; লজ্জিতা।

সংকসিয়—সংকসিতা, সংত্রাসিতা ; বিত্রাস্ত প্রস্ত।

সিয়—শ্বেতম্ ; শুক্ল বা বগা।

সচ্ছ—স্বচ্ছম্ ; স্বচ্ছ বা পাতল।

নিয়ংসন—নিবসনম্ ; ওবণি।

বিরলসিয়—বিরলসিতম্ ; খহি পবা।

সংবরি—সংবৃত্য ; সামবি বা ঠিক কবি।

অনুসরিয়—অনুসৃতা, অনুসবণ কবা।

পহিয়—পথিক ; পথিক।

পাবয়নমন—প্রপকমনা ; পাবব ইচ্ছাবে (বাতুওচয় পোঁবাব অভিপ্রায়েবে)

ফুডবি—স্ফুট+অরি ; ফাটি যোৱা, বিদীর্ণ হোৱা।

নিত্ত—নেত্রম্ ; পাট (কাপোব)।

কুপ্পাস—কুর্পাসম্ ; কাঁচলী।

বিলগ্গিয়—বিলগ্নিত ; জিলিকি উঠা বা প্রকটিত হোৱা।

দর—দরম্ ; সামান্য বা ঈষৎ।

সিহন—দেশী শব্দ ; স্তনযুগল।

(৬) ছায়ংতী—ছাদয়ন্তী ; আবৃত বা আচ্ছাদন কবি।

কহ কহব—কথং কথমপি ; কোনো মতে।

নিয়করিহি—নিজ কবেভিঃ ; নিজব হাতব দ্বাবা।

কনয়কলস—কনককলশম্ ; সোণব কলহ।

ঝংপংতী—ঢাকি ধবিছিল।

ইংদীবরিহি—ইন্দীবরেভিঃ ; নীল পদুমব দ্বাবা।

ত্তো—ততঃ ; তেতিয়া।

আসন্ন—আসন্নম্ ; ওচবত।

সগ্গিরগিররয়নি—সগদ্গদবচনী ; গদ্গদ্ভাবে।

কিয়উ—কৃতা ; কবিছিল ; (কৰলৈ ধবিছিল।)

সদ্দ—শব্দম্ ; শব্দ।

সবিলাস—সবিলাসম্ ; বিলাসপূর্ণ।

দীহরনয়নি—দীর্ঘনয়নী ; দীর্ঘনয়না বা আয়তনেত্রা।

(৭) ঠাহি—তিষ্ঠ (*স্থাহি), ৰ'ব, ৰওক।

নিমিসদ্ধং—নিমেষার্দ্ধম্, আধা নিমেষ, অলপ্তেকপৰ।

সুথিদ—সুস্থিতম্; স্থিৰভাৱে।

অৱহাবি—অৱধাৰায়, অৱধাৰণ কৰক বা শুনক।

মনু—মনঃ, মনোযোগে।

নিস্সুনি—নিশৃণু, শুনক।

কিংপি—কিম্+অপি, কিছু।

জং—যৎ, যি।

জংপউ—জল্পিতম্, ভৰা, ভাৰি থকা কথা বা কৰ লগা কথা।

পসিজ্জি—প্রসীদ, প্রসন্ন হওক।

খনু—ক্ষণম; এখন্তেকৰ কাৰণে।

এয়—এতৎ, এনে বা এই।

বয়ন—বচনম্, কথা।

আয়ন্নি—আকর্ণিতঃ, শুনি বা শুনিবলৈ পাই।

পহিউ—পথিকঃ, পথিক।

কোউহলিউ—কৌতূহলিকঃ, কৌতূহল হৈ।

নেয়—নৈব, নোৱাৰা।

নিঅওউ—নিবৰ্ত্তিতঃ, ঘূৰি অহা বা উলটি অহা।

তা—তদা; তেতিয়া।

কমদ্ধুবি—ক্রমার্দ্ধম্+অপি, এখোজো।

চলিউ—চলিতঃ; চলোৱা, খোজ দিয়া; যোৱা বা আগবঢ়া।

(৮) কুসুমসৰাউহ—কুসুমশৰায়ুধম্; কুসুম-শৰৰ (কামদেৱৰ) অস্ত্রস্বৰূপ।

ৰূৱনিহি—ৰূপনিধিম্, ৰূপৰ নিধি বা ভাণ্ডাৰ।

বিহি—বিধিঃ; বিধি (বিধিৰ দ্বাৰা)।

নিম্মবিঅ—নির্মাপিতঃ; সৃষ্টি কৰিছিল।

গবিট্ঠ—গবিষ্টা; অনুসন্ধিৎসু।

পিক্‌খেৱিমু—প্ৰেক্ষ্য।

পহিয়-নিহি—পথিকঃ-স্নেহ ; অনুৰাগযুক্ত ; হৃদয়বান।

গাহা—গাথাঃ ; কবিতা বা গাথাছন্দত ৰচিত কবিতা।

অট্‌ঠ—অষ্ট , আঠ।

(৯) বিবি—দ্বি অপি ; দুটা।

তসু—তস্য ; তেওঁৰ।

বিয়ড্‌ঢপৰি—বৈদগ্ধ্য+উপৰি ; বিচক্ষণতা।

ইকু—এক ; এটা ; এক।

মনি—মনে ; মনত।

বিংভউ—বিস্ময়ঃ ; বিস্ময় বা আশ্চৰ্য।

থিয়উ—স্থিতকঃ ; স্থিত বা আছে।

ৰূৱিণি—ৰূপিণীম্ ; ৰূপৱতীক।

পিক্‌খিকৰি—প্ৰেক্ষীকৃত্য ; দেখি, দেখিবলৈ পাই।

পয়াৱই—প্ৰজাপতিঃ ; বিধাতা।

অংধলউ—অন্ধকঃ ; অন্ধ, দৃষ্টিহীন।

অহৱ—অথবা ; অথবা।

বিয়ড্‌ঢলু—বৈদগ্ধ্য+লঃ ; ৰস-চেতনাহীন , অৰসিক।

আহি—আসীৎ ; আছিল।

জিনি—যেন ; যিহেতু বা কিয়নো।

এৱিসি—ঈদৃশী ; এনেকুৱা।

তিয়—তাম্ ; তেওঁক।

নিম্মৱিয়—নিৰ্মিত ; নিৰ্মাণ কৰি।

ঠৱিয়—স্থাপিতা ; ৰখা ; ৰাখি থোৱা।

অপ্‌পহু—আবৃত ; নিজৰ।

পাহি—পাৰ্শ্বে ; কাষত।

অইকুডিল—অতি কুটিল। অতিশয় কুটিল বা কুঞ্চিত।

পিসুনা—পিশুনাঃ ; খলব্যক্তিৰ (ৰবে)।

বিবিহতৰংগিণিসু—বিবিধতৰংগিনীষু ; বিবিধৰূপে তৰংগায়িত।

সলিল-কল্লোলা—সলিল-কল্লোলাঃ ; নদীৰ পকনীয়া বা ঢউৰ দৰে।

কিসণত্তনংমি—কৃষ্ণত্বস্মিন্ ; ক'লা বৰণত।

অলয়া—অলকাঃ ; অলকা।

অলিউলমালব্ব—অলিকুলমালা ইব , ভোমোৰাৰ মালাৰ দৰে।

ৰেহংতি—( দেশী ধাতুৰ পৰা উৎপন্ন শব্দ ) , শোভা পাইছে।

(১০) ৰয়ণীতমবিদ্দৰণো—ৰজনীতমোবিদ্রাপকঃ , ৰাতিৰ আন্ধাৰ নাশকাৰী।

অমিয়ংঝৰণো—অমৃতক্ষৰণঃ , অমৃতবৰ্ষী।

সুপুন্নসোমো—সুপূর্ণসোমঃ ; পূর্ণচন্দ্র।

অকলংকমাই—অকলংকমাত্র ; কলংকহীনতা।

বয়ণং—বদনম্ ; মুখ।

বাসৰণাহস্স—বাসৰনাথস্য ; পূৰ্বৰ।

পডিবিংবং—প্ৰতিবিম্বম্ ; প্ৰতিবিম্ব।

(১১) লোয়ণজুয়—লোচনযুগম্ ; চকু দুটি।

ৰজ্জই—( দেশী শব্দ ) শোভা পাইছে।

অৰবিংদল—অৰবিন্দদলম্ , পদুমৰ পাহি।

দীহৰং—দীৰ্ঘম ; দীৰ্ঘ।

ৰাইল্লং—ৰাগযুক্তম্ ; ৰঙিম বা ৰঙিমাত।

পিংডীৰকুসুমপুংজং—পিণ্ডীৰকুসুমপুঞ্জম্ , ডালিম ফুলৰ থোপাৰ দৰে।

তৰুণিকৰোলা—তৰুণ কপোলাঃ ; কোমল গাল দুখন।

কলিজ্জংতি—কলিয়ন্তে , শোভিত বা ৰমণীয়।

(১২) মুণালদলয়—মৃণালদলকম্ ; মৃণালৰ দল।

অমৰসৰুপন্ন—অমৰসৰউৎপন্নম্ , অমৰ সৰোবৰত উৎপন্ন।

বাহুজুয়লং—বাহুযুগলম্ , বাহু দুটি।

আণহুন্তে—জেবাম্ + অন্তে ; সেই ছুটার (বোহব) অন্তত বা শেষত।

কবকমলং—কবকমলম্ , পদ্মসদৃশ হাত।

দোহাইয়ং—দ্বিধাকৃতম্ ; দুভাগ কবা বা দ্বিখণ্ডিত কবা।

পউমং—পদ্মম্ ; পদ্মম।

(১৩) সিহনা—দেশী শব্দ , স্তনযুগল।

সুয়নাখলা—সুজন-খলাঃ , সুজন আব খল (ব্যক্তি)।

থড্ডা—স্তব্ধাঃ , কঠিন।

নিচ্চুন্নয়া—নিত্যোন্নতাঃ , নিত্য-উন্নত।

মুহবহিয়া—মুখবহিতাঃ , ছিদ্র বহিত।

সংগমি—সংগমে ; মিলনত।

সুয়নসবিচ্ছা—সুজনসদৃক্ষাঃ , সুজনব দবে।

আসাসহি—আশ্বাসয়ন্তি , আশ্বস্ত কবে ; সুখ দিয়ে।

বেন্নি—দ্বে + অপি , দুটা।

অংগাইঁ—অঙ্গানি , অংগসমূহক।

(১৪) গিবিনই—গিবিনদী , পর্বতীয়া নদী।

সমআরত্তং—সমআবর্তম্ , আবর্তব বা পকনীয়াই সৃষ্টি কবা গাঁতব দবে।

জোইজ্জই—দ্যোত্যতে , শোভিত হৈছে।

নাহিমংডলং—নাভি মণ্ডলম্ , নাভিমণ্ডল।

গুহিবং—গভীবম্ , গভীব।

মচ্চসুহং—মর্ত্যসুখম্ , পৃথিবীব সুখ ( ক্ষণস্থায়ী অৰ্থত )।

মিব—ইব ; দবে।

তবলগ্গইহবণং—তবল-উৎগতিহবণম্ , চঞ্চল গতি হবণকাবী।

(১৫) জালংধবিঘংভজিআ—জালংধবি-অভজিতাঃ , জালন্ধব প্রদেশব ( বমণীব ) বমণীসকলো জয় কবা।

তাস্থ—তস্তাঃ ; তেওঁব।

অইরম্মা—অতিরম্যা, অতি মনোরম।
বট্টা—বৃত্তাঃ; বর্তুলাকার বা সুবর্তুলীয়া।
নাইদীহা—নাতিদীর্ঘাঃ; বর দীঘল নোহোৱা, অনতিদীর্ঘ।
(১৬) পউমরাই—পদ্মরাজিঃ; পদ্মরাগমণি।
চলণংগুলি—চরণাঙ্গুলয়ঃ; ভরির আঙুলি বিলাক।
কলিহকুট্টি—স্ফটিককুট্টি ('কুট্টি' দেশী শব্দ—অর্থ 'খণ্ড' বা 'টুকুরা') স্ফটিক খণ্ডর দরে।
নহপংত্তি—নখপংক্তিঃ, নখবিলাক।
উব্বিন্নং—উদ্‌ভিন্নম্, উদ্‌গত বা উদ্ভিন্ন।
কুসুমনলএসু—কুসুমনলকেষু; কুসুমর (পদুমর) নলর আগর দরে।
(১৭) সয়লজ্জ—শৈলজায়; শৈলজা বা পার্বতীক।
সিরেবিণু—সৃজ্‌+এবিনু; সৃষ্টি করি।
পয়ডিয়াই—প্রকটিতানি, প্রকাশিত।
তাইবি—তস্যা+অপি, তেওঁতকৈও।
সুসবিসেসং—সু-সবিশেষম্; অধিক বিশেষভাবে।
কবিয়ণান—কবিজনানাম্; কবিসকলর।
দূসই—দূষয়তি, দোষ দিয়া।
সিট্ঠং—সৃষ্টম্, নির্মিত, সৃষ্টির।
বিহিণাবি—বিধিনা+অপি, বিধাতায়েই।
পুনরুত্ত—পুনরুক্তম্, পুনরুক্তি বা পুনরাবৃত্তি।
(১৮) রায়মরালগই—রাজমরাল গতিঃ, রাজহংসগামিনী।
ধরত্তি—ধরিত্রীম্; পৃথিবী বা মাটি।
উক্খিহই—উৎখনতি; খোচরা বা খন্দা।
তুউ—ততঃ; তার পিছত।
পংথিউ—পন্থিকঃ বা পথিকঃ; পথিক।
কণয়ংগি—কণকাঙ্গী; কণকাংগী বা সোণ বরণীয়া দেহ যার।

তথ—তত্র ; তেতিয়া, তাত।

বোলাবিয়উ—( দেশী শব্দ ) * বোলাবিতকঃ ; কৈছিল বা কোৱা হৈছিল।

কহি—কস্মিন্ ; কেনি বা কোনকালে।

জাইসি—যাসি ; যাব বা যোৱা হৈছে।

হিব—হি+এব ; অথবা।

কহর—কস্মিন রা.; ক'ব পৰা, কোনফালৰ পৰা।

তুহ—ত্বয়া ; আপুনি।

আইয়উ—আয়াতঃ ; অহা হৈছে।

(১৯) ণয়ৰ—নগৰম্ ; নগৰ।

ণামু—নাম ; নাম।

সামোৰু—সাম্বপুৰম্ ; সাম্বপুৰ ( মুলতান চহৰ )।

সবোৰুহদলনয়ণি—সবোৰুহদলনয়নে ; পদ্মৰ পাহিৰ দৰে চকু যাৰ, পদ্মনয়না।

নায়ৰজন—নাগৰজন ; নাগৰিক বা বিদগ্ধ ব্যক্তি।

সংপুন্নু—সম্পূৰ্ণম্ ; পূৰ্ণ।

হৰিস—হৰ্ষম ; সুখী বা আনন্দিত।

সসিহৰবয়ণি—শশধৰবদনে ; চন্দ্ৰৰ দৰে মুখ যাৰ ; চন্দ্ৰবদনা।

ধৱলতুংগপায়াবিহি—ধৱলতুঙ্গপ্ৰাকাৰৈঃ ; শুভ্ৰ উচ্চ প্ৰাচীৰৰ দ্বাৰা।

তিউবিহি—ত্ৰিপুৰিভিঃ ; তিনিটা পুৰী বা নগৰ-দুৰ্গৰ দ্বাৰা।

মংডিয়উ—মণ্ডিতকঃ ; মণ্ডিত বা শোভিত।

ণহু—ন খলু ; নাই, নথকা।

দীসই—দৃশ্যতে ; দেখা যায়।

কুই—কঃ+অপি ; কোনোৱেই।

মুক্খু—মূৰ্খঃ ; মূৰ্খ বা নিৰ্বোধ।

সয়ল—সকলঃ ; সকলোৱেই।

জম্মু—জন্মাঃ, জন।

পংডিয়উ—পংণ্ডিতকঃ ; পণ্ডিত বা বিদ্বান।

(২০) রিরিহরিঅক্‌খন—বিবিধবিচক্ষণ ; বিশেষ বিচক্ষণ বা বিশেষভাবে চতুর।

সথিহি—সার্থৈঃ, দল ( ইয়াত 'সৈতে' অর্থত প্রয়োগ হৈছে )।

পয়সীই—প্রবিশ্যতে ; প্রবেশ কৰা যায়।

নক—নগরম্, নগর।

সুম্মই—শ্রূয়তে, শুনা যায়।

ছংদু—ছন্দঃ ; ছন্দ।

মনোহরু—মনোহরম্ ; মনোহর।

পায়উ—প্রাকৃতম্ ; প্রাকৃত।

মহুরয়ক—মধুরতরম্ ; সুমধুর বা মধুরতম।

চউরেইহিঁ—চতুর্বেদিভিঃ ; বেদজ্ঞসকলর দ্বারা।

রেউ—বেদঃ ; বেদ।

পয়াসিয়ই—প্রকাশ্যতে ; ব্যাখ্যা কৰা হৈছে।

কহ—কস্মিন্ ; কোনো ঠাইত, কেনিবাদি।

বহুকরি—বহুরূপী ; অভিনেতার দ্বারা, অভিনেতা সকলে।

নিরন্ধউ—নিরন্ধকঃ ; নিরন্ধ বা গ্রথিত।

রাসউ—রাসকঃ ; একপ্রকার গীতি-নাট্য।

ভাসিয়ই—ভাষ্যতে ; পঠিত হৈছে।

—x—

## গ্রন্থপঞ্জী

A History of India : R. Thapar

The Edicts of Asoka : N. A. Nikam and R. Mckeon

[ বাংলা অনুবাদ : ন্যাশনাল বুক ট্রাস্ট, ১৯৬৭ ]

Asoka's Edicts : A. Sen

Inscriptions of Asoka : D. C. Sirkar

Dhammapada : S. Radhakrishnan

Gāndhāri Dharmapada : J. Brough

Prākrit Dhammapada : B. M. Barua and S. N. Mitra

The Language of the Khoroṣthi Documents from Chinese Turkestan : T. Burrow

Buddhist Hybrid Sanskrit Grammar : Vol. I ; F. Edgerton

Gātha Saptaśati : (Ed.) R. G. Basak

The Select Verses of the Gāhāsattasai (Gāthāsaptaśati) of Hāla : D. Bhattacharya

Karpuramanjari : N. G. Sure

Rājaśekhara's Karpuramanjari : M. Ghosh

Natyaśāstra, Vol. I : M. Ghosh

Pāli Language and Literature : W. Geiger (Tr. B. K. Ghosh)

A history of Pāli Literature : B. C. Law

A History of Indian Literature : Vol. II ; M. Winternitz

A Middle Indo-Aryan Reader : S. K. Chatterji and S. Sen

Introduction to Prākrit : A. C. Woolner

A history of Sanskrit Literature : A. B. Keith

A Comparative Grammar of Middle-Indo-Aryan : S. Sen

Prākrit Language and their Contribution to Indian Culture : S. M. Katre

Historical Grammar of Apabhramśa : G. V. Tagare

অশোকের অনুশাসনাবলী : অমূল্যচরণ সেন

ধম্মপদ : ভিক্ষু শীলভদ্র

ধম্মপদং : আচার্য শ্রীমৎ প্রজ্ঞালোক মহাস্থবির

ও

ভিক্ষু অনোমদর্শী

গাথাসপ্তশতী : কাব্যমালা গ্রন্থ ; ১৯২১

রাজশেখরের কর্পূর-মঞ্জরী : দেবিদাস ভট্টাচার্য

ও

ঊষারঞ্জন ভট্টাচার্য

সন্দেশ বাসক : কেশরানন্দ দেবগোস্বামী

সন্দেশ বাসক : হজারী প্রসাদ দ্বিবেদী

সন্দেশ বাসক : ( সম্পা ) জিন বিজয় মুনি আর হরিবল্লভ ভায়ানী

বৌদ্ধধর্ম ও সাহিত্য : প্রবোধ চন্দ্র বাগচী

প্রাকৃত-অপভ্রংশ সাহিত্য বীথিকা : সুরেশ চন্দ্র বন্দ্যোপাধ্যায়

পালি প্রকাশ : বিধুশেখর শাস্ত্রী

সংস্কৃত ও প্রাকৃত ভাষার ক্রমবিকাশ : পরেশ চন্দ্র মজুমদার

প্রাকৃত সাহিত্য : মনোমোহন ঘোষ

প্রাচীন ভারতীয় সাহিত্য ও বাঙালীর উত্তরাধিকার :

জাহ্নবী কুমার চক্রবর্তী

জৈনধর্ম : অমূল্য চন্দ্র সেন

পালি ও প্রাকৃত সাহিত্যের ইতিহাস : বিশ্বনাথ বন্দ্যোপাধ্যায়